ভানুভক্তৰ

# ৰামায়ণ



অসম সাহিত্য সভা



## প্ৰধান সম্পাদকৰ একাষাৰ

নেপালৰ আদি কবি বুলি আখ্যা পোৱা মহাকবি ভানুভক্ত কেৱল নেপালৰেই নহয়, ভাৰত উপ-মহাদেশৰো সকলোৰে চিৰপৰিচিত বহুচৰ্চিত, পঠিত কৰা কবিগৰাকীৰ জন্ম-জয়ন্তীয়ে আমাক তেখেতৰ সাহিত্য-কৰ্মবাজিক সোঁৱৰাই দিয়ে। কবিজনাৰ চিৰযুগমীয়া কীৰ্তি হ'ল ৰামায়ণখন। অসম সাহিত্য সভাই ইতিপূৰ্বে গোস্বামী তুলসী দাসৰ ৰামচৰিত মানসৰ লংকাকাণ্ড ( শ্ৰীকান্তসূৰ্য বিপ্ৰৰদ্বাৰা অনূদিত, ডক্টৰ মহেশ্বৰ নেওগৰ দ্বাৰা সম্পাদিত ) আৰু সম্পূৰ্ণ অনুবাদ ( অনুবাদকদ্বয় শ্ৰীবাপচন্দ্ৰ মহন্ত আৰু শ্ৰীকেশদা মহন্ত ) প্ৰকাশ কৰিছে। মহাকবি ভানুভক্তৰ নেপালী ৰামায়ণখনো অসমীয়া ৰাইজক পৰিচয় কৰি দিবৰ মানসেৰে অসম সাহিত্য সভাই অধ্যাপিকা গীতা উপাধ্যায়ক অনুৰোধ জনায়। শ্ৰীযুতা উপাধ্যায়ে বহু পৰিশ্ৰম কৰি মূল নেপালী ৰামায়ণখন অসমীয়ালৈ অনুবাদ কৰি সভাক অৰ্পণ কৰে। ১৯৮২-৮৩ বছৰৰ প্ৰকাশন-সমিতিয়ে গ্ৰন্থখন ছপাৰ সিদ্ধান্ত গ্ৰহণ কৰিছিল যদিও অনিবাৰ্য কাৰণত প্ৰকাশ কৰিব নোৱাৰিলে। এই বছৰৰ প্ৰকাশন-সমিতিয়ে ৰামায়ণখন প্ৰকাশ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে। আমি অনুবাদিকা শ্ৰদ্ধেয়া গীতা উপাধ্যায়লৈ সভাৰ পক্ষৰপৰা আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ। অসমীয়া ভাষা-সাহিত্য সমৃদ্ধ কৰাত তেখেতে বৰঙণি যোগাওক—এয়ে আমাৰ কামনা।

গ্ৰন্থখন পুনৰীক্ষণ কৰি ছপাশালৰ বাবে দিহা-পৰামৰ্শ দিয়াৰ বাবে অধ্যাপিকা কেশদা মহন্তলৈকো শলাগ জ্ঞাপন কৰিলোঁ। আমাক এই বিষয়ত পৰামৰ্শ দিওঁতা মাননীয় সভাপতি শ্ৰীবীৰেন বৰকটকী, অধ্যাপক যোগেন চেতিয়ালৈকো কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। গ্ৰন্থখনৰ আৰ্হিকাকত চাই দিয়া বাবে শ্ৰীনৰেন্দ্ৰনাথ শৰ্মা আৰু ডক্টৰ ৰামচৰণ ঠাকুৰীয়ালৈকো ধন্যবাদ জনালোঁ। গুৱাহাটীৰ বাণী প্ৰকাশ মুদ্ৰণীৰ কৰ্মকৰ্তাসকল আৰু বেটুপাত অংকন কৰোঁতা যোৰহাটৰ 'দি ছেটাৰ্ছ'লৈকো শলাগ জ্ঞাপন কৰিলোঁ। ইতি,

ভৱদীয়,

অমল ৰাজখোৱা
প্ৰধান সম্পাদক
অসম সাহিত্য সভা, যোৰহাট-৭৮৫০০১॥

# ভানুভক্তৰ ৰামায়ণ

( নেপালী ভাষাৰপৰা অনুদিত )

অনুবাদ

শ্ৰীগীতা উপাধ্যায়




অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট : অসম

*BHANUBHAKTAR RAMAYAN* : The RAMAYANA of the Nepali 'Adi Kavi' Bhanubhakta, translated by Smti Geeta Upadhyaya, published by prof. Amal Rajkhowa, General Secretary Asam Sahitya Sabha, Chandrakanta Handiqui Bhavan, Jorhat, 1987. Price Rs 20·00

প্ৰকাশক :

অধ্যাপক অমল ৰাজখোৱা
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

প্ৰথম প্ৰকাশ : ফেব্ৰুৱাৰী ১৯৮৭

বেচ : ২০·০০ ( কুৰি টকা )

মুদ্ৰক :



বাণীপ্ৰকাশ মুদ্ৰণী
বামুণীমৈদাম
গুৱাহাটী-২১





## ॥ সূচী ॥

নাথ. শ্ৰীমতী প্ৰতিভা বৰঠাকুৰ, অধ্যাপিকা অমল বৰুৱালৈ আন্তৰিক শলাগ জনাইছোঁ। মৰমৰ ছাত্ৰ-ছাত্ৰী শ্ৰীমান ফণীন্দ্ৰ বৰুৱা, শ্ৰীমতী সুদক্ষিণা দাস, শ্ৰীমতী সুদৰ্শনা দাস, শ্যামলী, দেবানন্দ আৰু অৱন্তি ৰাজখোৱালৈ প্ৰেছৰ উপযোগী কৰি পাণ্ডুলিপি প্ৰস্তুত কৰি দিয়া বাবে আন্তৰিক শলাগ আৰু শুভকামনা থাকিল। সৰ্বশেষত সকলোধৰণৰ ভুল-ত্ৰুটীৰ কাৰণে সদৌ পাঠকৰ ওচৰত ক্ষমা বিচাৰিছোঁ। অসম সাহিত্য সভাই গ্ৰন্থখন প্ৰকাশ কৰাৰ দায়িত্ব গ্ৰহণ কৰাৰ কাৰণে সভাৰ কৰ্মকৰ্তাসকললৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

শ্ৰীগীতা উপাধ্যায়,
অধ্যাপিকা

শিৱসাগৰ কলেজ,
জয়সাগৰ

# ভূমিকা

## ভানুভক্ত আৰু তেওঁৰ ৰামায়ণ

ভানুভক্তৰ ৰামায়ণ নেপালীসকলৰ অতি প্ৰিয়। অসমত মাধৱ কন্দলি ৰচিত ৰামায়ণৰ যি আদৰ, বংগদেশত কৃত্তিবাসী ৰামায়ণৰ যি সমাদৰ, উত্তৰ ভাৰতত তুলসী দাসৰ ৰামচৰিত মানসৰ যি জনপ্ৰিয়তা, নেপালী সমাজতো ভানুভক্তৰ ৰামায়ণৰ তেনে আদৰ আৰু জনপ্ৰিয়তা আছে।

বাণবিদ্ধ ক্ৰৌঞ্চ পক্ষীৰ করুণ বিননি শুনি বাল্মীকিৰ মুখৰপৰা ওলোৱা শ্লোক এফাঁকিয়েই বাল্মীকি-ৰামায়ণ ৰচনাৰ আৰম্ভণি বুলি কোৱা হয়। গোস্বামী তুলসী দাসেও নিজৰ পত্নী ৰত্নাৱলীৰ পৰা ভৰ্ৎসনা পাই ৰামচৰিত মানস ৰচনা কৰিবলৈ আৰম্ভ কৰিছিল বুলি কথিত আছে। ভানুভক্তৰ জীৱনতো সাধাৰণ ঘাঁহ কটা মানুহ এজনৰ লগত হোৱা ক্ষন্তেকীয়া বাৰ্তালাপে তেওঁৰ জ্ঞানচক্ষু মুকলি কৰি দি কৱিতাৰ স্ফুৰণ ঘটোৱা ঘটনা এটাৰ উল্লেখ আছে। ভানুভক্তৰ প্ৰথম জীৱনীকাৰ মোতীৰাম ভট্টই এই ঘটনাৰ বৰ্ণনা কৰি কৈছে—এদিন ভানুভক্ত পাহাৰীয়া বাটেদি ফুৰিবলৈ গৈছিল। বহুদূৰ যোৱাৰ কাৰণে ভাগৰ লগাত তেওঁ শিল এচটাত জিৰণি ল'বলৈ বহি তাতেই টোপনি গ'ল। অলপ পাছত সাৰ পাই ওচৰতে মানুহ এজনে ঘাঁহ কাটি থকা দেখা পালে। তেওঁ মানুহজনৰ লগত কথা-বতৰা পাতিবলৈ ধৰিলে। মানুহজন বুঢ়া আছিল। এই সময়তো কিয় ঘাঁহ কটা কাম কৰিছে বুলি সোধা প্ৰশ্নৰ উত্তৰত বুঢ়াই ক'লে যে তেওঁ গোটেই জীৱন ঘাঁহ কাটি বিক্ৰী কৰি পইচা গোটাইছে, যাতে এটা কুঁৱা খন্দাই দিব পাৰে। মানুহৰ উপকাৰত অহা এই কাম কৰি দিব পাৰিলে মৃত্যুৰ পাছতো মানুহে তেওঁৰ কথা সুঁৱৰিব। ঘাঁহ কটা মানুহজনৰ মুখত এনে কথা শুনি ভানুভক্তৰ মনত ভাবৰ ধুমুহা উঠিল। লগে লগে তেওঁ বহি থকা শিলচটাৰ ওপৰত শিলৰ টুকুৰাৰে কবিতা এফাঁকি লিখি পেলালে। আঁঠ শাৰীৰ এই কবিতাটো হ'ল—

ভৰ জন্ম ঘাঁচ তিৰ মন দিয়েৰ ধন কমায়ো।
নামকেই ৰহোস পছি ভনেৰ কুঁৱা খনায়ো॥
ঘাঁচী দৰিদ্ৰ ঘৰোকা তৰ বুদ্ধি কস্তো।
যো ভানুভক্ত ধনী ভই কল আজ এস্তো॥

মেৰা ইনাৰ নত সওল পাটী কেই ছন।
যে ধনৰ চিজ হৰু ছন ঘৰ ভিত্ৰ নৈ ছন॥
তেস ঘাঁচীলে কসৰি আজ দিয়েছ অৰ্তি।
ধিক্কাৰ হো মৰুন বস্নু নৰাখি কীৰ্তি॥

অৰ্থ হল—"গোটেই জীৱন ( ঘাঁহী জনে ) ঘাঁহ কাটি টকা গোটাই পাছলৈ নাম থাকক বুলি কুঁৱা খন্দাই দিলে, ঘাঁহীজন দৰিদ্ৰ ঘৰৰ হ'লেও কিমান বুদ্ধিমান অথচ মই ধনী ভানুভক্তৰ অৱস্থা এয়া। মই কুঁৱা, বাটৰুৱাৰ কাৰণে জিৰণিঘৰ আদি একোৱেই কৰা নাই। মোৰ যি ধন-সম্পত্তি আছে, সকলো ঘৰৰ ভিতৰতে আছে। এই ঘাঁহ কটা মানুহজনে আজি মোক কিমান ডাঙৰ উপদেশ দিলে। ধিক্ মোৰ এই কীৰ্তিহীন জীৱন ধাৰণ।"—এই ঘটনাৰ পাছত তেওঁ সংস্কৃত নুবুজা মানুহৰ কাৰণে সৰল কথিত ভাষাত ৰামায়ণ লিখাৰ সিদ্ধান্ত ল'লে বুলি কোৱা হয়।

ভানুভক্তৰ জন্ম হৈছিল নেপালৰ তনহু অঞ্চলৰ ৰময়া নামৰ গাঁৱত, বিক্ৰম সম্বত ১৮৭১ চনৰ আহাৰ মাহত, ইংৰাজী ১৮১৪ চনত। তেওঁৰ দেউতাকৰ নাম আছিল ধনঞ্জয় আচাৰ্য। চৰকাৰী চাকৰি সংক্ৰান্তত দেউতাক ঘূৰি ফুৰিব লগা হোৱাত ককাক শ্ৰীকৃষ্ণ আচাৰ্যৰ লগত থাকি ভানুভক্তৰ শিশুকাল অতিবাহিত হৈছিল। ককাক সংস্কৃতৰ ডাঙৰ পণ্ডিত আছিল। গতিকে ককাকৰ ওচৰতে ভানুভক্তই সংস্কৃত শিক্ষা লাভ কৰিছিল।

ভানুভক্তই প্ৰথমে বালকাণ্ড ৰামায়ণ ৰচনা কৰে, বাকী কাণ্ডবোৰ তেওঁ প্ৰায় এঘাৰ বছৰৰ পাছত ৰচনা কৰে। ডুবছৰমান তেওঁ নেপালৰ তৰাই অঞ্চলত চাকৰি কৰিছিল। কৰিমন এটা লৈ হিচাপ-পত্ৰত উপযুক্ত ভাৱে মনোনিবেশ কৰিব নোৱৰাত কিছু খেলিমেলিৰ সৃষ্টি হয় আৰু তাৰ ফল-স্বৰূপে তেওঁ পাঁচমাহ কাৰাবৰণ কৰিবলগীয়া হয়। ভানুভক্তই কাৰাবৰণ কৰিবলগীয়া হোৱাৰ কাৰণ সম্পৰ্কে আৰু এটা মত হ'ল—তেওঁৰ দেউতাক চৰকাৰী চাকৰিয়াল আছিল আৰু চৰকাৰক কিছু ধাৰ পৰিশোধ কৰিবলগীয়া আছিল। আগৰ দিনত বাপেকৰ ধাৰ পুতেকে পৰিশোধ কৰিব লাগিছিল। এই ধাৰ পৰিশোধ কৰিব নোৱৰা কাৰণে ভানুভক্তই কাৰাবৰণ কৰিবলগীয়া হৈছিল। যি কাৰণতেই কাৰাবৰণ কৰিব লগা নহওক কিয়, এই কাৰাবৰণ ভানুভক্তৰ কাৰণে আশীৰ্বাদ স্বৰূপ হ'ল ; কাৰণ তেওঁ জেলত থকা সময়ত মাত্ৰ চাৰিমাহৰ ভিতৰতে অযোধ্যা, অৰণ্য, কিষ্কিন্ধ্যা আৰু সুন্দৰ, এই চাৰিটা কাণ্ড ৰচনা কৰে। বাকী দুটা কাণ্ড জেলৰপৰা ওলাই আহি ৰচনা কৰে। ৰামায়ণৰ বাহিৰেও ভানুভক্তই কিছুমান মৌলিক গ্ৰন্থ ৰচনা



কৰিছিল। 'ভক্তমালা' আৰু 'বধূশিক্ষা' তেওঁৰ মৌলিক ৰচনা। শ্ৰীশংকৰাচাৰ্যৰ 'প্ৰশ্নোত্তৰমালা' নামৰ সংস্কৃত গ্ৰন্থখন তেওঁ অনুবাদ কৰিছিল। তদুপৰি তেওঁ লিখা বহুতো টুকুৰা কবিতাৰ উল্লেখ পোৱা যায়। কিন্তু ভানুভক্ত বিখ্যাত হ'ল তেওঁৰ অনূদিত ৰামায়ণৰ দ্বাৰাহে।

## নেপালী ভাষাত ভানুভক্ত-ৰামায়ণৰ স্থান

ভানুভক্তৰ ৰামায়ণে নেপালী সাহিত্যত এটা নতুন যুগৰ সূচনা কৰিলে। তেওঁৰ দিনত যিকোনো তত্ত্বগধুৰ সাহিত্য ৰচনাৰ ভাষা সংস্কৃত আছিল। খ্যাতি-সম্পন্ন লেখকসকলে নেপালী ভাষাক কথ্য ভাষা বুলি উপলুঙা কৰিছিল আৰু সংস্কৃত ভাষাত লিখাটোহে সন্মানজনক বুলি ভাবিছিল। তেনে সময়ত ভানুভক্তই সংস্কৃত ভাষাৰ জ্ঞান থকা সত্বেও দেৱভাষাত সাহিত্য ৰচনা নকৰি কথ্য ভাষাত ৰামায়ণ ৰচনা কৰিলে। গতিকে লোক ভাষাত জনপ্ৰিয় সাহিত্য ৰচনাৰ ক্ষেত্ৰত তেওঁক বাটকটীয়া বুলি ক'ব পাৰি। তেওঁৰ পাছৰেপৰা ধাৰাবাহিকভাৱে কথ্য ভাষাত সাহিত্য সৃষ্টি হ'বলৈ ধৰিলে।

## ভানুভক্ত-ৰামায়ণৰ ৰচনা-ৰীতি

ভানুভক্তৰ ৰামায়ণ 'অধ্যাত্ম ৰামায়ণ'ৰ অনুবাদ। তেওঁৰ অনুবাদৰ মুখ্য উদ্দেশ্য ৰাম-সীতাৰ কাহিনী সহজ-সৰল ভাষাত বৰ্ণনা কৰা। গতিকে মূল কাহিনী-ভাগ অক্ষত ৰাখি নেপালী পাঠকৰ উপযোগী কৰি তেওঁ ৰামায়ণ ৰচনা কৰিছে। কেতিয়াবা মূল 'অধ্যাত্ম ৰামায়ণ'ৰ কেইবাটাও শ্লোকৰ ভাবাৰ্থ চাৰি শাৰীৰ এটা শ্লোকৰ মাজেদি প্ৰকাশ কৰিছে। মূল ৰামায়ণত থকা দীঘলীয়া মঙ্গলাচৰণসমূহ ভানুভক্তই দিয়া নাই। মূল ৰামায়ণৰ প্ৰতিটো অধ্যায় শিৱ-পাৰ্বতীৰ বাৰ্তালাপেৰে আৰম্ভ হৈছে। কিন্তু ভানুভক্তই আৰম্ভণিত আৰু উত্তৰ কাণ্ডৰ আৰম্ভণিতহে শিৱ-পাৰ্বতীৰ বাৰ্তালাপ উত্থাপন কৰিছে। মূল ৰামায়ণৰ বালকাণ্ডত 'ৰাম মাহাত্ম্য কথন' বুলি যিটো অধ্যায় আছে, ভানুভক্তই কেইফাঁকিমান পদতে তাৰ গোটেইখিনি বক্তব্য সুমুৱাই দিছে। এনে বড়া-টুটাই ৰসাস্বাদনৰ কোনো বিঘিনিৰ সৃষ্টি কৰা নাই।

## ভানুভক্ত-ৰামায়ণৰ ছন্দ

ভানুভক্তই তেওঁৰ ৰামায়ণত সংস্কৃত ছন্দ প্ৰয়োগ কৰিছে। শাৰ্দ্দূল বিক্ৰীড়িত, স্ৰগ্ধৰা, বসন্ততিলকা, শিখৰিণী, মালিনী, ইন্দ্ৰবজ্ৰা, উপজাতি আদি কেইবাবিধো ছন্দৰ প্ৰয়োগ তেওঁ কৰিছে। তাৰ ভিতৰত আটাইতকৈ বেছি প্ৰয়োগ কৰা ছন্দ হ'ল শাৰ্দ্দূল বিক্ৰীড়িত ছন্দ। এই ছন্দ নেপালী জনজীৱনত ইমান দ-কৈ সোমাই

পৰিছে যে ই একপ্ৰকাৰ জাতীয় ছন্দত পৰিণত হৈছে। হোজা গাঁৱলীয়া মানুহে কেতিয়াবা নিজৰ ভাৱ প্ৰকাশ কৰিবলৈ মন মেলিলে সততে এই ছন্দৰ আশ্ৰয় লোৱা দেখা যায়। এই ছন্দত ৰচিত ৰামায়ণৰ প্ৰথম শ্লোকটো হ'ল—

একদিন নাৰদ সত্যলোক পুগিগয়া লোককো গৰুহিত ভনি,
ব্ৰহ্মা তাঁহি থিয়া পৰা চৰণমা খুচি গৰায়া পনি ॥

ভানুভক্তৰ ৰচনা যদিও অনুবাদমূলক আৰু অনুবাদত মৌলিকতাৰ স্থান অতি সীমিত, লিখাৰ ৰীতি, শব্দ প্ৰয়োগ, পাঠকসমাজৰ প্ৰয়োজনত কিছু বঢ়া-টুটা কাৰ্যই তেওঁৰ ৰচনাত মৌলিকতা প্ৰদান কৰিছে। তেওঁৰ শব্দ-প্ৰয়োগ ইমান বেছি সৰল আৰু ঘৰুৱা যে কোনোমতে আখৰ জোঁটাই পঢ়িব পৰাজনেও সহজে পঢ়ি বুজিব পাৰে। ভানুভক্তৰ ৰামায়ণৰ পদসমূহৰ ছন্দ, লয় আদি অতি কোমল আৰু মধুৰ হোৱাৰ কাৰণে লিখা-পঢ়া নজনা লোকেও সুৰ টানি গীত গোৱাৰ দৰে ৰামায়ণৰ শ্লোকবোৰ গাই আনন্দ লাভ কৰে। জনজীৱনত ৰামায়ণৰ প্ৰভাৱ ইমান বেছি যে বিয়া-সভা আদিত ৰামায়ণৰ শ্লোক সুৰ লগাই গোৱা হয়। ঘাঁহ কটা, হাল বোৱা, গৰু চৰোৱা আদি কাম কৰোঁতে, শ্ৰমজীৱী লোকসকলে ভানুভক্তৰ ৰামায়ণৰ শ্লোকবোৰ সুৰ লগাই গাই পৰিশ্ৰমৰ কষ্ট পাহৰি থাকে।

ভানুভক্তক নেপালীৰ আদি কবি বুলিও কোৱা হয়। সময়ৰ হিচাপত তেওঁৰ বহু আগৰেপৰা নেপালত কাব্য-সাহিত্য আদি ৰচনা কৰাৰ প্ৰমাণ আছে বুলি সাহিত্য সমালোচকসকলে কয়। গতিকে ভানুভক্তক আদি কবি বুলি কোৱাৰ কাৰণ কি বুলি প্ৰশ্ন উঠিব পাৰে। তেওঁৰ প্ৰথম জীৱনীকাৰ মোতীৰাম ভট্টৰ মতে কৱিতাৰ মৰ্ম উপলব্ধি কৰি কৱিতা লিখাসকলৰ ভিতৰত তেৱেঁই প্ৰথম। সেই কাৰণেই সাধাৰণ মানুহৰ কাৰণে তেওঁ আদি কবি। জনসাধাৰণৰ মন মুহিব পৰাকৈ সৰল ভাষাত কবিতা লিখা তেৱেঁই প্ৰথম কবি।

ভানুভক্তৰ ৰামায়ণৰ ঐতিহাসিক গুৰুত্বও নথকা নহয়। পৃথ্বি নাৰায়ণ ছাহে সমগ্ৰ নেপালক এখন ৰাষ্ট্ৰ হিচাপে একত্ৰিত কৰাৰ পাছত খচকুৰা বা পৰ্বতে কুৰা ৰাজকাৰ্যৰ ভাষা হিচাপে ব্যৱহৃত হ'বলৈ আৰম্ভ কৰিছিল ; কিন্তু নেপালত আঞ্চলিক ভাষাও প্ৰচলিত আছিল। কাঠমাণ্ডু উপত্যকাত নেপালী ভাষা যথেষ্ট উন্নত আৰু সাহিত্যত সমৃদ্ধ আছিল। তথাপি থোৰতে ক'বলৈ গ'লে কোনো এটা ভাষাই সমগ্ৰ নেপালত প্ৰচলিত নাছিল। অথচ কোন ভাষাই সমগ্ৰ দেশৰ ভাষা হিচাপে স্বীকৃতি পাব, তাক নিৰ্ণয় কৰাৰ সময় আহি পৰিছিল। এনে এটা সন্ধিক্ষণত ভানুভক্তই ৰামায়ণৰ দৰে তত্ত্বগধুৰ অথচ জনগনমন হৰণকাৰী কাহিনী কাব্যক সাধাৰণ মানুহৰ কথিত সৰল নেপালী ভাষাত অনুবাদ কৰিলে। তেওঁৰ



ৰচনাৰ লালিত্য আৰু ভাষাৰ সাৱলীলতাৰ কাৰণে এই ৰামায়ণ নেপালৰ চুকে-কোণে জনপ্ৰিয় হৈ পৰিল ; শিক্ষিত-অশিক্ষিত সকলোৱে মুখে-মুখে ধ্বনিত হ'বলৈ ধৰিলে। গতিকে স্বতঃস্ফূৰ্তভাৱেই এই ৰামায়ণে কোন ভাষা সমগ্ৰ নেপালৰ ভাষা হ'ব তাক নিৰ্ণয় কৰি পেলালে। সেই দিশৰপৰা লক্ষ্য কৰিলে দেখা যায় যে নেপালত ভাষাভিত্তিক ৰাষ্ট্ৰীয় সংহতি গঢ়ি তোলাত ভানুভক্তৰ ৰামায়ণৰ অৱদান অতুলনীয়। সেয়েহে বহুতে ভানুভক্তক নেপালী ভাষাৰ আত্মস্বৰূপ বুলি ক'ব খোজে।

## ভানুভক্ত ৰামায়ণ ৰচনাৰ উদ্দেশ্য

কিছুমানে কব খোজে যে, ভানুভক্তৰ ৰামায়ণে নেপালৰ জনজীৱনত অধ্যাত্ম-বাদৰ প্ৰচাৰ কৰে আৰু হিন্দু ধৰ্মক ৰাষ্ট্ৰব্যাপী আধাৰ দিয়াৰ কাম সু-সম্পন্ন কৰে। আধ্যাত্মিক তত্ত্ব বুজিব নোৱাৰি ভ্ৰষ্ট হ'ব খোজা সমাজক ৰামায়ণৰ মহত্ত্ব বুজাই উপযুক্ত পথৰ নিৰ্দেশ দিয়াটোৱেই ভানুভক্তই ৰামায়ণ লিখাৰ মূল উদ্দেশ্য আছিল। এইটো ঠিক যে, ৰামায়ণ হিন্দুসকলৰ মহাকাব্য হোৱাৰ ক্যৰণে আৰু বিশেষকৈ অধ্যাত্ম ৰামায়ণত উচ্চস্তৰৰ আধ্যাত্মিক উপদেশ থকাৰ কাৰণে ই হয়তো পাঠকৰ ওপৰত আধ্যাত্মিক প্ৰভাৱ পেলাইছিল। কিন্তু বিশেষ ধৰ্ম বা মতাদৰ্শ প্ৰচাৰৰ প্ৰত্যক্ষ উদ্দেশ্য লৈ ভানুভক্তই ৰামায়ণ লিখিছিল বুলি কোৱা টান। ৰাম-সীতাৰ কাহিনী এটা অতি জনপ্ৰিয় কাহিনী। তদুপৰি সীতাৰ জন্মস্থান জনকপুৰ নেপালৰ তৰাই অঞ্চলত অৱস্থিত কাৰণে সীতা-কাহিনীৰ প্ৰতি সাধাৰণ মানুহৰ এটা আৱেগিক টান আছিল। অন্য গ্ৰন্থ অনুবাদ নকৰি ৰামায়ণ অনুবাদ কৰাৰ সেইটো এটা কাৰণ হ'ব পাৰে। আকৌ ভানুভক্তৰ ৰামায়ণত ৰামচন্দ্ৰই ৰামেশ্বৰমত শিৱলিংগ স্থাপন কৰা, ভাৰতৰ বিভিন্ন ঠাইত একোটি শিৱলিংগ স্থাপন কৰা আদিৰ বিৱৰণলৈ লক্ষ্য কৰিলে শৈৱ বিশ্বাস দৃঢ়তৰ কৰাৰ প্ৰচ্ছন্ন প্ৰয়াস এটাও নুই কৰিব নোৱাৰি। নেপালৰ ৰাজধানী কাঠমাণ্ডু পশুপতিনাথ মন্দিৰৰ কাৰণে বিখ্যাত পৱিত্ৰ তীৰ্থস্থান। কিন্তু কাঠমাণ্ডুত বৌদ্ধ প্ৰভাৱো লেখত ল'বলগীয়া। সেয়েহে বৌদ্ধ প্ৰভাৱ প্ৰতিহত কৰাৰ উদ্দেশ্যও ভানুভক্তৰ ৰামায়ণত নিহিত থকাটো অসম্ভৱ নহয়।

দাৰ্জিলিঙৰ বিখ্যাত সাহিত্যিক পাৰসমান প্ৰধানে ভানুভক্তৰ ৰামায়ণৰ আৰু এটা উদ্দেশ্যৰ কথা উল্লেখ কৰিছে। সেই উদ্দেশ্যটো হ'ল—মানুহৰ মনত বীৰত্বৰ ভাব জগাই তোলা। ভানুভক্তৰ জন্ম সুগৌলি সন্ধিৰ সমসাময়িক। সুগৌলি সন্ধিৰ পৰিণাম স্বৰূপে নেপালে দক্ষিণ পূৱৰ কিছু অংশ আৰু পশ্চিমৰ কিছু ভূমিখণ্ড বৃটছক এৰি দিবলগীয়া হৈছিল। গতিকে নেপালবাসীৰ কাৰণে সেই সময়

আছিল আশাভংগৰ সময়। জনক-তনয়া সীতাক হৰণ কৰি নিয়া কাৰণে ৰামৰ অৱস্থা যেনে হৈছিল, সেই সময়ত নেপালী মানুহক মনৰ অৱস্থা প্ৰায় তেনে হৈছিল। গতিকে ৰামায়ণৰ কাহিনী সহজ ভাষাত মানুহৰ শুনাব পাৰিলে তেওঁলোকৰ হতাশাপূৰ্ণ মন আনন্দিত আৰু উৎসাহিত হ'ব বুলি ভাবি তেওঁ ৰামায়ণ ৰচনা কৰিছিল। ৰামায়ণত বীৰ ৰসৰ প্ৰাধান্য আছে। সেই সময়ৰ মানুহৰ বীৰ ৰসৰ প্ৰয়োজন হৈছিল কাৰণেই ভানুভক্তই বীৰৰসাত্মক উক্তি বেছি সবলভাৱে প্ৰকাশ কৰিছে বুলি শ্ৰীপ্ৰধানে মত প্ৰকাশ কৰে। অৰ্থাৎ বুৰঞ্জীৰ এটা সংকটপূৰ্ণ পৰিস্থিতিত মানুহৰ মনত আশা-উদ্দীপনা জগাই তুলিবলৈকে ভানুভক্তই ৰামায়ণ ৰচনা কৰিছিল।

## ভানুভক্ত-ৰামায়ণৰ ৰচনা-ৰীতি

ৰামায়ণ ৰচনাৰ অন্য উদ্দেশ্য যিয়েই নাথাকক, ইয়াৰ এটা প্ৰধান উদ্দেশ্য আছিল—সাধাৰণ মানুহে আত্মীয়তাৰে বুজিব পৰাকৈ ৰাম-সীতাৰ কাহিনী শুনোৱা। তেওঁৰ ৰামায়ণ শ্লোকবদ্ধ কবিতাৰ দৰে। ভানুভক্তই অনেক ঠাইত কৌতুকপূৰ্ণ লৌকিক বাক্যাংশ, জতুৱা ঠাঁচ আদি প্ৰয়োগ কৰি বৰ্ণনা ৰসাল কৰাৰ চেষ্টা কৰিছে। যেনে—অযোধ্যা কাণ্ডত শূৰ্পনখাৰ প্ৰেম নিৱেদনৰ উত্তৰত ৰামে কৈছে—

"এন্তো বচন শুনি সীতাকন্ হাঁসি হেৰি।
উত্তৰ দিয়া প্ৰভুজিলে ঘৰমে হমেৰী ॥"

অৰ্থ—"এনে কথা শুনি সীতালৈ চাই ৰামে হাঁহি ক'লে—মোৰ গৰাকী ঘৰতেই আছে।" ইয়াত ব্যৱহাৰ কৰা "ঘৰমে হমেৰী" অৰ্থাৎ মোৰ গৰাকী ঘৰতেই আছে গ্ৰাম্য সমাজত ইমান বেছি ব্যৱহৃত যে ই ততালিকে গোটেই পৰিবেশক কৌতুকপূৰ্ণ গাঁৱলীয়া দৃশ্যপটলৈ ৰূপান্তৰিত কৰে।

আনন্দ-বেদনা, প্ৰেম-বিৰহ আদি ভাৱ-অনুভূতিবোৰ কৱিয়ে সম্পূৰ্ণ মানৱীয় ৰূপত প্ৰকাশ কৰিছে। এনে ভাৱ ফুটাই তুলিবলৈ তেওঁ কেতিয়াবা মূলৰ লগত কিছু সংযোজন কৰাও পৰিলক্ষিত হয়। অযোধ্যা কাণ্ডত যেতিয়া ৰামে সীতাক বনলৈ যোৱাৰ সংকল্পৰ কথা ক'লে, মূল 'অধ্যাত্ম ৰামায়ণ'ত সীতাৰ মনত কোনো প্ৰতিক্ৰিয়াৰ সৃষ্টি হোৱাৰ উল্লেখ নাই; সীতাই সহজ ভাৱে ৰামৰ লগত বনলৈ যাবলৈ সাজু হৈছে। কিন্তু ভানুভক্তৰ ৰচনাত সীতা সাধাৰণ গৃহস্থী বোৱাৰীৰ দৰে; গতিকে এনে সংবাদে যি মানসিক অৱস্থাৰ সৃষ্টি কৰে তাক ফুটাই তুলিবলৈ কিছু সংযোজন কৰি কৱিয়ে লিখেছে—

'এন্তো বাত সুনিকন ত্যহা সীতাজী মূৰ্চ্ছা পৰিন', অৰ্থ—'এনে বাক্য শুনি সীতা



মূৰ্চ্ছিত হ'ল।' উত্তৰ কাণ্ডতো মাক-পুতেকৰ স্বাভাৱিক সম্পৰ্ক দেখুৱাবলৈ তেনে সংযোজন কৰা দেখা যায়। ৰামচন্দ্ৰই মাতৃ কৌশল্যাক মুক্তিৰ উপায় বৰ্ণনা কৰি কৈছে—

"য়হা লাইত ঝন সহজ ছ মত হু পুত্ৰৈৰ পুত্ৰৈ ভনি
সমঝি মাত্ৰ দিনো হংস এতি গৰ্য়া ছুটনন ই বন্ধন পনি।"

অৰ্থ—'আপোনাৰ কাৰণে মুক্তি আৰু সহজ। মোক পুত্ৰৰূপে স্মৰণ কৰি আপুনি মুক্তি লাভ কৰিব পাৰে।' এনে সংযোজনবোৰে মূল ৰামায়ণৰ ঘটনা বিন্যাসত কোনো ধৰণৰ অন্তৰায়ৰ সৃষ্টি কৰা নাই; বৰং ৰামায়ণৰ লগত আত্মীয়তা অনুভৱ কৰাত পাঠকক অধিক সহায়হে কৰিছে।

সকলো যুগৰ কৱিসকলৰ ওপৰত সমসাময়িক সমাজৰ প্ৰভাৱ পৰাটো স্বাভাৱিক। ধৰ্মমূলক গ্ৰন্থ অনুবাদত সমাজৰ প্ৰভাৱ পৰাৰ থল বেছি নাই যদিও কিছু ৰীতি-নীতি আচাৰ-অনুষ্ঠানৰ বৰ্ণনাৰ মাজত লৌকিক সমাজখন সোমাই পৰে। ভানুভক্তৰ ৰচনাও তাৰ ব্যতিক্ৰম নহয়। তেনে এটা উদাহৰণ হ'ল—নেপালীৰ বিবাহ অনুষ্ঠান গোটেই ৰাতি জুৰি হয়। সেই কাৰণে চাকি জ্বলাই বিবাহ-মণ্ডপ পোহৰাই গোটেই ৰাতি জুৰি কীৰ্ত্তন, নাচ আদি চলে। কৱিয়ে দিয়া ৰাম-সীতাৰ বিয়াৰ বৰ্ণনাত এনে লৌকিক প্ৰথা ফুটি উঠিছে। কৱিয়ে বৰ্ণনা কৰিছে—

"সুন্দৰ লগ্ন খটন গৰ্য়া জনকলে মঙ্গল চহৰমা চল্যা
নাচ কীৰ্ত্তন সিতকা প্ৰকাশ কন হুন্যা ৰাত ফৰ চিৰাগ খুব জ্বল্যা"।

কঠিন আধ্যাত্মিক ভাৱ প্ৰকাশ কৰিবলৈয়ো ভানুভক্তই মানুহৰ পৰিচিত সততে ব্যৱহৃত উপমাৰ প্ৰয়োগ কৰি সহজবোধ্য কৰি তুলিছে। পাৰ্থিৱ সম্বন্ধৰ ক্ষণিকতা বুজাবলৈ তেওঁ এইদৰে শ্লোক ৰচনা কৰিছে—

"জন্মা ভৈকন বাহুৰা যসৰি ফেৰ ফিৰ্চনতি গঙ্গা মহা
উসতই ৰীত সিত ফিৰ্দংন ই দুনীয়া কোইছইন আফ্‌নু য়হা"

অৰ্থাৎ—"যিদৰে নৈৰ বালি কিছু সময় এঠাইত গোট খাই পুনৰ গৈ নৈত মিলি যায়, পৃথিৱীৰ সকলোৱে তেনেকৈ অহা-যোৱা কৰি থাকে, ইয়াত আপোন বুলিবলৈ কোনো নাই।" এইদৰে পৰিচিত চিত্ৰ—প্ৰতীক আদিৰ মাধ্যমেৰে ভানুভক্তৰ ৰামায়ণ গভীৰভাৱে জনজীৱনত সোমাই পৰিবলৈ সমৰ্থ হৈছে।

ৰামায়ণ ৰচনা কৰোঁতে ভানুভক্তই সাহিত্য সৃষ্টিৰ উদ্দেশ্য লৈ কৰা নাছিল, সৰল কথা ভাষাত ৰাম-সীতাৰ কাহিনী শুনোৱাটোৱেই তেওঁৰ মূল উদ্দেশ্য আছিল। সেইকাৰণে শব্দ-প্ৰয়োগৰ ক্ষেত্ৰত তেওঁৰ দৃষ্টিভংগী উদাৰ আৰু বহুমুখী হোৱা

দেখিবলৈ পোৱা যায়। ভাব প্ৰকাশ কৰিব পৰা, সেই সময়ত প্ৰচলিত যিকোনো ভাষাৰ শব্দ-প্ৰয়োগত তেওঁ পিছ হোঁকা নাছিল। আনহাতে সাধাৰণ মানুহে বুজাত অসুবিধা পাব পাৰে বুলি অলংকাৰযুক্ত সংস্কৃত শব্দ প্ৰয়োগ যথাসম্ভৱ বৰ্জন কৰিছিল। ক্ৰন্দন, তৃষ্ণা আদি সহজ সংস্কৃত শব্দও যথাসম্ভৱ বৰ্জন কৰি তাৰ সলনি গাঁৱত ব্যৱহৃত প্ৰতিশব্দ তেওঁ বেছি ব্যৱহাৰ কৰা দেখা যায়। যেনে ক্ৰন্দনৰ সলনি তেওঁ কান্দোন বা কান্দোনত ভাঙি পৰা বুলি লিখিছে। তৃষ্ণাৰ পৰিবৰ্তে দৈনিক ব্যৱহৃত 'তিৰ্খা' শব্দ ব্যৱহাৰ কৰিছে। সেইদৰে ঔষধ শব্দৰ সলনি লোকমুখত প্ৰচলিত ওষতি শব্দ বেছি ব্যৱহাৰ কৰিছে। এই কথালৈ লক্ষ্য ৰাখি অনুবাদ কৰোঁতে যথাসম্ভৱ মূলৰ লগত সংহতি ৰাখিবলৈ চেষ্টা কৰা হৈছে। সেয়েহে কিছুমান বাক্য অতি সাধাৰণ যেন ধাৰণা হোৱা অসম্ভৱ নহয়।

নাম ব্যৱহাৰৰ ক্ষেত্ৰতো ভানুভক্তই গাঁৱলীয়া ৰাইজৰ প্ৰতি লক্ষ্য ৰখা যেন ধাৰণা হয়। তেওঁৰ ৰামায়ণত বহু প্ৰচলিত নামবোৰহে ব্যৱহাৰ কৰিছে। ৰামক বুজাবলৈ তেওঁ ৰামচন্দ্ৰ, ৰঘুপতি ৰঘুনন্দন আদি নামবাচক শব্দ ব্যৱহাৰ কৰিছে। কৌশল্যানন্দন দাশৰথি আদি সাধাৰণৰ মাজত অপ্ৰচলিত নাম ব্যৱহাৰ কৰা নাই। লক্ষ্মণৰ নাম সুমিত্ৰানন্দন বা ৰাৱণৰ নাম দশানন বুলি ক'তো লিখা নাই। সীতাক বুজাবলৈ সীতা আৰু জানকী এই দুটা নাম ব্যৱহাৰ কৰিছে ; বৈদেহী বা মৈথেলী আদি নাম ব্যৱহাৰ কৰা নাই। নাম আৰু শব্দ ব্যৱহাৰত এনে সংযম ভানুভক্তৰ ৰামায়ণৰ সকলো ঠাইতে দেখিবলৈ পোৱা যায়।

## অনুবাদ সম্পৰ্কে একাষাৰ

ভানুভক্তই ব্যৱহাৰ কৰা কিছুমান অতি গাঁৱলীয়া শব্দৰ উপযুক্ত অসমীয়া প্ৰতিশব্দ কেতিয়াবা থোৰতে বিচাৰি পোৱা কঠিন হৈছে। ভাষা সম্বন্ধে থকা নিজৰ সীমিত জ্ঞানৰ বাবেই এনে হৈছে বুলি অনুমান কৰিছোঁ। তেনে শব্দ কেইটামান এইখিনিতে উল্লেখ কৰিছোঁ। যেনে 'জাবো'—এই নেপালী শব্দটোৰ প্ৰতিশব্দ সাধাৰণ বা নিকৃষ্ট বুলিয়েই লিখিছোঁ ; কিন্তু শব্দটোৰ মাজত তাচ্ছিল্যৰ ভাৱ এটাও সোমাই আছে। বাল কাণ্ডৰ ২৩ সংখ্যক পদত ৰামচন্দ্ৰৰ পৰাক্ৰমক তাচ্ছিল্য কৰি তেওঁ হৰধনু ভংগ কৰি দেখুওৱা শক্তিক সকলোৰে আগত উপলুঙা কৰিবলৈ পৰশুৰামে এইদৰে কৈছে—"জাবো পুৰাণু ধনু"। সেই একে কাণ্ডতে ২৭ সংখ্যক শ্লোকত পৰশুৰামৰ ভয়ত আতংকিত মানুহৰ মনৰ অৱস্থা বুজাবলৈ লিখিছে—"সম্পূৰ্ণ সাতো হৰ্য্যা"। ইয়াত ব্যৱহাৰ কৰা 'সাতো' শব্দৰ অৰ্থ অনুবাদত চেতনা বুলি লিখা হৈছে যদিও শব্দটোৰ ব্যৱহাৰিক অৰ্থ আৰু বহল। যুদ্ধ কাণ্ডৰ ৪ৰ্থ শ্লোকত ব্যৱহাৰ কৰা "আতিঞ্চ" শব্দৰ প্ৰতিশব্দ অনুবাদত



আতংকিত হোৱা বুলি দিয়া হৈছে। কিন্তু এই শব্দত আতংকৰ উপৰিও শংকা, অস্থিৰতা, স্নায়বিক উত্তেজনাৰ ভাৱ সোমাই আছে। 'ঘোঁড়াটেকৈৰ' আন এটা শব্দ। এই শব্দৰ প্ৰতিশব্দ বিচাৰি পোৱা নাই। এই শব্দৰ আক্ষৰিক অৰ্থ হ'ল "আঠু মাটিত ঘঁহাই" ; কিন্তু পৰাক্ৰম, সাহস, অধ্যৱসায় বুজাবলৈ এই শব্দ ব্যৱহাৰ কৰা হয়। এনেধৰণৰ শব্দ ৰামায়ণখনত আৰু বহুত আছে। আকৌ অসমীয়াত সঘনে ব্যৱহাৰ হোৱা বাক্যাংশৰ দৰে একে অৰ্থবাহী বাক্যাংশ ভানুভক্তই ব্যৱহাৰ কৰিছে—তেনে বাক্যাংশৰ নমুনা এনেধৰণৰ—'কম্মৰ কসেৰ'—কঁকালত টঙালি বান্ধি, 'বৈগুনী ছন'—খাই পাত ফলা, 'টুক টুক গৰ্য্যা'—টুকুৰা টুকুৰ কৰিলে ইত্যাদি।

## ভানুভক্তৰ ৰামায়ণত অন্যান্য ভাষাৰ শব্দৰ প্ৰয়োগ

ভানুভক্তই তেওঁ ৰচনা কৰা ৰামায়ণত ফাৰ্চী, হিন্দী আৰু কিছুমান ইংৰাজী শব্দবো প্ৰয়োগ কৰিছে। সাংস্কৃতিক দৃষ্টিকোণৰপৰা বিবেচনা কৰিলে ভাৰত-নেপালৰ সীমাৰেখা হেৰাই যায়। দুয়ো দেশৰ সংস্কৃতি মূলতে বেদ-উপনিষদ, ৰামায়ণ-মহাভাৰতৰ সংস্কৃতি। বৌদ্ধ ধৰ্মৰ প্ৰভাৱ নেপালৰ কিছু অংশত যথেষ্ট আছে। গৌতম বুদ্ধৰ জন্মস্থান লুম্বিনী ভৌগোলিক ভাৱে বৰ্তমান নেপালৰ তৰাই অঞ্চলত পৰে। কিন্তু বৌদ্ধ ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰ ভাৰতৰ মাটিৰপৰাহে হৈছিল ; হিন্দু-বৌদ্ধ সকলো লোকৰ কাৰণে ধৰ্ম্ম চৰ্চা আৰু সংস্কৃত শিক্ষা কেন্দ্ৰস্থল আছিল ভাৰতবৰ্ষৰ কাশী, গয়া আদি স্থান। কাশীত শিক্ষিত পণ্ডিত-সকলৰ ওপৰত ভাৰতৰ শাসকসকলৰ ভাষাৰ প্ৰভাৱ নিশ্চয় পৰিছিল। তদুপৰি অৰ্থনৈতিক, বৈৱাহিক, ধৰ্মীয় আদি নানা কাৰণত ভাৰত আৰু নেপালৰ মানুহৰ মাজত অহা-যোৱা আছিল। প্ৰতিবছৰে হাজাৰ হাজাৰ তীৰ্থযাত্ৰী কাশী, মথুৰা আদি ঠাইলৈ তীৰ্থ কৰিবলৈ আহিছিল। ভাৰতৰপৰাও পশুপতিনাথৰ দৰ্শন কৰিবলৈ নেপাললৈ গৈছিল। মুছলমান ৰজাৰ শাসন কালত ভাৰতত ফাৰ্চী ভাষা চৰকাৰী ভাষা আছিল। অহা-যোৱা কৰা মানুহৰ মুখ বাগৰি এই ভাষাৰ শব্দ নেপালী মানুহৰ মুখ পাইছিলগৈ। সাধাৰণ মানুহে নিজৰ কৰি লোৱা এনে শব্দবোৰ ভানুভক্তই যথেষ্ট ব্যৱহাৰ কৰিছে। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে, নেপালৰ ৰাজভাষাত ফাৰ্চী ভাষাৰ যথেষ্ট প্ৰভাৱ আছে। ভানুভক্তই ব্যৱহাৰ কৰা তেনে শব্দ কিছুমানৰ নমুনা এনেধৰণৰ—বিজবাক, শেখিমান, সয়ল, চিৰাগ, দিল, মজবুত, নুৰ আদি। কেতিয়াবা হয়তো এই শব্দবোৰ স্থানীয়কৰণ কৰি কিছু ভিন্ন অৰ্থ বুজাবলৈও ব্যৱহাৰ কৰা হৈছে। নেপালৰ তৰাই অঞ্চলত হিন্দী ভাষা-ভাষী লোকৰ সংখ্যা যথেষ্ট বেছি ; গতিকে বহুত হিন্দী শব্দ নেপালী ভাষাত

সোমাই পৰিছে। ভানুভক্তৰ ৰামায়ণত সেইকাৰণে যথেষ্ট হিন্দী শব্দও ব্যৱহাৰ কৰা দেখা যায়। ১৮১৪-১৬ চনৰ বৃটিছ ভাৰত আৰু নেপালৰ মাজৰ যুদ্ধ আৰু সুগৌলি সন্ধিৰ পাছৰেপৰা বৃটিছে গোৰ্খা সৈন্য মকৰল কৰিবলৈ আৰম্ভ কৰে। বৃটিছ সৈন্য বাহিনীত কাম কৰা গোৰ্খা সৈন্য ছুটী আদিত দেশলৈ যাওঁতে কিছুমান ইংৰাজী শব্দও লগত লৈ গৈছিল আৰু নিজৰ ভাষাৰ লগত মিলাই প্ৰয়োগ কৰিছিল। সাধাৰণ মানুহৰ ভাব প্ৰকাশত ব্যৱহৃত তেনে ইংৰাজী শব্দও ভানুভক্তই তেওঁৰ ৰামায়ণত ব্যৱহাৰ কৰিছে। তেওঁ সঘনে প্ৰয়োগ কৰা ইংৰাজী শব্দ এটা হল 'ডবল'। বালকাণ্ডৰ ২০ সংখ্যক শ্লোকত ধুমধাম বুজাবলৈ কৈছে "পূজা ফেৰি বশিষ্ঠকো পনি গৰ্য্যা ভাৰি ডবললে তসে"।

## অনুবাদৰ ধৰণ সম্পৰ্কে কিছু কথা

ভানুভক্তৰ ৰামায়ণ অনুবাদ কৰা সম্পৰ্কে নেপালী সাহিত্যিক নাট্যকাৰ শ্ৰীবালকৃষ্ণ সমই এবাৰ কথা কৈছিল—'ভানুভক্তৰ ৰামায়ণ অনুবাদ কৰিলে ই 'অধ্যাত্ম ৰামায়ণ'ৰ সংক্ষিপ্তানুবাদ হৈ পাৰিব ; গতিকে ইয়াৰ অনুবাদ অসম্ভৱ'। সেইদৰে কোৱাৰ কাৰণ হৈছে এই—ৰামায়ণৰ মৌলিকতাই হ'ল ভাষা প্ৰয়োগ আৰু ৰচনাশৈলীৰ মৌলিকতা। অনুবাদত এই মৌলিকতা ৰক্ষা কৰি প্ৰকাশ কৰা অতি কঠিন। তথাপি মূল গ্ৰন্থৰ লগত যথাসম্ভৱ সংগতি ৰাখি, প্ৰত্যেক পদৰ অৰ্থভাগ একে ৰাখি সহজ অসমীয়াত অনুবাদ কৰিবলৈ চেষ্টা কৰা হৈছে। যথাসম্ভৱ টান শব্দ বৰ্জন কৰি সাধাৰণ শব্দ প্ৰয়োগৰ চেষ্টা কৰা হৈছে। সেয়েহে ঠায়ে ঠায়ে শুৱলা কৰিব পৰা হোৱা নাই বুলি শংকা হৈছে।

অনুবাদত মূল গ্ৰন্থত থকাৰদৰে পদ সংখ্যা লিখি যোৱা হৈছে। আগ্ৰহশীল পাঠকে মূলৰ লগত মিলাই চাবলৈ বিচাৰিলে সুবিধা হ'ব। ভানুভক্তৰ ৰামায়ণত সাতোটা কাণ্ডৰ বাহিৰে অন্য বিভাজন নাই। কোনো শীৰ্ষকৰো উল্লেখ কৰা হোৱা নাই। ১২১ সংখ্যক পদৰপৰা ১৫১ সংখ্যক পদলৈকে এই ৩০টা শ্লোকৰ তত্ত্বমসি আৰু আত্মা-পৰমাত্মা সম্পৰ্কে অতি উচ্চ থাপৰ আধ্যাত্মিক উপদেশ প্ৰদান কৰা আছে। ভানুভক্তীয় ৰামায়ণৰ কিছুমান সংস্কৰণত এই পদসমূহ 'ৰাম-গীতা' শীৰ্ষক দি সুকীয়া পদসংখ্যাত সন্নিবিষ্ট কৰা হৈছে। এই অনুবাদত সুকীয়াকৈ পদসংখ্যা দিয়া হোৱা নাই।

পদ্যৰ অনুবাদ কৰোঁতে কিছুমান অসুবিধাৰো সন্মুখীন হ'ব লগীয়া হয়। সেয়েহে ভাব প্ৰকাশৰ প্ৰয়োজনত সাধাৰণ বাক্য ৰচনা-ৰীতিতকৈ অলপ পৃথক-ভাৱে বাক্য গঠন বা শব্দ প্ৰয়োগ কৰিব লগা হয়। তেনে কিছুমান কথা তলত উল্লেখ কৰা হৈছে—



১। মূল গ্ৰন্থৰ কিছুমান অংশত এটা শ্লোকে সম্পূৰ্ণ ভাব প্ৰকাশ কৰা নাই। এফাঁকি পদত থকা বিষয়বস্তুৰ ধাৰাবাহিকতা তলৰ কেইবাফাঁকিও পদত বিয়পি আছে। ছন্দত থকা কাৰণে মূল গ্ৰন্থত এই ধাৰাবাহিকতা আপোনা আপুনি ওলাই পৰে। কিন্তু গদ্য ৰূপত অনুবাদ কৰোঁতে ভাবৰ ধাৰাবাহিকতা ৰক্ষা কৰিবলৈ সংযোগকাৰী পদ কিছুমান প্ৰয়োগ কৰাৰ প্ৰয়োজন হৈছে। যেনে গতিকে, কাৰণে, সেইকাৰণে আদি শব্দবোৰ অলপ বেছিকৈ প্ৰয়োগ কৰিবলগীয়া হৈছে।

২। কেতিয়াবা আকৌ এটা চৰিত্ৰই কোৱা কথাবোৰ দুই-তিনি ফাঁকি পদত বিয়পি আছে। তেনে অনুবাদ কৰোঁতে কিছু পুনৰাবৃত্তিৰ হাত সাৰিব পৰা হোৱা নাই।

৩। কিছুমান ঠাইত বক্তাৰ ওপৰৰ পদত থকা উক্তিৰ লগত তলৰ শ্লোকৰ সংগতি ৰক্ষা কৰিবলৈ 'আদেশ দিলে' বা 'ক'লে' আদি শব্দ সংনাই ব্যৱহাৰ কৰিবলগীয়া হৈছে।

৪। কিছুমান অংশত একেটা শ্লোকৰ মাজত দুটা চৰিত্ৰৰ কথোপকথন বা কোনো এটা চৰিত্ৰৰ বেলেগ বিষয় বা চৰিত্ৰ সম্পৰ্কে উক্তি সোমাই আছে। মূল গ্ৰন্থত প্ৰত্যক্ষ উক্তি বুজাবলৈ ক'তো উৰ্দ্ধকমাৰ ব্যৱহাৰ কৰা নাই। কিন্তু পাঠকৰ বুজি পোৱাত অসুবিধা হ'ব পাৰে বুলি ভাবি অনুবাদৰ কিছু ঠাইত উৰ্দ্ধ কমাৰ ব্যৱহাৰ কৰা হৈছে। অথবা ক'ৰবাত 'ডেচ্' দি প্ৰত্যক্ষ উক্তি বুজাবলৈ চেষ্টা কৰা হৈছে।

৫। কিছুমান পদত বক্তাৰ নাম উল্লেখ নকৰাকৈ উক্তি দিয়া হৈছে। পাঠকে কাৰ উক্তি দিয়া হৈছে বুজি পাবলৈ টান হোৱাৰ সম্ভাৱনালৈ লক্ষ্য ৰাখি মূল পদত নাথাকিলেও বক্তা বা কৰ্ত্তাৰ নাম দিবলগীয়া হৈছে। তেনে নাম মাজে মাজে বন্ধনীৰ মাজতো দিয়া হৈছে।

৬। ভানুভক্তই সৰুৱে ডাঙৰক কোৱা বুজাবলৈ বিন্তি গৰ্য্যা অৰ্থাৎ মিনতি কৰিলে বুলি লিখিছে। অনুবাদত মাজে মাজে নিবেদন কৰিলে, বিনীত নিবেদন কৰিলে বা মিনতি কৰিলে বুলি লিখা হৈছে। আকৌ ডাঙৰে সৰুক কোৱা কথা বুজাবলৈ 'হুকুম' অৰ্থাৎ আদেশ বুলি লিখা আছে। অনুবাদৰ সকলো ঠাইতে 'আদেশ' নিলিখি ক'লে, আজ্ঞা কৰিলে বা আদেশ দিলে বুলি লিখা হৈছে।

৭। পৌৰাণিক গ্ৰন্থৰ ৰীতি অনুযায়ী ভানুভক্তই সংখ্যাবাচক শব্দ ব্যৱহাৰত লাখ, কোটি, অযুত নিযুত আদি শব্দৰ প্ৰয়োগ বেছিকৈ কৰিছে। অতিৰঞ্জিত সংখ্যা ব্যৱহাৰ কৰি পাঠকক বিস্মিত কৰিবলৈকে এনে অবিশ্বাস্য সংখ্যাবাচক শব্দ ব্যৱহাৰ কৰা হৈছিল নে সেই সময়ৰ ৰীতি তেনেকুৱা আছিল কোৱা টান। বাল্মীকি ৰামায়ণ, অধ্যাত্ম-ৰামায়ণ বা তুলসী দাসৰ ৰামায়ণতো তেনে অতিৰঞ্জন দেখা পোৱা যায়।

## নেপালী ভাষাত ৰামায়ণমূলক ৰচনা

ভানুভক্তই ৰামায়ণ অনুবাদ কৰাৰ আগতে ৰঘুনাথ পৌডালে ৰামায়ণ অনুবাদ কৰিছিল। তেওঁৰ ৰামায়ণৰ সুন্দৰ কাণ্ড পোৱা যায়, কিন্তু বাকীবোৰ কাণ্ড বা অনুবাদৰ সময় সম্পৰ্কে সঠিককৈ একো জনা নাযায়। ভানুভক্তৰ পাছত পূৰ্ণ বা আংশিকৰূপে লিখিত ৰামায়ণৰ ভিতৰত উল্লেখযোগ্য কেইখন হ'ল—বাসুদেৱ ভট্টৰাইৰ বিশাল বাল্মিকীয় ৰামায়ণ, লোকনাথ পৌডালৰ সংক্ষিপ্ত ৰামায়ণ, কুলচন্দ্ৰ গৌতমৰ দ্বাৰা অনূদিত তুলসী দাসৰ ৰামায়ণ।

## ভানুভক্ত ৰামায়ণৰ প্ৰকাশিত সংস্কৰণ

নেপালী ভাষাত লিখিত কিতাপৰ ভিতৰত ভানুভক্তৰ ৰামায়ণ আটাইতকৈ বেছি জনপ্ৰিয় আৰু পঠিত কিতাপ। পোন প্ৰথমে ১৮৮৭ চনত কাশীৰ ভাৰত জীৱন প্ৰেছত ভানুভক্তৰ সম্পূৰ্ণ সাত কাণ্ড ৰামায়ণ ছপা হৈ ওলায়। মোতীৰাম ভট্টই সম্পূৰ্ণ ৰামায়ণ প্ৰকাশ কৰাত আগভাগ লৈছিল। সম্পূৰ্ণ ৰামায়ণ প্ৰকাশিত হোৱাৰ আগতে বাল-কাণ্ড ৰামায়ণ প্ৰকাশিত হৈছিল; কিন্তু কিমান চনত হৈছিল সঠিককৈ জনা নাযায়। সম্পূৰ্ণ ৰামায়ণ প্ৰথমে ছপা কৰোঁতে ২০০০ কপি ছপোৱা হৈছিল। ভানুভক্তৰ ৰামায়ণ বিভিন্ন সময়ত বেলেগ বেলেগ ঠাইৰ-পৰা প্ৰকাশিত হৈছে। আমাৰ এই অনুবাদটি 'বুধ-বিনায়কবাৰাণসী'ত কৃষ্ণকুমাৰী দেবীৰদ্বাৰা প্ৰকাশিত ৰামায়ণক আধাৰ হিচাপে লৈ কৰা হৈছে। এই ৰামায়ণ অন্য কোনো ভাষাত অনূদিত হৈছে বুলি অনুবাদিকাই জানিব পৰা নাই। এয়া অজ্ঞতাও হ'ব পাৰে। যদি নহয়, তেন্তে এইখনেই অন্য ভাষালৈ অনূদিত প্ৰথম ভানুভক্তীয় ৰামায়ণ হ'ব।

শিৱসাগৰ মহাবিদ্যালয়ৰ অধ্যাপক শ্ৰীযোগেন চেতিয়াদেৱৰ বিশেষ উৎসাহ আৰু পৰামৰ্শ নোপোৱা হ'লে এই গ্ৰন্থৰ অনুবাদ সম্ভৱ হৈ নুঠিলহেঁতেন। তেখেতলৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। পাণ্ডুলিপি আদি তৈয়াৰ কৰাত নানা ধৰণে সহায় আগবঢ়োৱা কাৰণে অধ্যাপিকা মণিকা শইকীয়া, শ্ৰীমতী অঞ্জলি

## বালকাণ্ড

এদিন নাৰদ মুনি লোক কল্যাণ-সাধনৰ উদ্দেশ্যেৰে মৰ্ত্যলোকলৈ গ'ল আৰু তেওঁ ব্ৰহ্মাৰ চৰণত পৰি স্তুতি কৰিলে। প্ৰসন্ন হৈ ব্ৰহ্মাই নাৰদক ক'লে—"তুমি যদি কিবা জানিব খুজিছা, সুধিব পাৰা।" ব্ৰহ্মাৰ কৰুণাৰ কথা বুজি ঋষিয়ে ক'বলৈ ধৰিলে— ॥ ১ ॥

"হে ব্ৰাহ্মণ, শুভাশুভ সম্পৰ্কে সকলো কথাই মই জানিব পাৰিছোঁ আৰু একো কথাই জানিবলৈ বাকী নাই। তথাপি এটা কথা সুধিবলৈ ইচ্ছা কৰিছোঁ। যেতিয়া কলিকাল আৰম্ভ হ'ব, প্ৰাণীসকল দুৰাচাৰী হৈ উঠিব, নীচ বুদ্ধিৰ প্ৰভাৱত পৰি অনেক ধৰণৰ পাপ কাৰ্যত লিপ্ত হ'ব, ॥ ২ ॥

"যেতিয়া মানুহে সঁচা কথা ক'বলৈ পাহৰিব, পৰনিন্দা কৰিব, অন্যলোকৰ ধন-সম্পদ আত্মসাৎ কৰাৰ অভিলাষ কৰিব, কোনো মানুহ হয়তো পৰস্ত্ৰীত আসক্ত হ'ব, হিংসাৰ আশ্ৰয় ল'ব আৰু নাস্তিক পশুৱদৰে দেহ সৰ্বস্ব হৈ উঠিব, ॥ ৩ ॥

"স্ত্ৰীক ঈশ্বৰ জ্ঞান কৰি কামনাৰ বশৱৰ্তী হৈ থাকিবলৈ ল'ব, পিতৃ-মাতৃক শত্ৰু জ্ঞান কৰিবলৈ আৰম্ভ কৰিব আৰু ধনেই সৰ্বস্ব বুলি ভাবি অসৎভাৱে ধন-অৰ্জন কৰিবলৈ ব্ৰাহ্মণ হৈ বেদ বিক্ৰী কৰিব, ॥ ৪ ॥

"ক্ষত্ৰিয়সকলৰ মাজত জাতি-ধৰ্মৰ ভেদা-ভেদ নাইকিয়া হ'ব, নীচ শূদ্ৰসকল ব্ৰাহ্মণৰদৰে তপস্বী হ'বলৈ আৰম্ভ কৰিব. স্ত্ৰীসকলে পতি আৰু শহুৰৰ বিৰুদ্ধে দ্ৰোহ আচৰণ কৰি নষ্ট চৰিত্ৰ হ'ব, এনেদৰে ভ্ৰষ্ট হোৱা মানুহবোৰে কি উপায়েৰে সংসাৰ সাগৰ পাৰ হৈ মুক্তিলাভ কৰিব ? ॥ ৫ ॥

"এই চিন্তা মনলৈ অহা কাৰণে সুধিবলৈ আহিলোঁ ;

হে দয়ানিধান—এই মানুহবিলাকে কোনকৈ সহজ উপায়েৰে সংসাৰ সাগৰ পাৰ হ'ব পাৰিব সেই বিষয়ে বৰ্ণনা কৰি মোৰ মন শান্ত কৰক।" ॥ ৬ ॥

নাৰদে পৃথিৱীৰ মানুহৰ প্ৰতি দয়া-পৰৱশ হৈ এনেদৰে নিৱেদন কৰা দেখি ব্ৰহ্মা অতিশয় প্ৰসন্ন হ'ল আৰু ক'বলৈ ধৰিলে—"হে নাৰদ, সকলো পাপ নাশ কৰাৰ কাৰণে ৰামায়ণেই হৈছে একমাত্ৰ অমৃত স্বৰূপ। ইয়াৰ বাহিৰে মুখ্য উপায় অন্য একো নাই, ॥ ৭ ॥

"শম্ভু ভগৱানৰপৰা এই তত্ত্ব শুনি পাৰ্বতীয়ে ৰাম নাম কীৰ্তন কৰি অপাৰ আনন্দ লাভ কৰিছিল। যিলোকে ৰাম-নাম কীৰ্তন কৰে, তেওঁৰ সকলো তাপ আৰু ভয় দূৰ হয়, আৰু সহজেই সংসাৰ সাগৰ পাৰ হ'ব পাৰে ॥ ৮ ॥

"ৰঘুনাথৰ স্বৰূপ-সম্পৰ্কে জ্ঞান দিব পৰা সকলো শাস্ত্ৰৰ ভিতৰতে ৰামায়ণ শ্ৰেষ্ঠ। পুৰাণৰ ভিতৰতো ইয়েই মুখ্য বুলি জানিবা। ইয়াৰ কীৰ্তন অথবা শ্ৰৱণ কৰিলে কিমান পুণ্য হয় মই নিজেও বৰ্ণনা কৰিব নোৱাৰোঁ ॥ ৯ ॥

"শিৱৰপৰা ইয়াৰ মহিমা-সম্পৰ্কে এনেদৰে শুনিছিলোঁ—যদি এটা শ্লোক ভক্তিপূৰ্বক পাঠ কৰা হয়, তেতিয়া সকলো



পাপ নাশ হয়। একাগ্ৰ চিত্তেৰে সদায় ইয়াৰ পাঠ কৰিলে মানুহ জীৱনমুক্ত হৈ ঈশ্বৰত বিলীন হয়। ॥ ১০ ॥

"এই পুথিখনক পূজা কৰিলেও এটা অশ্বমেধ যজ্ঞ কৰাৰ সমান পুণ্য লাভ হয়। ইয়াৰ পাঠ শুনা মাত্ৰকে পাপ নাশ হয়। শাস্ত্ৰ সম্মুখত থৈ সেৱা কৰিলেও দেৱ-দেৱতা পূজা কৰাৰ সমান ফল পোৱা হয়। ॥ ১১ ॥

"ব্যাখ্যা পূৰ্বক চাৰিবেদ পাঠ কৰিলে যিমান ফল লাভ হয়, ৰামায়ণ শ্ৰৱণ কৰিলে তাতোকৈ বেছি পুণ্য হয়। একাদশীৰ দিনা কোনোবা ভক্তৰ ঘৰত গৈ যদি ৰাম-কথা পাঠ কৰা হয়, তেতিয়া চৌবিছ শ বাৰ পুৰশ্চৰণ কৰি লোৱা গায়ত্ৰীৰ ফল লাভ হয় ॥ ১২ ॥

"যিজনে ৰাম নৱমীৰ দিনা আনন্দপূৰ্বক উপবাস কৰি, উজাগৰে থাকি তন্ময় হৈ ৰামায়ণ পাঠ কৰে তেওঁ সূৰ্য গ্ৰহণৰ সময়ত প্ৰত্যেক তীৰ্থত তুলা পুৰুষ দান কৰাৰ সমান পুণ্য লাভ কৰিব যে তাত কোনো সন্দেহ নাই। ॥১৩॥

"ৰামায়ণ পাঠ কৰা মানুহৰ আজ্ঞা স্বয়ং ইন্দ্ৰয়ো মানি চলে ; কাৰণ তেনে লোক ৰঘুনাথৰ প্ৰিয় হয় বুলি তেওঁ জানে। প্ৰতিদিন সৎকৰ্মপূৰ্বক ইয়াৰ পাঠ কৰিলে কৌটি কৌটি গুণ ফল লাভ কৰা যায় ॥ ১৪ ॥

"ব্ৰহ্মঘাতী ব্যক্তিয়ে তিনিদিন নিষ্ঠাপূৰ্বক ৰামায়ণ পাঠ কৰিলে পুণ্যাত্মা হয়। যিজনে প্ৰতিদিনে তিনিবাৰকৈ সম্মুখত হনুমানৰ মূৰ্তি ৰাখি ৰামায়ণ পাঠ কৰে, তেওঁৰ সকলো মনোবাঞ্ছা পূৰ্ণ হয়। ॥ ১৫ ॥

"যিজনে তুলসী অথবা আঁহত গছক প্ৰদক্ষিণ কৰি ৰামায়ণ পাঠ কৰে তেওঁৰ সকলো জন্মৰ পাপ সেই মুহূৰ্ততে নাশ হয়। ইয়াৰ ভিতৰতো ৰাম-গীতা অতি শ্ৰেষ্ঠ। ৰাম-গীতাৰ সকলো মাহাত্ম্য একমাত্ৰ শিৱইহে জানে। ॥ ১৬ ॥

"ৰাম-গীতাৰ আধাভাগ পাৰ্বতীয়ে জানে ; মই কেৱল চাৰিভাগৰ এভাগহে জানো। ৰামে সমগ্ৰ বেদ মন্থন কৰি ৰামগীতামৃত বাহিৰ কৰে আৰু প্ৰথমে লক্ষ্মণক প্ৰদান কৰে। এইখন পঢ়িলেই সংসাৰ সাগৰ পাৰ হ'ব পৰা যায় ॥ ১৭ ॥

"যেতিয়া পৰশুৰামে কাৰ্তবীৰ্যক হত্যা কৰাৰ মানসেৰে শিৱৰ ওচৰত বিদ্যা অৰ্জন কৰিবলৈ গৈছিল, তেতিয়া পাৰ্বতীয়ে ৰাম-গীতা পাঠ কৰা শুনি তেৱোঁ পাঠ কৰিবলৈ ধৰিলে। ফলত তেওঁ ৰামায়ণস্বৰূপ হৈ পৰিল ॥ ১৮ ॥

এমাহ দিন ধৰি যদি ৰাম-গীতা পাঠ কৰা হয়, তেতিয়া ব্ৰহ্মহত্যাকে ধৰি সকলো পাপৰপৰা মুক্তি পোৱা যায়। শাল-গ্ৰাম, তুলসী, আঁহত গছ অথবা সন্ন্যাসীৰ ওচৰত বহি ৰাম-গীতা পাঠ কৰিলে যি ফল লাভ হয়, তাক বৰ্ণনা কৰি শেষ কৰিব নোৱাৰি ॥ ১৯ ॥

"কোনো শ্ৰাদ্ধ আদিত ইয়াক পাঠ কৰিলে সকলো পিতৃ পুৰুষৰ মুক্তি হয়। দশমী একাদশীত নিয়মপূৰ্বক পাঠ কৰিলে, অগস্থি বৃক্ষৰ তলত আসন কৰি বহি পাঠ কৰিলে, বহুত পুণ্য হয়। ॥ ২০ ॥

"উপবাসপূৰ্বক ভক্তি সহকাৰে যিজনে ৰাম-গীতা পাঠ কৰে, তেওঁ ৰাম সদৃশ হ'ব। দান-ধ্যান, তীৰ্থ একো নকৰি যদি একনিষ্ঠভাৱে ৰামায়ণকে পাঠ কৰে, তেনেহ'লে সেইজনে সংসাৰ সাগৰ পাৰ হৈ অনন্ত পদ লাভ কৰিব। ॥ ২১ ॥



"পাপহৰণকাৰী হিচাপে আটাইতকৈ শক্তিশালী শাস্ত্ৰ যে ৰামায়ণ এই কথা কৈ থকাৰ প্ৰয়োজন নাই। শ্ৰুতি, স্মৃতি, পুৰাণ আদি কোনো গ্ৰন্থই ৰামায়ণৰ সমকক্ষ হ'ব নোৱাৰে। এই গ্ৰন্থৰ প্ৰশংসা কৰি শেষ কৰিব নোৱাৰি।" ॥ ২২ ॥

এই ৰামায়ণৰ মাহাত্ম্য ব্ৰহ্মাই নাৰদক ক'লে। তেতিয়া নাৰদে বুজিব পাৰিলে যে ৰামায়ণ পাঠ অথবা শ্ৰৱণ কৰিলে সকলোৱে পূজনীয় হৈ বিষ্ণুলোকলৈ গমন কৰিব পাৰি। ॥ ২৩ ॥

এদিন সদাশিৱ ভগবান কৈলাস পৰ্বতত ধ্যান মগ্ন হৈ আছিল। প্ৰিয়তমা পাৰ্বতী তেওঁৰ দক্ষিণ কোলাত বহি আছিল। নিজে সৰ্বজ্ঞানী যদিও লোক-কল্যাণৰ বাবে তেওঁ শিৱক প্ৰশ্ন কৰিলে ॥ ২৪ ॥

"হে প্ৰভু,—ৰামেই হ'ল সমগ্ৰ জগতৰ পতি। তেওঁক ভক্তি কৰিলে, তেওঁৰ নামৰ আশ্ৰয় ল'লে সংসাৰ সাগৰ সহজে পাৰ হ'ব পাৰি বুলি কোৱা হয়। ॥ ২৫ ॥

"এনে ৰামচন্দ্ৰক মানুহে ঈশ্বৰ বুলিয়েই ভাবে। কিন্তু কিছুমান মূৰ্খই প্ৰকৃত তত্ত্ব বুজি নাপাই ৰামচন্দ্ৰক মানুহ জ্ঞান কৰে। তেওঁলোকে কয় ৰাম ঈশ্বৰ হোৱা হ'লে ৰাৱণে সীতা হৰণ কৰোঁতে শোক নকৰিলেহেঁতেন। ॥ ২৬ ॥

"ভগৱানক কেতিয়াও শোক-তাপে স্পৰ্শ কৰিব নোৱাৰে। তেওঁ কোনো বিষয়ত অজ্ঞ হৈয়ো নাথাকে। ৰামৰ মাজত যিহেতু সাধাৰণ মানুহৰদৰে শোক আৰু অজ্ঞতা দেখা গ'ল গতিকে তেওঁ ঈশ্বৰ নহয়। ইয়াৰ উত্তৰ কি হ'ব পাৰে মোক ভালকৈ বুজাই দিয়ক প্ৰভু।" ॥ ২৭ ॥

পাৰ্বতীৰ এনে প্ৰশ্ন শুনি শিৱই বৰ ভাল পালে আৰু ৰামৰ বিষয়ে ক'বলৈ সাজু হৈ ক'লে—"শুনা পাৰ্বতী ৰাম হ'ল অনাদি আৰু পৰম ঈশ্বৰ। তেৰেঁই সকলো সৃষ্টি কৰিছে আৰু তেওঁ আকাশৰ দৰে সৰ্বত্ৰ বিৰাজমান। ॥ ২৮ ॥

"যেনেকৈ চুম্বকৰ ওচৰত পৰিলে লো নাচিবলৈ আৰম্ভ কৰে, ঠিক তেনেকৈ ৰামেও সমগ্ৰ জগত নচুৱাই আছে। এই কথা নুবুজাজনে ৰামক মানুহ বুলি ভাবে আৰু এনে মানুহৰ ওপৰত সংসাৰৰ অন্তহীন তাপ বৰিষণ হয়। ॥ ২৯ ॥

"যেতিয়া ডাৱৰে গোটেই আকাশ ঢাকি পেলায়, তেতিয়া সূৰ্যক ঢাকিব পাৰে জানো? কিন্তু মানুহে কয়, ডাৱৰ আহি সূৰ্যটো ঢাকি পেলালে। ঠিক তেনেকৈ তত্ত্ব নজনা জনে যি মন যায় তাকে কয়; কিন্তু যিসকল যোগী, জ্ঞানী তেওঁলোকে ৰঘুনাথক ত্ৰিলোকৰ পতি বুলিয়েই চিনি পায়। ॥ ৩০ ॥

"যাৰ মূৰ ঘূৰাইছে, সেইজনে অজ্ঞানবশতঃ কয় যে ওচৰৰ পাহাৰখন ঘূৰি আছে। কিন্তু আচলতে তেওঁৰ মূৰহে ঘূৰাইছে। ঠিক তেনেকৈ অজ্ঞানতা ৰূপী মূৰ ঘূৰণি থকা লোকে ৰামক মানুহ বোলে, কিন্তু প্ৰকৃততে তেওঁ চৌদ্ধ ভুৱনৰ গৰাকী। ॥ ৩১ ॥

"সূৰ্যত কেনেবাকৈ আন্ধাৰ থাকিলেও ৰামচন্দ্ৰৰ মনত লেশমাত্ৰও অজ্ঞানতা নাই, কাৰণ তেৰেঁই আত্মা-স্বৰূপ। ৰাম-সীতা সম্পৰ্কে আৰু এটা গোপন কথা মই তোমাক কওঁ শুনা। পৃথিৱীৰ ভাৰ হৰণ কৰাই তেওঁলোকৰ কাম আছিল। সেয়া তেওঁলোকে শেষ কৰিলে। ॥ ৩২ ॥



"ভূ-ভাৰ হৰণ কৰি ৰামে ৰাজত্ব কৰিবলৈ আৰম্ভ কৰাৰ পাছত এদিন হনুমানক দেখি ৰামৰ মনত দয়া উপজিল আৰু ক'লে—হে সীতা, হনুমান আমাৰ পৰম ভক্ত; এওঁ আমাৰপৰা তত্ত্ব জ্ঞান ল'বলৈ ৰৈ আছে। ॥ ৩৩ ॥

"তুমি সেই তত্ত্বজ্ঞান প্ৰদান কৰা তেনেকৈ আদেশ কৰাৰ পাছত সীতাই হনুমানক যি তত্ত্ব প্ৰদান কৰিলে তাতোকৈ ডাঙৰ তত্ত্ব আৰু নাই। সীতাই হনুমানক ক'লে যে ৰামেই পৰমব্ৰহ্ম আৰু মই তেওঁৰ শক্তি, ময়েই মায়া। ॥ ৩৪ ॥

"ৰামৰ সান্নিধ্যলৈ আহি ময়েই সকলোকে সৃষ্টি আৰু পালন কৰোঁ। কিন্তু ৰামকেই কৰ্তা বুলি কোৱা হয়। পৱিত্ৰ ৰঘুবংশত জন্ম গ্ৰহণ কৰা, বিশ্বামিত্ৰ ঋষিৰ যজ্ঞ ৰক্ষা কৰা। ॥ ৩৫ ॥

"গৌতম পত্নী অহল্যাৰ পাপ হৰণ কৰা হৰ-ধনু ভংগ কৰা, মোক বিবাহ কৰা, পৰশুৰামৰ গৰ্ব খৰ্ব কৰা ইত্যাদি যিমানবোৰ কাম তেওঁ কৰিলে, ॥ ৩৬ ॥

"এই সকলোবোৰ কাম প্ৰকৃততে মইহে কৰিছোঁ। কিন্তু মানুহে ৰামক কৰ্তা বুলি কয়। আচলতে তেওঁ অনাদি, অন্তৰ্যামী আৰু সাক্ষীস্বৰূপ, কৰ্তা নহয়। মোৰ গুণসমূহ গ্ৰহণ কৰাৰ কাৰণে মানুহে তেনেকৈ কয়। ॥ ৩৭ ॥

"হনুমানে সীতাৰপৰা এই উপদেশ পোৱাৰ পাছত ৰামে নিজেই তত্ত্বজ্ঞান দিলে। আত্মা, অনাত্মা কি আৰু তাক বুজি পালে কেনেকৈ মুক্তি লাভ হয়,—এই সকলো কথা বিৱৰি ক'লে। ॥ ৩৮ ॥

আত্মা আৰু অনাত্মাৰ পাৰ্থক্য বুজি পালে আৰু যিবোৰ বস্তু অনাত্মা সেইবোৰ মিছা বুলি ত্যাগ কৰিব পাৰিলে অজ্ঞানতা দূৰ হয় আৰু সেইজন পুৰুষ ৰামৰ সমতুল্য হয় বুলিও ৰামে ক'লে। ॥ ৩৯ ॥

"এই তত্ত্বজ্ঞান অতি গোপনীয়; কিন্তু ৰাম-হৃদয়স্বৰূপ এই জ্ঞান তোমাৰ হৃদয়ত সঞ্চিত ৰাখিবৰ অৰ্থে মই বৰ্ণনা কৰিলোঁ বুলি কৈ ৰামে নিজে যি জ্ঞান হনুমানক দিছিল, সেই গূঢ়াৰ্থখিনি মই তোমাক আজি কৈ দিলোঁ। ॥ ৪০ ॥

"ৰাম-হৃদয়ৰ মহিমা আৰু শুনা পাৰ্বতী! যিজনে ইয়াক পাঠ কৰে, তেওঁ সহস্ৰ জন্মৰ পাপৰপৰা মোক্ষ লাভ কৰে। জাতিভ্ৰষ্ট অধৰ্মীজনেও সংসাৰ-সাগৰ পাৰ হ'ব পাৰে।" ॥ ৪১ ॥

এনেদৰে ৰামৰ অপাৰ মহিমাৰ কথা শুনাৰ পাছত পাৰ্বতীৰ আৰু বেছি শুনিবলৈ মন গ'ল। সেই কাৰণে শিৱক প্ৰাৰ্থনা কৰি ক'লে—"হে নাথ, ৰামৰ সম্পূৰ্ণ লীলা মোৰ শুনিবৰ ইচ্ছা হৈছে। ॥ ৪২ ॥

"মোৰ প্ৰতি কৰুণা কৰি সম্পূৰ্ণ ৰামলীলা মোক বিস্তাৰিতভাৱে ব্যাখ্যা কৰক।" পাৰ্বতীৰ এনে প্ৰেমপূৰ্ণ অনুৰোধ শুনি শিৱই পুনৰ ৰাম-চৰিত্ৰ বৰ্ণনা কৰিবলৈ ধৰিলে। ॥ ৪৩ ॥

ৰাৱণাদি বীৰসকলে সৃষ্টি কৰা ভাৰ সহিব নোৱাৰি পৃথিৱী কান্দি কান্দি ব্ৰহ্মাৰ ওচৰলৈ গ'ল আৰু তেওঁ প্ৰাৰ্থনা কৰি ক'লে—"হে দয়ানিধান, পাপ বৃদ্ধি হোৱা হেতুকে মোৰ ওপৰত ভাৰ বেছি হৈছে। আপুনি মোক এই ভাৰৰপৰা মুক্ত কৰক। ॥ ৪৪ ॥



পৃথিৱীৰ এনে প্ৰাৰ্থনা শুনি ব্ৰহ্মা ততালিকে ক্ষীৰ সমুদ্ৰৰ তীৰলৈ গ'ল আৰু ইন্দ্ৰাদি দেৱতাসকলৰ সৈতে বিষ্ণুক প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। প্ৰাৰ্থনাত সন্তুষ্ট হৈ বিষ্ণুৱে তেওঁৰ আগত দেখা দিলে। ॥ ৪৫ ॥

শ্ৰীহৰিৰ মনোহৰ ৰূপ দেখা পাই ব্ৰহ্মা প্ৰভুৰ চৰণত পৰিল আৰু ভক্তিপূৰ্ণভাৱে নিৱেদন কৰিলে—"হে নাথ, ৰাৱণ বেছি দুৰন্ত হৈ পৃথিৱীৰ সকলোকে অতি কষ্ট দিবলৈ ধৰিছে। ইন্দ্ৰ আদি দেৱতাসকলৰ শক্তিও সি হৰণ কৰি লৈছে। ॥ ৪৬ ॥

"মানুহৰ ৰূপ ধাৰণ কৰি আপুনি ৰাৱণক হত্যা কৰক, কাৰণ কেৱল 'মানুহৰ হাততহে তই মৰিবি' বুলি আগতে তাক মই বৰ দি থৈছোঁ।" ব্ৰহ্মাৰ এনে কথা শুনি ভগৱানে ক'লে—"মানুহৰ ৰূপ লৈ মই ৰাৱণক বধ কৰিম। ॥ ৪৭ ॥

"মোৰ মায়াই সীতাৰ ৰূপ লৈ জনক ৰজাৰ জীয়াৰী হৈ থাকিব। মই দশৰথ ৰজাৰ পুত্ৰৰূপে জন্ম ল'ম। তেতিয়া সীতাক লগত লৈ তোমাৰ মনোবাঞ্ছা পূৰ্ণ কৰিম।" এনেদৰে কৈ ভগৱান অন্তৰ্ধান হ'ল। ॥ ৪৮ ॥

ভগৱান অন্তৰ্ধান হোৱাৰ পাছত ব্ৰহ্মাই ইন্দ্ৰ আদি দেৱতাক মাতি ক'লে—"তোমালোক পৃথিৱীলৈ গৈ বান্দৰ হৈ থাকা আৰু যিমানদিন ভগৱান মানুহ হৈ পৃথিৱীত থাকিব, তোমালোকে তেওঁক সহায় কৰিবা।" ॥ ৪৯ ॥

এইখিনি কথা কৈ ব্ৰহ্মা সত্যলোকলৈ গুচি গ'ল। ইন্দ্ৰাদি দেৱতাসকল বান্দৰৰ ৰূপ লৈ পৃথিৱীলৈ নামি আহিল। সেই সময়ত অযোধ্যা নগৰত দশৰথ নামেৰে এজন ডাঙৰ ৰজাই ৰাজত্ব কৰিছিল। বুঢ়া বয়সলৈকে তেওঁৰ পুত্ৰ সন্তান হোৱা নাছিল। ॥ ৫০ ॥

মনৰ দুখত ৰজা দশৰথে গুৰু বশিষ্ঠৰ ওচৰলৈ গৈ পুত্ৰ লাভ কৰাৰ উপায় সুধিলে। কি কৰিলে কি হয় ইত্যাদি সকলো কথাৰ জ্ঞান থকা বশিষ্ঠ ঋষিয়ে উপায় ব্যাখ্যা কৰি ক'লে, ॥ ৫১ ॥

"আপুনি যজ্ঞ এটা কৰিলে সোনকালে পুত্ৰ লাভ হ'ব। শান্তাপতি ঋষ্যশৃংগ ঋষিক নিমন্ত্ৰণ কৰি আনিব লাগিব। তেওঁ আমাৰ লগত বহি যজ্ঞৰ কামত অংশ গ্ৰহণ কৰিলে আপোনাৰ চাৰিজন অতি ধীৰ পুত্ৰ লাভ হ'ব।" ॥ ৫২ ॥

বশিষ্ঠৰ এনে উপদেশ শুনি ৰজাই আনন্দ পালে আৰু ঋষ্যশৃংগ ঋষিক মাতি যজ্ঞৰ কাম আৰম্ভ কৰিলে। বশিষ্ঠ আৰু ঋষ্যশৃংগই হোম কৰি থকা সময়ত যজ্ঞৰপৰা হাতত পায়সৰ পাত্ৰ লৈ অগ্নিদেৱতা ওলাই আহিল। ॥ ৫৩ ॥

পায়সৰ পাত্ৰ ৰজাৰ হাতত দি 'লোৱা মহাৰাজ, তোমাৰ পুত্ৰ হ'ব' বুলি কৈ অগ্নিদেৱতা অন্তৰ্ধান হ'ল। ৰজাই আনন্দবিহ্বল হৈ দুয়োজন ঋষিৰ চৰণত পৰি প্ৰণাম কৰিলে আৰু পায়সখিনি দুভাগ কৰি কৌশল্যা আৰু কৈকেয়ীক দিলেগৈ। ॥ ৫৪ ॥

দুয়োগৰাকী ৰাণীয়ে পায়স খাই শেষ কৰাৰ আগে আগে সুমিত্ৰা আহি উপস্থিত হ'লহি আৰু 'মোৰ ভাগ ক'তা' বুলি নিজৰ ভাগ বিচাৰিলে। তেতিয়া দুয়োগৰাকী ৰাণীয়ে নিজৰ নিজৰ ভাগৰপৰা অলপ পায়স চান কাঢ়ি সুমিত্ৰাক দিলে। এনেকৈ তিনিওগৰাকীয়ে মিলি পায়সখিনি খাই শেষ কৰিলে। ॥ ৫৫ ॥

সময়ত তিনিওগৰাকী ৰাণীয়ে গৰ্ভ ধাৰণ কৰিলে। ৰাণীসকলৰ ৰূপৰ উজ্জ্বলতা দেৱতাৰদৰে জিলিকিবলৈ ধৰিলে।



এই উজ্জ্বলতা দেখি ৰাজ্যৰ সকলোৱে আনন্দ পালে। ৰাণী কৌশল্যাক মাতৃত্বৰ গৌৰৱেৰে বিভূষিত কৰি ৰামচন্দ্ৰৰ জন্ম হ'ল। পুতেকৰ চতুৰ্ভুজ ৰূপ দেখি মাকৰ সকলো কষ্ট নিমিষতে নাইকিয়া হ'ল। ॥ ৫৬ ॥

সাক্ষাৎ ঈশ্বৰ বুলি জানি মাকে হাতযোৰ কৰি ক'বলৈ ধৰিলে—"হে নাথ, আপুনিয়েই সমগ্ৰ বিশ্ব-ব্ৰহ্মাণ্ডৰ ধাৰণকাৰী আত্মাস্বৰূপ ভগৱান বুলি মই বুজি পাইছোঁ। কিন্তু আপুনি মোৰ উদৰৰপৰা সন্তান ৰূপে জন্ম লৈছে। ॥ ৫৭ ॥

"ভক্তৰ ওপৰত আপোনাৰ দয়া কিমান বুজি পালোঁ। হে প্ৰভু, আপোনাৰ এই দিব্যমূৰ্তি সদায় মনত ৰাখিম। কিন্তু আপোনাৰ এই ৰূপ লুকুৱাই বালক ৰূপ ধাৰণ কৰক, যাতে শিশুলীলা দৰ্শন কৰিব পাৰোঁ।' ॥ ৫৮ ॥

"সেই বালক মূৰ্তিক আলিঙ্গন কৰি কোলাত লৈ আপোনাৰ কৃপাত সংসাৰ-সাগৰ পাৰ হৈ যাব পাৰিম। মাকৰ এনে কথা শুনি ভগৱানে ক'লে—'হে মাতৃ, তোমাৰ কল্যাণৰ হকে মই সকলো কাম কৰিম। ॥ ৫৯ ॥

"বহুত দিন আগত তোমালোক স্বামী-স্ত্ৰী দুয়ে মোক পুত্ৰৰূপে পাবৰ কাৰণে তপস্যা কৰিছিলা। ময়ো পুত্ৰ ৰূপে জন্ম ল'ম বুলি বৰ দিছিলোঁ। সেইকাৰণেই তোমাৰ পুত্ৰৰূপে জন্ম লৈছোঁ। মোৰ কথা অন্যথা নহয়।" ॥ ৬০ ॥

এনেকৈ কৌশল্যাৰ লগত কথা পাতি তেওঁ শিশুৰ ৰূপ ধাৰণ কৰিলে আৰু কেঁচুৱাৰ দৰে কান্দিবলৈ আৰম্ভ কৰিলে। ৰজা দশৰথে পুত্ৰ জন্ম হোৱা গম পায়েই দৰ্শন কৰিবলৈ আহিল আৰু পুত্ৰক দেখা পায়েই তেওঁৰ মন আনন্দত পৰিপূৰ্ণ হ'ল। ॥ ৬১ ॥

গুৰুৱে তৎক্ষণাৎ জাত-কৰ্ম আদি সম্পাদন কৰিলে। কৈকেয়ীৰ গৰ্ভৰপৰা ভৰত জন্ম হোৱা দেখি সকলোৱে আনন্দ পালে। সুমিত্ৰাই দুটি যঁজা ল'ৰা জন্ম দিলে; লক্ষ্মণ ডাঙৰ, শত্ৰুঘ্ন সৰু। ॥ ৬২ ॥

তিনি গৰাকী ৰাণীৰ চাৰিজন পুত্ৰ জন্ম হোৱাৰ লগে লগে ভূমি, বস্ত্ৰ, সোণ আদি বহুত বস্তু দান কৰা হ'ল। বশিষ্ঠ মুনিয়ে ল'ৰাৰ নাম ৰাখিলে। কৌশল্যাৰ ল'ৰাৰ নাম ৰাম হ'ল। কৈকেয়ীৰ ভৰত আৰু যঁজা ল'ৰা দুটিৰো নাম দিয়া হ'ল। ॥ ৬৩ ॥

প্ৰথমজনৰ নাম লক্ষ্মণ আৰু সৰুজনৰ নাম শত্ৰুঘ্ন। লক্ষ্মণে সদায় ৰামৰ লগত থাকি খেলা-ধূলা কৰি ভালপোৱা হ'ল; শত্ৰুঘ্নৰ ভৰতৰ লগত বেছি মিল হ'বলৈ ধৰিলে। তেওঁলোকৰ প্ৰেম যেন পায়সৰ ভাগ অনুসৰি গঢ়ি উঠিল। ॥ ৬৪ ॥

নানা ধৰণৰ শিশুলীলাৰ মাজেৰে প্ৰভু ৰামৰ শিশুকাল-ছোৱা পাৰ হ'ল। চাৰিওজনৰ উপনয়ন কাৰ্য সম্পন্ন কৰা হ'ল। অস্ত্ৰবিদ্যাও লাভ কৰিলে। চিকাৰ, খেলা, ৰাজকাযৰ জ্ঞান আহৰণ কৰা ইত্যাদি সম্পূৰ্ণ হ'ল। ॥ ৬৫ ॥

ৰাম স্বয়ং পৰমাত্মা। নৰৰূপ ধাৰণ কৰি তেওঁ পৃথিৱীলৈ আহিছে। কিন্তু তেওঁ সাধাৰণ মানুহৰ দৰে সকলো কাম কৰিবলৈ ধৰিলে। ভগৱানৰ লীলা অপাৰ, ইয়াক বুজা টান। ॥ ৬৬ ॥

ৰামক নাৰায়ণ বুলি জানিব পাৰি বিশ্বামিত্ৰ ঋষি আনন্দিত হ'ল আৰু তেওঁক লগ পাবলৈ অযোধ্যালৈ আহিল। ৰজা দশৰথে সন্মানপূৰ্বক তেওঁক আদৰণি জনাই আগমনৰ উদ্দেশ্য সুধিলে। ॥ ৬৭ ॥



দশৰথৰ আদৰপূৰ্ণ প্ৰিয় বচন শুনি ঋষিয়ে নিজৰ মনৰ বেদনাৰ কথা ব্যক্ত কৰি ক'লে—"হে ৰাজন, প্ৰত্যেক পৰ্ব আদিত ঈশ্বৰৰ প্ৰতি ভক্তি ৰাখি মই কিছু হোম-যজ্ঞ আদি সম্পাদন কৰোঁ। ॥ ৬৮ ॥

"কিন্তু মাৰীচ, সুবাহু আদি ৰাক্ষসবিলাক আহি মোৰ যজ্ঞ নষ্ট কৰি দিয়ে। সিহঁতৰ এনে কাৰ্য দেখি মোৰ খং উঠিছে আৰু সিহঁতক বধ কৰোৱাৰ অভিপ্ৰায়েৰে আপোনাৰ জ্যেষ্ঠ পুত্ৰ ৰামক লৈ যাবলৈ আহিলোঁ। ॥ ৬৯ ॥

"আপুনি যদি ৰাম আৰু লক্ষ্মণক মোৰ হাতত অৰ্পণ কৰে, তেওঁলোকে সহজে মাৰীচ আৰু সুবাহুক বধ কৰিব পাৰিব। বশিষ্ঠ মুনিৰ সৈতে পৰামৰ্শ কৰি ল'ৰা দুজনক মোৰ হাতত দিয়ক। এইখিনি কথা ক'বলৈকে মই আহিছোঁ।" ॥ ৭০ ॥

বিশ্বামিত্ৰৰ এনে কথা শুনি ৰজা বৰ বিমোৰত পৰিল। ওচৰতে বশিষ্ঠ আছিল। তেওঁক সুধিলে—"হে গুৰু, এতিয়া কি কৰিলে কল্যাণ হ'ব আপুনি কওক। মই বৰ বিমোৰত পৰিছোঁ। ॥ ৭১ ॥

"ৰামক এৰি মই কেনেকৈ জীয়াই থাকিম ভাবিব পৰা নাই। কিন্তু নিদিলেও ঋষিয়ে অভিশাপ দিব বুলি ভয় হৈছে। গতিকে কি কৰিলে ভাল হ'ব কওক, মই তাকে কৰিবলৈ প্ৰস্তুত।" ॥ ৭২ ॥

দশৰথৰ এনে কথা শুনি গুৰুৱে ৰামৰ বিষয়ে সকলো গোপন কথা বিৱৰি ক'লে—"হে মহাৰাজ, তুমি ৰামক নিজৰ পুত্ৰ বুলি ভাবিছা; কিন্তু তেওঁ তোমাৰ পুত্ৰ যদিও তেৱেঁই ত্ৰিভুৱনৰ গৰাকী। ॥ ৭৩ ॥

"পৃথিৱীৰ ভাৰ হৰণ কৰাৰ উদ্দেশ্য লৈ ভগৱান আজি পৃথিৱীলৈ আহিছে। পূৰ্বতে তুমি আৰু কৌশল্যা, কাশ্যপ আৰু অদিতি আছিলা। তোমালোকে ভগৱানক পুত্ৰৰূপে লাভ কৰিবলৈ ঘোৰ তপস্যা কৰিছিলা। ॥ ৭৪ ॥

"তোমালোকৰ তপস্যাত সন্তুষ্ট হৈ ভগৱানে সন্তানৰূপে জন্ম ল'ম বুলি কৈছিল। সেইকথা পূৰ্ণ কৰিবৰ নিমিত্তে পৰমাত্মা আহি তোমাৰ ঘৰত পুত্ৰৰূপে জন্ম লৈছে। নাৰায়ণৰ শেষ নাগে লক্ষ্মণৰূপে জন্ম লৈছে, ভৰত হ'ল শঙ্খ আৰু শত্ৰুঘ্ন চক্ৰাৱতাৰ। গতিকে ভগৱানৰ লীলা বুজা টান। ॥ ৭৫ ॥

অনন্ত গুণৰ আধাৰ মূল শক্তিগৰাকীয়েও জনক ৰজাৰ ঘৰত সীতা নামেৰে জন্ম লৈছে। ৰাম-সীতাৰ বিয়াৰ সুযোগ কৰি দিবৰ উদ্দেশ্যেৰে বিশ্বামিত্ৰ ইয়ালৈ আহিছে। ॥ ৭৬ ॥

গতিকে ৰাম-লক্ষ্মণক দিয়াই উচিত হ ব বুলি মই ভাবোঁ"। গুৰুৱে যেতিয়া এনেকৈ ক লে দশৰথ ৰজাই ৰাম-লক্ষ্মণক বিশ্বামিত্ৰৰ লগত পঠাই দিলে। ঋষিও আনন্দিত হ'ল আৰু ৰজাক আশীৰ্বাদ দি গুচি গ'ল। ॥ ৭৭ ॥

কিছুদূৰ গৈয়েই ঋষিয়ে ৰামক এনে বিদ্যা শিকাই দিলে, যি বিদ্যা জানিলে ভোক-পিয়াহ একো নেলাগে। তেওঁলোকে গৈ গংগা নদীৰ পাৰৰ অটব্য অৰণ্য এখন পালে। তাত তাড়কা নামৰ ৰাক্ষসী এজনী থাকে বুলি বিশ্বামিত্ৰই ৰামক ক লে। ॥ ৭৮ ॥

তাড়কা ৰাক্ষসী অতি মায়াবী। তাই মানুহৰ ওপৰত অত্যন্ত অত্যাচাৰ কৰে। তাইক হত্যা কৰিব লাগে। বিশ্বামিত্ৰৰ এনে কথা শুনি ৰামে নিজৰ ধনু উলিয়াই প্ৰচণ্ড শব্দেৰে টংকাৰ কৰিবলৈ ধৰিলে, যাতে ৰাক্ষসী সোনকালে সেইখিনি পায়হি। ॥ ৭৯ ॥



ধনুৰ শব্দ শুনি ৰাক্ষসী দৌৰি আহি সেই ঠাই পালেহি। ৰামে এপাট বাণ তাইৰ বুকুলৈ মাৰি পঠিয়ালে আৰু তাইৰ থিতাতে মৃত্যু হ'ল। তাড়কা পূৰ্বতে যক্ষী আছিল। অভিশাপৰ ফলত ৰাক্ষসীৰ ৰূপ লৈছিল। ৰামৰ হাতত মৃত্যু হোৱাত তাই শাপমুক্ত হৈ পুনৰ যক্ষীৰূপ ধাৰণ কৰিলে। ॥ ৮০ ॥

তাৰ পাছত ৰামচন্দ্ৰক প্ৰদক্ষিণ কৰি সেৱা জনাই ৰথ এখনত উঠি স্বৰ্গলৈ গুচি গ'ল। ৰামৰ এনে বীৰত্বপূৰ্ণ কাৰ্য দেখি বিশ্বামিত্ৰ বৰ আনন্দিত হ'ল আৰু সকলোবিধ গোপন অস্ত্ৰৰ জ্ঞান ৰামক প্ৰদান কৰিলে। ॥ ৮১ ॥

তাৰ পাছত কামাশ্ৰম নামে ঠাইত এৰাতি থাকি ঋষিয়ে ৰাম-লক্ষ্মণক লৈ সিদ্ধাশ্ৰমলৈ গ'ল। সেই আশ্ৰমত বহুত ঋষি আছিল। তেওঁলোকে তিনিওজনক আদৰ-সাদৰ কৰিলে। সুবাহু আৰু মাৰীচক বধ কৰিবলৈ ৰাম সাজু হ ল। ॥ ৮২ ॥

ৰামে বিশ্বামিত্ৰক এটা ডাঙৰ যজ্ঞ আৰম্ভ কৰিবলৈ ক লে. যাতে ৰাক্ষসবোৰ সোনকালে তালৈ আহে আৰু ৰামে বধ কৰিব পাৰে। ৰামৰ কথা শুনি ঋষিয়ে অন্যান্য ঋষিৰ লগত হোম কৰিবলৈ আৰম্ভ কৰিলে। ॥ ৮৩ ॥

মধ্যাহ্ন হোৱাৰ পাছত যজ্ঞ নাশ কৰিবলৈ ৰাক্ষসবোৰ তালৈ আহিল। সিহঁতৰ কাল ওচৰ চাপি অহাৰ কথা জানিব নোৱাৰি সিহঁতে যজ্ঞৰ ওপৰত তেজ আৰু হাড় পেলাবলৈ আৰম্ভ কৰিলে। ৰামে আগবাঢ়ি গৈ বাণ নিক্ষেপ কৰিলে ॥৮৪॥

ৰামৰ বাণে মাৰীচক ওফৰাই নি সাগৰৰ পাৰত পেলালেগৈ। অগ্নিবাণৰদ্বাৰা সুবাহুক ভস্ম কৰি দিলে। বাকী ৰাক্ষসবোৰ যিমান আছিল লক্ষ্মণে মাৰি শেষ কৰিলে। তেতিয়া দেৱতাসকলে আনন্দত পুষ্পবৃষ্টি কৰিবলৈ ধৰিলে। ॥৮৫॥

বিশ্বমিত্ৰও অতিশয় আনন্দিত হ'ল। তেওঁ মৰমতে ৰামক কোলাত তুলি ল'লে। অতি সুমিষ্ট ফল ভোজনৰ কাৰণে ৰামলৈ আগবঢ়ালে। তিনিদিন সেই আশ্ৰমত থাকি আকৌ আগবাঢ়ি যাবলৈ মনস্থ কৰি ঋষিয়ে ক'লে, ॥ ৮৬ ॥

"হে ৰাম আমি এতিয়া জনক ৰজাৰ নগৰলৈ যাওঁ ব'লা। তেওঁ আমাক নিশ্চয় অতি আদৰ কৰিব। তাত এখন শিৱৰ ধনু আছে; তাকো দেখা পোৱা যাব।" বিশ্বামিত্ৰৰ এনে কথা শুনি ৰামে আনন্দ পালে। ॥ ৮৭ ॥

বিশ্বমিত্ৰ আৰু লক্ষ্মণৰ লগত ৰাম গৈ থাকোঁতে পথত গৌতমৰ আশ্ৰম দেখা পালে। আশ্ৰমত নানা ধৰণৰ গছ আৰু ফল ভৰি আছিল কিন্তু জনপ্ৰাণী এটাও নাছিল। ॥৮৮॥

ৰাম যদিও সৰ্বজ্ঞ তথাপি তেওঁ বিশ্বামিত্ৰক ইমান ধুনীয়া আশ্ৰম এখন জনশূন্য হৈ থকাৰ কাৰণ সুধিলে। সৰ্বগুণ সম্পন্ন বিশ্বামিত্ৰই সেই আশ্ৰম পূৰ্বতে গৌতম ঋষিৰ আছিল বুলি ক'লে। ॥ ৮৯ ॥

গৌতমৰ ভাৰ্যা অহল্যাও সমান গুণসম্পন্না আছিল। তেওঁ স্বয়ং ব্ৰহ্মাৰ কন্যা আছিল আৰু নিজ গুণে সকলোকে আনন্দ দিছিল। এদিন গৌতম কাৰ্যবশতঃ বাহিৰলৈ যোৱাৰ সময়ত ইন্দ্ৰই গৌতমৰ ৰূপ ধাৰণ কৰি অহল্যাৰ ওচৰ চাপিল। ॥ ৯০ ॥

অহল্যাৰ লগত কামবিলাস কৰি ইন্দ্ৰ ঘূৰি যাওঁতে গৌতম মুনিয়ে নিজ ৰূপ দেখি আচৰিত হ'ল আৰু খঙেৰে সুধিলে— "তই কোন ক, নহ'লে এতিয়াই তোক শাপ দি ভস্ম কৰিম।" ॥ ৯১ ॥



ইন্দ্ৰই ভয়ত কঁপি কঁপি ক'লে—"হে ব্ৰাহ্মণ মই ইন্দ্ৰহে।" গৌতমৰ অতিশয় খং উঠিল আৰু অভিশাপ দি ক'লে— "যি-হেতু তই কামৰ তাড়নাত পৰি এনে পাপ কৰ্ম কৰিলি, তোৰ শৰীৰত এহেজাৰ যোনি হ'ব।" ॥ ৯২ ॥

ইন্দ্ৰক শাপ দি ঋষি আশ্ৰমলৈ গ'ল আৰু অহল্যাক অভিশাপ দি ক'লে—"তই শিল হৈ অকলশৰে জনপ্ৰাণীহীন আশ্ৰমত পৰি থাকিবি। যেতিয়া শ্ৰীৰামচন্দ্ৰ ইয়ালৈ আহি চৰণেৰে তোক স্পৰ্শ কৰিব, তেতিয়াহে তোৰ মুক্তি হ'ব।"॥ ৯৩॥

স্বামীয়ে অভিশাপ দিয়াৰ লগে লগে অহল্যা মাটিত পৰিল আৰু শিলৰ ৰূপ ধাৰণ কৰিলে। তেওঁ এতিয়া আপোনাৰ চৰণস্পৰ্শৰ কাৰণে আশা পালি ৰৈ আছে। দয়া কৰি এবাৰ তাত পদস্পৰ্শ কৰক। ॥ ৯৪ ॥

ঋষিৰ এনে বাক্য শুনি ৰাম তৎক্ষণাৎ আশ্ৰমলৈ গ'ল আৰু তাতে শিল এচটা দেখি তাক চৰণেৰে স্পৰ্শ কৰিলে। লগে লগে শিলচটা সুন্দৰ নাৰীমূৰ্তি এটালৈ ৰূপান্তৰিত হ'ল। সেই গৰাকী ব্ৰাহ্মণী অহল্যা বুলি ৰামে সেৱা কৰিলে। ॥৯৫॥

অহল্যায়ো ৰামক দেখা পাই অত্যন্ত আনন্দ পালে আৰু পূজা আদি কৰি নিজৰ স্বামীৰ ওচৰলৈ গুচি গ'ল। শ্ৰীৰামচন্দ্ৰই তাৰপৰা গৈ গংগাৰ পাৰ পালে। কিন্তু পাৰ হ'বলৈ লওঁতেই ঘাটৈ আহি চৰণত পৰি ক'লে। ॥ ৯৬ ॥

"হে প্ৰভু, আপোনাৰ পদধূলি পৰাৰ লগে লগে শিলেও মানুহৰূপ ধাৰণ কৰা দেখিলোঁ। ইয়াতো যদি তেনেকৈ প্ৰতিটো শিল আৰু পানীয়ে মানুহৰ ৰূপ ধাৰণ কৰে আমাৰ পৰিয়ালটো নিগমে মৰিব। ॥ ৯৭ ॥

"গতিকে হে প্ৰভু, আপোনাৰ ভৰি পখালি পানীখিনি আমাৰ শিৰত ল'বলৈ দিয়ক। তাৰ পাছত আপুনি নৈ পাৰ হ'ব।" ঘাটৈৰ কথা শুনি ৰামচন্দ্ৰই ভৰি ছুটা ধুৱাবলৈ আগবঢ়াই দিলে। ॥৯৮॥

ঘাটৈয়ে ভৰি ধুৱাই নিজৰ শিৰত পদজল লোৱাৰ পিছত নাৱত উঠি সহজে গংগা পাৰ হৈ শ্যামসুন্দৰ ৰাম আনন্দ মনেৰে জনকপুৰত উপস্থিত হ'ল। ঋষি বিশ্বামিত্ৰই ছুজন কোঁৱৰক লৈ আহিছে বুলি গম পাই ৰজা জনক ততালিকে তেওঁলোকক আগবঢ়াই নিবলৈ আহিল। ॥৯৯॥

ৰজা জনকে সকলোৰে কুশল-বাৰ্তা সুধিলে আৰু ঈশ্বৰ-সদৃশ কুমাৰ ছুজনক পূজা কৰিলে। তেওঁ যদিও এওঁলোকক সাক্ষাৎ বিষ্ণু বুলি জানিছিল তথাপি সুধিলে, ॥১০০॥

"হে ব্ৰাহ্মণ, মোৰ মন হৰণকাৰী এই কুমাৰ ছুজন কোন মোক সবিশেষ কওক।" বিশ্বামিত্ৰই ৰজাৰ এনে অনুৰোধ শুনি ৰাম-লক্ষ্মণৰ বিষয়ে ক'বলৈ ধৰিলে, ॥১০১॥

"হে ৰাজন, এওঁলোকে হ'ল ৰজা দশৰথৰ পুত্ৰ ৰাম আৰু লক্ষ্মণ। অত্যন্ত পৰাক্ৰমী বুলি এওঁলোকক সকলোৱে কয়। মাৰীচ, সুবাহু আদি ৰাক্ষসক জয় কৰিব পৰা কোনোৱেই নাছিল, কিন্তু ৰামে মাৰীচক সাগৰৰ পাৰলৈ ওফৰাই পঠালে আৰু সুবাহুক হত্যা কৰিলে। ॥১০২॥

"বহুবছৰ ধৰি শিলাৰূপ ধাৰণ কৰি থকা শাপগ্ৰস্তা অহল্যাই ৰামৰ চৰণস্পৰ্শ লাভ কৰি মানৱী ৰূপ ধাৰণ কৰিলে। তোমাৰ ইয়াত শিৱৰ ধনু এখন আছে বুলি চাবলৈ আহিছোঁ। ধনুখন ক'ত আছে আমাক চাবলৈ দিয়া।" ॥১০৩॥



ঋষিৰ কথা শুনি ৰজা জনকে ধনুখন লৈ আহিবলৈ মন্ত্ৰীক নিৰ্দেশ দিলে আৰু ক'লে, "ৰামে যদি ধনুখন দাঙিব পাৰে তেনেহ'লে মই মোৰ জীয়াৰী সীতাক তেওঁলৈ বিয়া দিম।" ॥১০৪॥

এনেধৰণৰ কথা-বতৰা চলি থাকোঁতে পাঁচ হেজাৰ শকত-আৱত মানুহে ধৰি ধনুখন লৈ আহিল। তেতিয়া ৰাচমন্দ্ৰই উঠি গৈ অতি সহজে ধনুখন নিজৰ হাতেৰে দাঙি ধৰিলে। ॥১০৫॥

তাৰ পাছত গুণ লগাবলৈ ধৰোঁতেই ধনুখন ছুটুকুৰা হৈ ভাগি থাকিল। এনে ঘটনা দেখি জনকপুৰবাসী সকলো মানুহ বিস্মিত আৰু লগে লগে আনন্দিত হ'ল। জনক ৰজাই ৰামক আঁকোৱালি লৈ বৰ মৰম কৰিলে। ॥১০৬॥

তেতিয়া জুনুক জুনুককৈ পদ চালন কৰি আহি সীতাই ৰামৰ ডিঙিত সোণৰ মালা পিন্ধাই দিলেহি। বিশ্বামিত্ৰই জনক ৰজাক ৰজা দশৰথলৈ খবৰ পঠাবলৈ ক'লে। ॥১০৭॥

ৰজাই গোটেই ঘটনাৰ বিৱৰণ লিখি দূতসকলক অযোধ্যালৈ পঠালে। দূতৰপৰা সকলো বিৱৰণ পাই ৰজা দশৰথ অতিশয় হৰষিত হ'ল। তেওঁ জনকপুৰলৈ যোৱাৰ আয়োজন কৰিবলৈ আদেশ দিলে। ॥ ১০৮ ॥

আদেশক্ৰমে অতি শীঘ্ৰে সৈন্য-সামন্ত গোট খালে আৰু ৰজাই দল-বল সহ জনকপুৰ পালেহি। সেই যাত্ৰাত কিমান মানুহ গৈছিল তাক বৰ্ণনা কৰা টান; কাৰণ অযোধ্যা নগৰী প্ৰায় জনশূন্য হৈছিল। ॥ ১০৯ ॥

জনক ৰজাই সন্মানপূৰ্বক সৎকাৰ আদি কৰি দশৰথ ৰজাক আদৰণি জনালে। ৰাম-লক্ষ্মণে আহি পিতাকৰ চৰণত

পৰি সেৱা কৰিলে। ৰজা দশৰথক থাকিবৰ কাৰণে সুন্দৰ অট্টালিকাৰ ব্যৱস্থা কৰা হৈছিল। তাতে তেওঁ আনন্দ মনেৰে থাকিল। ॥ ১১০ ॥

চহৰত নাম কীৰ্তন আদি আৰম্ভ হ'ল। গোটেই ৰাতি নানা ৰৰণৰ বন্তি জ্বলি থাকিল। বিবাহ মণ্ডপ হীৰা, মণি, মুক্তা আৰু ফুলেৰে সজ্জিত কৰা হ'ল। চহৰৰ প্ৰত্যেকৰ ঘৰ মণি-মুক্তাৰ মালাৰে অলংকৃত কৰা হ'ল। আৰু এক মংগলময় মুহূৰ্তত বিবাহৰ কাৰ্য সম্পন্ন কৰা হ'ল। ॥ ১১১ ॥

ৰামৰ লগতে তেওঁৰ তিনিজন ভায়েকৰো বিয়া পতা হ'ল। ৰজা জনকৰ ছোৱালীৰ সৈতে ৰাম-লক্ষ্মণৰ বিয়া পতা হ'ল। ভৰত আৰু শত্ৰুঘ্নই জনকৰ ভায়েকৰ জীয়েকক বিয়া কৰালে। ॥ ১১২ ॥

সীতা হ'ল শ্ৰীৰামৰ পত্নী। লক্ষণৰ পত্নীৰ নাম উৰ্মিলা। ভৰতৰ স্ত্ৰীৰ নাম শ্ৰুতকীৰ্তি আৰু শত্ৰুঘ্নৰ স্ত্ৰীৰ নাম মাণ্ডৱী। চাৰি ভাই যেনেকৈ অলেখ গুণেৰে বিভূষিত আছিল, পত্নী-সকলো তেনে গুণসম্পন্না হ'ল। ॥ ১১৩ ॥

জনক ৰজাই সীতাৰ উৎপত্তিৰ বিষয়ে বিশ্বামিত্ৰ আৰু বশিষ্ঠ ঋষিৰ আগত বিৱৰি ক'লে ঃ "যজ্ঞৰ কাৰণে হাল বাই মাটি ঠিক কৰিবলৈ লওঁতে মাটিৰপৰা সীতাৰ আবিৰ্ভাৱ হ'ল। ॥ ১১৪ ॥

কন্যা লাভ কৰি আনন্দতে নাম থলোঁ সীতা। সীতাৰ শিশুকালৰ লীলা দেখি মোৰ মন আনন্দেৰে ভৰি পৰিছিল। ৰামচন্দ্ৰ নাম লৈ দশৰথ ৰজাৰ পুত্ৰৰূপে যিজনে জন্ম গ্ৰহণ কৰিছে, সীতা তেওঁৰেই মায়া; ॥ ১১৫ ॥



গতিকে 'তুমি ৰামলৈ সীতাক বিয়া দিবা' বুলি এদিন নাৰদে আহি মোক কৈ গৈছিল। তেতিয়া সকলো কথা মোৰো মনত পৰিল আৰু ৰামক কি বুদ্ধিৰে ইয়ালৈ আনিব পৰা যায় চিন্তা কৰিলোঁ আৰু শিৱধনু সম্পৰ্কে সংকল্প কৰিলোঁ। ॥ ১১৬ ॥

সকলোৱে গম পাওক বুলিয়েই ঘোষণা কৰিলোঁ যে যিজনে হৰ ধনুত গুণ দিব পাৰিব তেওঁলৈ কন্যা সীতাক বিয়া দিয়া হ'ব। সংকল্প শুনি বিভিন্ন ৰাজ্যৰ বীৰ পুৰুষসকল ইয়ালৈ আহিল। ॥ ১১৭ ॥

কিন্তু ৰামৰ বাহিৰে সেই ধনু দণ্ডাৰ সাধ্য কাৰ হ'ব? গতিকে সকলো ৰজা পৰাজিত হৈ উভতি গ'ল। ৰামে মোৰ প্ৰতিজ্ঞা পূৰ্ণ কৰিলে। তেওঁৰ চৰণৰ কৃপা এতিয়া মই বুজিব পাৰিছোঁ। ॥ ১১৮ ॥

এনেকৈ জনকে বিশ্বামিত্ৰক সকলো কথা নিৱেদন কৰিলে। তাৰপাছত সীতাপতি ৰঘুনাথক নানা প্ৰাৰ্থনা আদি কৰি এশ কৌটি ধন-সোণ, অযুত ৰথ, এক লাখ ঘোঁৰা, এশ হাতী জীয়েকক যৌতুক স্বৰূপে দিলে। ॥ ১১৯ ॥

এক লাখ পদাতিক, তিনিশ লিগিৰী আদি প্ৰদান কৰি ৰজা জনকে দুগুণ ভক্তিৰে বশিষ্ঠ আৰু ৰাম লক্ষ্মণ, ভৰত আদি সকলোকে পূজা সেৱা কৰিলে। তেতিয়া ৰামে অযোধ্যালৈ প্ৰত্যাগমন কৰাৰ ইচ্ছা প্ৰকাশ কৰিলে। ॥ ১২০ ॥

ঘূৰি যোৱাৰ ইচ্ছা দেখি ৰজাই নেৱা-সংকাৰ কৰি ৰাম-লক্ষ্মণ সকলোকে সন্তুষ্ট কৰি বিদায় দিলে। সীতাই চকুপানী টুকি টুকি মাকৰপৰা বিদায় ল'লে। বিদায়ৰ এই দৃশ্যত সকলোৱে চকুপানী ওলাল। ॥ ১২১ ॥

মাকে সীতাক শহুৰেক-শাহুৱেকৰ যত্ন ল'বলৈ উপদেশ দি ক'লে যে তেওঁলোকৰ সমান গুৰুজন অন্য কোনো নাই। তদুপৰি পতিব্ৰতা ধৰ্মই তিৰোতাৰ মহান ধৰ্ম। তাক নিষ্ঠাৰে পালন কৰিব লাগে। এইদৰে উপদেশ দি জীয়েকক আৰু সকলোকে বিদায় দিলে। ॥ ১২২ ॥

গোটেই দল-বল অযোধ্যালৈ উলটিবলৈ ওলালত চাৰিও ফালে ঢোল-খোল, মৃদং বাজিবলৈ ধৰিলে। স্বৰ্গৰ দেৱতা-সকলো আনন্দিত হ'ল। কিন্তু তেওঁলোক বাৰ ক্ৰোশমান দূৰলৈ যোৱাৰ পাছতে সকলোৰে মনত ত্ৰাসৰ সৃষ্টি কৰি নানা তৰহৰ অভাৱনীয় ঘটনা ঘটিবলৈ ধৰিলে। ॥ ১২৩ ॥

পৃথিৱীৰ ক্ষত্ৰিয় বিনাশ কৰি পৃথিৱী প্ৰদক্ষিণ কৰি পৰশুৰাম সেইথিনি পাইছিলহি। সেইকাৰণে চাৰিওফালে ধুমুহাৰ সৃষ্টি হৈছিল। প্ৰবল পৰাক্ৰমী পৰশুৰামৰ গছকত পৃথিৱী কঁপিবলৈ ধৰিলে। ৰজা দশৰথ পুতেকসকলক কেনেকৈ ৰক্ষা কৰিব পাৰি সেই চিন্তাত বিহ্বল হ'ল। ॥ ১২৪ ॥

মনৰ এনে বিহ্বল অৱস্থাত ৰজাই পৰশুৰামৰ চৰণত পৰি ক'বলৈ ধৰিলে—"হে প্ৰভু, মোৰ পুত্ৰসকলৰ প্ৰাণ ৰক্ষা কৰাঁ।" এই অনুৰোধ প্ৰত্যাখান কৰি পৰশুৰামে কালাগ্নিৰ ৰূপ ধাৰণ কৰিলে আৰু ৰামৰ বীৰত্ব খৰ্ব কৰাৰ উদ্দেশ্যে ক'লে, ॥ ১২৫ ॥

"তই কাৰ পুত্ৰ, মোক ক। পুৰণা মামৰে ধৰা ধনু এখন ভাঙিয়েই তোৰ ইমান অহঙ্কাৰ হৈছে। শক্তি আছে যদি এই হৰিৰ ধনুখনত গুণ দে।" এনেকৈ কৈ পৰশুৰাম ৰামৰ কাষলৈ আগবাঢ়ি গ'ল। ॥ ১২৬ ॥



"যদি এই ধনুখনত গুণ দিব নোৱাৰে, তেনেহ'লে সদলবলে তোক হত্যা কৰিম।" কালাগ্নিৰূপধাৰী পৰশুৰামৰ এনে ক্ৰুৰ বচন শুনি সকলো মানুহৰ চেতনা লোপ পোৱাৰ উপক্ৰম হ'ল। পৃথিৱীখনো ভয়ত কঁপিবলৈ ধৰিলে। ॥ ১২৭ ॥

এনে নিষ্ঠুৰ বাক্য শুনি ৰঘুনাথ খঙেৰে আগবাঢ়ি আহিল। তেওঁ পৰশুৰামৰ হাতৰপৰা ধনুখন কাঢ়ি ল'লে তৎক্ষণাত গুণ লগাই ধনুত কাঁড় এপাট জুৰি ল'লে। ৰামৰ এনে শক্তি দেখি সকলো মানুহ আনন্দিত হ'ল। ॥ ১২৮ ॥

ধনুত শৰ সংযোগ কৰি ৰামে পৰশুৰামক প্ৰশ্ন কৰিলে— "হে ব্ৰাহ্মণ, এতিয়া মই এই অস্ত্ৰপাট ক'লৈ নিক্ষেপ কৰোঁ কৈ দিয়ক। অন্য একো লক্ষ্য নেপালে মই আপোনাৰ ভৰি দুখনকে কাটি পেলাম।" ॥ ১২৯ ॥

এনেকৈ কৈ পৰশুৰামৰ সকলো শক্তি ৰামে হৰণ কৰিলে। তেতিয়া আগৰ সকলোবোৰ কথা পৰশুৰামৰ মনত পৰিল আৰু ক'লে—"আপুনি স্বয়ং জগন্নাথ, মই চিনি পাইছোঁ। আপোনাৰ শক্তিৰ একাংশৰে মই ইমান শক্তিশালী হ'ব পাৰিছিলোঁ। ॥ ১৩০ ॥

"ৰজা কাৰ্তবীৰ্যৰ অত্যাচাৰ বেছি হোৱা দেখি মই সৰু কালত আপোনাক তপস্যা কৰিছিলোঁ। মোৰ তপস্যাত প্ৰসন্ন হৈ আপুনি মোক বৰ দি কৈছিল—"মোৰ শক্তিৰ কিছু অংশলৈ তোমাৰ ইচ্ছা পূৰণ কৰিব পাৰিব।" ॥ ১৩১ ॥

"আপোনাৰ আদেশত কাৰ্তবীৰ্যক বধ কৰি একৈশ-বাৰ পৃথিৱী প্ৰদক্ষিণ কৰি মই ক্ষত্ৰিয়হীন কৰিলোঁ। ক্ষত্ৰিয়হীন পৃথিৱী কাশ্যপক দান কৰিবলৈ আদেশ আছিল। মই মোৰ সকলো কাম সম্পূৰ্ণ কৰিলোঁ। ॥ ১৩২ ॥

"ত্ৰেতা যুগত ৰাম-নাম লৈ জন্ম ল'ম। তেতিয়া তোমাক আকৌ লগ পাই তোমাক দিয়া শক্তি পুনৰ ঘূৰাই ল'ম। তাৰ পিছত তুমি ব্ৰহ্মাৰ এদিনত যিমান সময় হয়, সিমান বছৰ তপস্যা কৰি থাকিবা বুলি কৈ ভগৱান বৈকুণ্ঠলৈ গুচি গ'ল। ॥ ১৩৩ ॥

"ময়ো তেওঁৰ ইচ্ছামতে সকলো কাম সম্পন্ন কৰিলোঁ। ৰামৰ লগত দেখা হ'ল। আপুনি মোৰ শক্তি হৰণ কৰি নিয়াৰ লগে লগে বুজি পালোঁ, আপুনি ভগৱানৰ বাহিৰে অন্য কোনো নহয়। এতিয়াহে মোৰ জনম সফল হৈছে। ॥ ১৩৪ ॥

"আপোনাৰ ভক্তসকলৰ সৎসংগত যেন সদায় থাকিবলৈ পাওঁ। আপোনাৰ প্ৰতি মোৰ ভক্তি যেন অটল হৈ থাকে। মোৰ সকলো পাপ-পুণ্য আপোনাত সমৰ্পণ কৰিলোঁ।" ॥ ১৩৫ ॥

এনেকৈ কৈ ৰামচন্দ্ৰক প্ৰদক্ষিণ কৰি পৰশুৰামে ৰামৰ চৰণত সেৱা জনালে আৰু ৰামৰ আদেশ ক্ৰমে মহেন্দ্ৰ পৰ্বতত তপস্যা কৰিবলৈ গুচি গ'ল। ৰামৰ তেজ দেখা পাই ৰজা দশৰথৰ আনন্দাশ্ৰু ব'বলৈ ধৰিলে। তেওঁ প্ৰেমেৰে ৰামক আঁকোৱালি ল'লে। ॥ ১৩৬ ॥

তাৰপাছত ৰাম গৈ অযোধ্যা নগৰ পালেগৈ আৰু অতি সুখেৰে সীতাৰ সৈতে ৰাজ্যভোগ কৰিবলৈ ধৰিলে। কেইদিনমানৰ পাছত ভৰতৰ মোমায়েক ৰজা যুধাজিত ভাগিনীয়েকক নিজৰ ঘৰলৈ লৈ যাবলৈ আহিল। ॥ ১৩৭ ॥

ৰজা দশৰথে ভৰতক মোমায়েকৰ ঘৰলৈ যাবলৈ অনুমতি দিলে। ভায়েক শত্ৰুঘ্নক লৈ ভৰত মোমায়েকৰ



ঘৰলৈ গুচি গ'ল। ইফালে ৰামে বিয়া কৰাই ঘূৰি অহাৰ বতৰা পাই সমগ্ৰ পুৰবাসী আনন্দত মতলীয়া হ'ল। ॥ ১৩৮ ॥

পূৰ্বতে কৌশল্যাই ৰাম-সীতাক তপস্যা কৰিছিল কাৰণে পুতেক বোৱাৰীয়েকৰূপে লাভ কৰিলে। কৌশল্যা কাশ্যপ পত্নী অদিতিৰদৰে শোভায়মান হ'ল। তেওঁৰ মনৰ সকলো দুখ-কষ্ট নোহোৱা হ'ল। ৰাম-সীতায়ো পৃথিৱীৰ সকলোৰে মংগল সাধনা কৰি মানুহৰ দৰে সকলো কাৰ্য সম্পাদন কৰি থাকিবলৈ ধৰিলে। ॥ ১৩৯ ॥

॥ ইতি শ্ৰীবালকাণ্ড সমাপ্ত ॥

## অযোধ্যা কাণ্ড

॥ ১ ॥

এদিন ৰামচন্দ্ৰ নিজান ঠাই এডোখৰত বহি আছিল আৰু সীতাই ওচৰতে বৈ তেওঁক চোৰঁৰেৰে বিচি আছিল। সেই সময়তে আকাশ-পথেদি আহি নাৰদমুনি ওচৰতে ৰ'লহি। ৰামে আনন্দিত হৈ তেওঁক শুশ্ৰূষা কৰি ক'লে, ॥ ১ ॥

"মই সংসাৰী মানুহ, আজি আপোনাৰ দৰ্শন পাই ধন্য মানিছোঁ আৰু এয়া মোৰ সৌভাগ্য বুলি বুজিব পাৰিছোঁ। মই কি কাম কৰিব লাগিব এতিয়া আপুনি আজ্ঞা কৰক—যাতে সোনকালে কাৰ্য সমাধা কৰি আপোনাক আনন্দ দিব পাৰোঁ।" ॥ ২ ॥

ৰামচন্দ্ৰৰ এনে বাক্য শুনি নাৰদে তেওঁক বহু সময় স্তুতি কৰি ক'লে—"মই ব্ৰহ্মাৰ অনুৰোধক্ৰমে ইয়ালৈ আহিছোঁ। ॥ ৩॥

"দুষ্টক দমন কৰি পৃথিৱীৰ ভাৰ হৰণ কৰিবলৈ আপুনি অযোধ্যালৈ আহিছিল। কিন্তু এতিয়া ৰজা দশৰথে আপোনাক সিংহাসন দিবলৈ ইচ্ছা কৰিছে। আপুনি যদি ৰাজকাৰ্যত সোমাই পৰে, পৃথিৱীৰ ভাৰ হৰণ কৰা কাৰ্য থাকি যাব।" ॥ ৪ ॥

নাৰদৰ এনে বাক্য শুনি ৰামচন্দ্ৰ আনন্দিত হ'ল আৰু ক'লে—"মই ৰাজকাৰ্যত সোমাই নপৰাকৈ ইয়াৰপৰা গুচি যামগৈ।" ভগৱানৰ কথা শুনি নাৰদে সন্তোষ পালে আৰু তিনিবাৰ তেওঁক প্ৰদক্ষিণ কৰি আকাশ-মাৰ্গেদি পুনৰ গুচি গ'ল ॥ ৫ ॥



ইফালে ৰজা দশৰথৰ মন আনন্দেৰে ভৰি পৰিল। তেওঁৰ মনত ৰামচন্দ্ৰক ৰাজ্যভাৰ দিয়াৰ প্ৰবল ইচ্ছা জাগি উঠিল। ৰাজগুৰুক মতাই ৰজাই ক'লে—"মই কালিলৈ পুত্ৰক ৰাজ্যভাৰ অৰ্পণ কৰিম; আপুনি সকলো যোগাৰ কৰক।" ॥ ৬ ॥

ৰজাই মন্ত্ৰীক মতাই আনিলে আৰু অন্য কাম বাদ দি গুৰুক প্ৰয়োজন হোৱা বস্তু যোগান দিবলৈ আদেশ দিলে। মন্ত্ৰীয়ে ৰজাৰ আদেশ পাই প্ৰয়োজনীয় সকলো বস্তুৰ বিৱৰণ গুৰুৰপৰা জানি ল'লে ॥ ৭ ॥

মন্ত্ৰীক লাগতিয়াল বস্তুৰ বিৱৰণ দি গুৰু বশিষ্ঠ ৰামচন্দ্ৰৰ ওচৰলৈ গ'ল। ৰামে গুৰুক অহা দেখি আদৰ-সাদৰ কৰিলে। তেতিয়া বশিষ্ঠই ক'লে—"হে ত্ৰিলোকপতি, মানুহে মোক গুৰু বুলি কয়; কিন্তু আপোনাৰনো গুৰু কোন হ'ব পাৰে? ॥ ৮ ॥

"আপোনাৰ দৰ্শন পোৱাৰ আশাৰে মই ইয়াত পুৰোহিত হৈ আছোঁহি। সকলো গোপন তত্ত্ব মই জানো; কিন্তু ইয়াৰ ভেদ ভাঙি নিদিওঁ। সকলো কথা জানিও মই এতিয়া আপোনাক অনুৰোধ এটি কৰিবলৈ আহিছোঁ।" ॥ ৯ ॥

"কালিলৈ আপোনাক অভিষেক কৰাবৰ কাৰণে সকলো সামগ্ৰী গোটোৱা হৈছে। আজি আপুনি মাটিত শয়ন কৰিব লাগিব। এয়েই শাস্ত্ৰৰ বিধান। সীতায়ো আপোনাৰ লগতে সকলো ইন্দ্ৰিয় সংযম কৰি উপবাসে থাকিব লাগিব। মোৰ কাম বহুত বাকী আছে। এইখিনিকে কৈ মই এতিয়া যাওঁ।" ॥ ১০ ॥

এনেকৈ কৈ বশিষ্ঠ গুচি যোৱাৰ পাছত ৰামে লক্ষ্মণক মাতি আনি ক'লে—"তোমাক মই কাম এটা কৰিবলৈ দিওঁ।

তুমি গৈ এই খবৰ আই কৌশল্যাক দিয়াগৈ। তেওঁ শুনি আনন্দ পাব। এতিয়া ভৰত ইয়াত নথকাত তেওঁৰ কাৰণে মোৰ বেয়া লাগিছে ॥ ১।

ইফালে কৌশল্যাই খবৰ পাই ভাবিলে—ৰজাই আদেশ দিলে হয়, কিন্তু কৈকেয়ীয়ে বা কি ভাবে? শুভকাৰ্যত যাতে একো বিঘিনি নঘটে তাৰ কাৰণে তেওঁ লক্ষ্মী আৰু দুৰ্গা দেৱীক পূজা কৰিবলৈ ধৰিলে। পৰমেশ্বৰে কিন্তু ভাবিলে যে বিঘিনি ঘটোৱাই উচিত হ'ব ॥ ১২।

গতিকে বাণীক মাতি ক'লে—"তুমি কৈকেয়ী আৰু মন্থৰা এই দুগৰাকী স্ত্ৰীৰ অন্তৰত সোমাই বিঘিনিৰ সৃষ্টি কৰা।" ঈশ্বৰৰ আদেশ শুনি বাণীয়ে ততালিকে দুয়োগৰাকী নাৰীৰ অন্তৰত প্ৰৱেশ কৰিলে ॥ ১৩ ॥

বাণীৰ কবলত পৰি মন্থৰা কৈকেয়ীৰ ওচৰলৈ গ'ল আৰু অতি কৌশলপূৰ্ণ বাক্যৰে সকলো ঘটনাৰ বিৱৰণ দি ক'লে "তুমি দুটা বৰ পাবলগীয়া আছে, ৰজাৰপৰা এতিয়াই খুজি লোৱা" ॥ ১৪ ॥

বাণীৰদ্বাৰা মতিভ্ৰম হোৱা কৈকেয়ীয়ে ক'লে—"মই ৰামক বনবাস আৰু ভৰতক ৰাজ্যদান এই দুটা বৰ খুজিম। বৰ লাভ কৰাৰ পাছত তোমাক এশখন গাঁও দান কৰিম। তুমি এতিয়া যোৱা।" ॥ ১৫ ॥

তাৰপাছত বাণীয়ে ৰোহ দেখুৱাবলৈ তেওঁৰ ধুনীয়া কাপোৰ-কানি খুলি থৈ লেতেৰা কাপোৰ পিন্ধিলে। আ-অলংকাৰ গোটেইবোৰ সোলোকাই পেলালে আৰু মাটিত বাগৰি পৰিল। সুমতি কেনেকৈ কু-মতিৰ প্ৰভাৱত পৰি নষ্ট হয়, কৈকেয়ীৰ গাত তাৰ সকলো লক্ষণ দেখা গ'ল ॥ ১৬ ॥



ৰজাই আনন্দ মনেৰে কৈকেয়ীৰ ওচৰলৈ আহি তেওঁক দেখা নাপাই ক'লৈ গ'ল লিগিৰীক সুধিলে। তাই উত্তৰত ক'লে—"ৰাণী ৰোহঘৰত সোমাই আছে; কিন্তু কি কাৰণত সোমাই আছে আপুনি নিজে গৈ সুধি লওক।" ॥ ১৭ ॥

লিগিৰীৰ কথা শুনি ৰজা ভয়ে ভয়ে কৈকেয়ীৰ ওচৰলৈ গ'ল আৰু তেওঁনো কি কাৰণে খং কৰিছে সুধিলে। কিন্তু ৰজাই তেওঁ যি কয় তাকে কৰিব বুলি শপত খোৱাতহে কৈকেয়ীয়ে মুখ মেলিলে। ৰাণীৰ কথা শুনি ৰজা কটা গছ এজোপাৰদৰে মাটিত বাগৰি পৰিল ॥ ১৮ ॥

তেওঁ ৰামক বনবাস আৰু ভৰতক ৰাজ্য দিব লাগে বুলি জেদ ধৰি ক'লে—"এই দুটা বৰ যদি মোক নিদিয়া তেনে-হ'লে জীয়াই থাকিও মৰাৰ সমান হ'ব। গতিকে কালিলৈকে মোৰ ইচ্ছা পূৰ্ণ নহ'লে মই বিহ খাই মৰি থাকিম।" ॥ ১৯ ॥

এনে কথা শুনি ৰজা মূৰ্চা গ'ল। এৰাতিয়েই ৰজাৰ কাৰণে এবছৰ যেন হ'ল। পাছদিনা ৰাতিপুৱা মন্ত্ৰীয়ে অভিষেকৰ সামগ্ৰী সাজু কৰি ৰজাৰ ওচৰলৈ আহিল। সকলো ঘটনা দেখি-শুনি মন্ত্ৰী ৰামক মাতিবলৈ গ'ল। ৰাম ততালিকে আহি সেইখিনি পালেহি ॥ ২০ ॥

ৰামক দেখি কৈকেয়ীয়ে ক'লে—"তুমি ভৰতক ৰাজ্যভাৰ দি দিজে বনলৈ গুচি যাব লাগিব। এয়া মোৰ আদেশ বুলি জানিবা।" এনে কথা শুনি ৰামে ততালিকে ক'লে—"ৰজা সুখেৰে থাকক। মই বনবাসলৈ গুচি যাবলৈ বেয়া নাপাওঁ ॥ ২১ ॥

"কিন্তু এবাৰ ৰজাৰ মুখৰ বাক্য শুনিব পাৰিলে মই আনন্দ মনেৰে বনলৈ যাব পাৰিম।" ৰামৰ এনে কথা শুনি

দশৰথে ক'লে—"হে ৰাম, তুমি মোক বন্দী কৰি থৈ এই ৰাজ্য গ্ৰহণ কৰা আৰু মোক এই বিপদৰপৰা বচোৱাঁ।" ॥ ২২ ॥

এইখিনি কথা কৈ ৰজাই দুখেৰে বিলাপ কৰিবলৈ ধৰিলে। ৰামচন্দ্ৰই ৰজাৰ মনোভাব বুজিব পাৰি তাৰপৰা মাকৰ ওচৰলৈ গ'ল। মাক কৌশল্যাই ভক্তিপূৰ্ণভাৱে হৰিৰ ধ্যানত মগ্ন আছিল। ৰামক যেন কোনো দিন নেদেখাকৈ থাকিবলগীয়া নহয়, সেইকাৰণে হৰিক প্ৰাৰ্থনা কৰিছিল। ॥২৩॥

সুমিত্ৰাই ৰাম অহাৰ সংবাদ দিয়াত তেওঁৰ চকু মেল খালে আৰু ৰামক সমুখত দেখি বৰ আনন্দ পালে। মৰমেৰে ৰামক নিজৰ কোলালৈ টানি নি কিবা বস্তু খাবলৈ ক'লে। তেতিয়া ৰামে ক'লে—"আৰু কিমান দিননো তুমি দিয়া বস্তু খাব পাৰিম ? ॥ ২৪ ॥

"মোৰ এতিয়া খাই-বৈ থকাৰ দিন গ'ল। মই বনৰ ৰাজ্য লাভ কৰিছোঁ। এই ৰাজ্য ভৰতে লাভ কৰিছে। তেওঁ ইয়াত থাকি ৰাজ্য শাসন কৰক। তুমি দুখ নকৰাকৈ মোক বিদায় দিয়া; মই বনলৈ যাওঁ। বনবাস সম্পূৰ্ণ কৰি সোনকালে মই তোমাৰ ওচৰলৈ ঘূৰি আহিম ॥ ২৫ ॥

ৰামৰ এনে বচন শুনি কৌশল্যা মূৰ্চিত হৈ পৰিল। তেওঁ অলপ চেতনা পাই ক'লে—"ৰজাই যাবলৈ ক'লেই নহ'ব; মই তোমাক যাবলৈ নিদিওঁ। নহ'লে ময়ো তোমাৰ লগতে যাওঁ, ব'লা ॥ ২৬ ॥

"তোমাৰ অবিহনে ইয়াত মই অকলে কেনেকৈ জীয়াই থাকিম ? এনেকৈ থকাতকৈ প্ৰাণত্যাগ কৰি যমপুৰীলৈ গুচি যোৱাই ভাল।" কৌশল্যাক এনেদৰে শোকত বিলাপ কৰা দেখি লক্ষ্মণৰ বৰ খং উঠিল ॥ ২৭ ॥



তেওঁ ৰামলৈ চাই খঙেৰে ক'লে—"মই যুদ্ধ কৰি ভৰতৰ পৰা ৰাজ্য কাঢ়ি ল'ম। যিসকলে আপোনাৰপৰা ৰাজ্য হৰণ কৰিব খুজিছে, সেই সকলক মই মাৰি পেলাম। প্ৰথমতে পিতাক বন্দী কৰিম ॥ ২৮ ॥

"আপুনি ৰাজপাটত উঠক; মই সকলো শত্ৰু বিনাশ কৰি আইৰ মনৰ দুখ-শোক নাইকিয়া কৰিম।" লক্ষ্মণৰ এনে কথা শুনি ৰামে আনন্দ পালে আৰু সকলো কথা বিস্তাৰিত-ভাৱে বুজাই ক'লে ॥ ২৯ ॥

"শুনা ভাই, সংসাৰৰ সকলো বস্তুৱেই অতি ঠুনুকা। আমাৰ এই শৰীৰো স্থায়ী নহয়। এই কথা বুজি তুমি খং নকৰিবা। ভোগৰ সকলো বস্তুৱেই বিজুলীৰদৰে চঞ্চল আৰু ক্ষণস্থায়ী বুলি জানিবা। গতিকে তুমি সহ্য কৰা। সহ্য কৰিব পৰাজনেই ডাঙৰ হয় ॥ ৩০ ॥

"যেনেকৈ সাপে ধৰা ভেকুলী এটায়ো মাখি খাবলৈ মুখ মেলে, ঠিক তেনেকৈ মানুহেও কালসৰ্পৰ মুখত পৰিও 'মই জীৱন উপভোগ কৰিম' বুলি আশা কৰে। গতিকে মিছাতে ৰক্তপাত কৰি কি লাভ হ'ব? তাতকৈ বনলৈ গুচি যোৱাই ভাল ॥ ৩১ ॥

"বাটৰ কাষৰ আলহীঘৰত দেশ-বিদেশৰ মানুহ গোট খায় আৰু কথা-বতৰা পাতি হাঁহি ধেমালি কৰি বন্ধুৰ দৰে ৰাতিটো কটায়। কিন্তু ৰাতিপুৱা হোৱাৰ লগে লগে সকলো নিজ নিজ বাটেৰে গুচি যায়। বন্ধু বান্ধৱৰ সংগ এনেকুৱাই বুলি জানি গুণীজনে সুখ দুখ দুয়োটাকে সমান জ্ঞান কৰে ॥ ৩২ ॥

"ধন, সোণ আৰু যৌৱন ছাঁৰ দৰে অলীক, বাঢ়ি অহা পানীৰ দৰে ক্ষন্তেকীয়া; স্ত্ৰীসুখ সপোনৰ দৰে অসাৰ। কিন্তু

এই কথা জানিও মানুহে সংসাৰত ভোল গৈ থাকে ; সংসাৰ চক্ৰত পাক্ ঘূৰণি খাই থাকে ॥ ৩৩ ॥

"যিখন ৰাজ্যৰ কাৰণে তুমি ক্ষুব্ধ হৈছা, সেইখন কেনেকুৱা চিনি পোৱানে ? তেজ, মাংস হাড়, শিৰা, উপশিৰা আদিৰে গঢ়া মানুহবেৰেই গঠিত । বিষ্ঠা বা ছাই হৈ এদিন ই নাইকিয়া হ'ব । ইয়াৰ কাৰণে যদি হত্যা কৰা, কেৱল পাপৰ ভাগিহে হ'বা ॥ ৩৪ ॥

"ক্ৰোধেই যমৰাজ স্বৰূপ, আৰু তৃষ্ণাই বৈতৰণী, এই কথা মনত ৰাখিবা । মনৰ সন্তোষেই হৈছে কামধেনু স্বৰূপ । গতিকে সদায় সন্তুষ্ট থাকি খং পৰিত্যাগ কৰি সহনশীলতাৰ গুণেৰে বিভূষিত হৈ বনলৈ যোৱাই উচিত ॥ ৩৫ ॥

"সকলো মানুহেই কৰ্মৰ বশ । যেনেকুৱাই নহওক প্ৰত্যেকেই নিজৰ কৰ্মফল ভোগ কৰি বিভিন্ন ঠাইত ঘূৰি ফুৰিব-লগীয়া হয় । এই কথা উপলব্ধি কৰি আই, তুমিও আমাক বিদায় দিয়া ।" ॥ ৩৬ ॥

এনেকৈ প্ৰাৰ্থনা কৰি ৰাম মাকৰ চৰণত পৰিল । তেতিয়া মাকে আশীৰ্বাদ দি বিদায় দিলে ; কিন্তু চকুপানীৰে তেওঁৰ গোটেই শৰীৰ তিতি গ'ল । মাকৰ আশীৰ্বাদ পাই ৰামৰ হৃদয় আনন্দেৰে পৰিপূৰ্ণ হ'ল । লক্ষ্মণে ৰামৰ লগত বনলৈ যোৱাৰ আগ্ৰহ প্ৰকাশ কৰিলে ॥ ৩৭ ॥

লক্ষ্মণক লগত লৈ ৰঘুনাথ সীতাৰ ওচৰলৈ গ'ল আৰু পোন প্ৰথমে সীতাক ক'লে— "তুমি ঘৰতে থাকিবা ।" ছত্ৰ-চামৰ-ৰহিত ৰামচন্দ্ৰক দেখি সীতাই একো বুজিব নোৱাৰি কাৰণ কি সুধিলে ॥ ৩৮ ॥



জানকীৰ শংকা হোৱা দেখি ৰামচন্দ্ৰই ক'লে—"তুমি শাহুৱেৰাৰ সেৱা কৰি চৌদ্ধ বছৰ ঘৰত থাকিবা ; মই পিতৃবাক্য পালন কৰিবলৈ বনলৈ যাওঁ । চৌদ্ধ বছৰ বনত কটাই শীঘ্ৰে মই আকৌ তোমাৰ ওচৰলৈ ঘূৰি আহিম" ॥ ৩৯ ॥

ৰামৰ এনে বাক্য শুনি সীতা মূৰ্ছিত হ'ল । পাছত জোতিষীয়ে কোৱা কথাবোৰ সুঁৱৰি তেওঁ ৰামৰ চৰণৰ সেৱা কোনো পধ্যেই এৰি নিদিয়ে বুলি ক'লে । সীতাৰ এনে কথা শুনি ৰামে ভাল পালে আৰু সীতাকো লগত ল'লে । তাৰ পাছত ব্ৰাহ্মণক সন্তুষ্ট কৰিবলৈ বহুত ধন-সোণ দান দিলে ॥ ৪০ ॥

লক্ষ্মণ কৌশল্যাৰ ওচৰলৈ গ'ল আৰু নিজৰ মাক সুমিত্ৰাক তেওঁৰ ওচৰত সমৰ্পণ কৰি নিজে বনলৈ যাবলৈ সাজু হ'ল । তেতিয়া ৰামে সীতা আৰু লক্ষ্মণক লগত লৈ ৰজাৰ ওচৰলৈ গ'ল ॥ ৪১ ॥

পিতাকৰ ওচৰলৈ এনেকৈ ৰাম, লক্ষ্মণ, সীতাক বিদায় ল'বলৈ যোৱা দেখি ৰাজ্যৰ সকলোৰে মনত অসহ্য দুখ লাগিল । কৈকেয়ীৰ দুষ্ট বুদ্ধিৰ কাৰণেই এইবোৰ হ'বলৈ পালে । সীতাই বনবাসৰ কষ্ট কেনেকৈ সহ্য কৰিব ? ॥ ৪২ ॥

এয়া ঘোৰ অন্যায় হৈছে । ৰামক এৰি ইয়াত অকলে থকা অসহনীয় হ'ব ; গতিকে আমিও লগতে যাম । প্ৰজা-সকলে এনেকৈ শোক কৰি ভাবিবলৈ ধৰিলে । মানুহৰ এনে শোক দেখি ৰামদেৱ ঋষিয়ে সকলোকে বুজাই ক'লে ॥ ৪৩ ॥

"প্ৰজাসকল, তোমালোকে মিছা শোক ত্যাগ কৰাঁ ; ৰামচন্দ্ৰক সাক্ষাৎ বিষ্ণু বুলি জানি ল'বা। পৃথিৱীৰ সকলো ভাৰ হৰণ কৰি শ্ৰীৰাম পুনৰ ঘূৰি আহিব। তোমালোকে দুখ নকৰিবা" ॥ ৪৪ ॥

এনেকৈ কৈ ঋষিয়ে মানুহবোৰৰ মনৰ শংকা নাইকিয়া কৰি দিলে। ইফালে ৰাম, লক্ষ্মণ আৰু সীতা ৰজা দশৰথ আৰু কৈকেয়ীৰ ওচৰ পালেহি। ৰামে ক'লে—"হে মাতৃ, আমি তিনিওজন বনলৈ যাবলৈ ওলাই আহিছোঁ ; খং-ৰাগ মনত নাৰাখি আমাক বিদায় দিয়ক ॥ ৪৫ ॥

"পিতায়ো আমাক বিদায় দিয়ক। মই আনন্দ মনেৰে বনলৈ ওলাইছোঁ। আমি বনত কষ্ট পাম বুলি পিতাই যেন মনত দুখ নকৰে।" এনে বাক্য শুনি কৈকেয়ীয়ে মনত বৰ আনন্দ পালে আৰু পুৰণা ফটা-চিটা কাপোৰ কিছুমান আনি ৰামক দিলে। ৰামে সেইবোৰ পিন্ধি ল'লে আৰু সীতাকো দিলে ॥ ৪৬ ॥

সীতাই (সেই কাপোৰ) হাতত লৈ ভাবিলে—"মই এনেকুৱা কাপোৰ কেনেকৈ পিন্ধিম ?" লাজত তেওঁ শ্ৰীৰামৰ মুখলৈ চালে। ৰামে তেতিয়া গোটেই কাপোৰৰ টোপোলাটো নিজৰ হাতত ল'লে। তাকে দেখি তাত উপস্থিত থকা ৰাজৰাণীসকলে কান্দিবলৈ ধৰিলে ॥ ৪৭ ॥

ফটা চিটা কাপোৰ দিয়াৰ কথা জানিব পাৰি গুৰু বশিষ্ঠই কৈকেয়ীক তিৰস্কাৰ কৰি ক'লে, "হে দুষ্টা, সীতাক ফটা কাপোৰ দি কিয় তুমি সকলোৰে মনত পুনৰ দুখ দিলা ?" এনেকৈ কথা কৈ থাকোঁতে ইতিমধ্যে ৰঘুনাথে



সকলোৰেপৰা বিদায় লৈ ৰথত উঠি গুচি গ'ল। মানুহৰ মাজত কান্দোনৰ ৰোল উঠিল ॥ ৪৮ ॥

সীতা আৰু ৰাম ৰথত উঠি গুচি গ'ল। লক্ষ্মণ পিছে পিছে গ'ল। সেই ৰাতি ৰঘুনাথে গৃহত্যাগ কৰি গছৰ তলত কটালে। ওচৰতে ধুনীয়া তমসা নৈ আছিল। অযোধ্যা শূন্য কৰি ৰামৰ লগত যোৱা মানুহেৰে নৈৰ দুয়োপাৰ ভৰি পৰিল ॥ ৪৯ ॥

"ৰাম অযোধ্যালৈ যদি ঘূৰি যায়, তেতিয়াহে আমি উভতি যাম ; নহ'লে আমি ৰামক এৰি থাকিব নোৱাৰোঁ"— এই বুলি মানুহবোৰে গুণাগঁথা কৰা গম পাই ৰামে বুদ্ধি কৰি মানুহবোৰক তাত থৈ পাছদিনা ৰাতিপুৱা নিজে তাৰপৰা গুচি যোৱাৰ পৰিকল্পনা কৰিলে ॥ ৫০ ॥

গতিকে অযোধ্যা নগৰলৈ উভতি অহাৰ দৰে ভাও দেখুৱাই কৌশলেৰে বেলেগ এটা পথ ল'লে। ৰাম উভতি গ'ল বুলি ভাৱি নগৰবাসী সকলো ঘূৰি গ'ল। এনেকৈ নগৰবাসীক ঘূৰাই পঠাই ৰাম বনলৈ গুচি গ'ল। তেওঁ গংগাৰ পাৰত ৰথ ৰখালে ॥ ৫১ ॥

নৈৰ পাৰত এজোপা ধুনীয়া শিংশপা গছ আছিল। ৰামৰ দ্বিতীয় নিশা তাতেই অতিবাহিত হ'ল। বহুতো ফল-মূল আদি লৈ গুহ ৰামক লগ পাবলৈ আহিল। ৰামৰ স্পৰ্শ পোৱা মাত্ৰকে তেওঁৰ শৰীৰ পৱিত্ৰ হ'ল ॥ ৫২ ॥

"হে প্ৰভু, আজি আপুনি মোৰ ঘৰলৈ গৈ ঘৰখনক পৱিত্ৰ কৰক। মই আপোনাৰেই সেৱক। হে করুণাময়, মোৰ প্ৰতি

এইকণ দয়া আৰু কৃপা কৰক।” গুহৰ এনে অনুৰোধ শুনি প্ৰভুৱে ক'লে—“হে সখি, আজি মই বনলৈ বুলি ওলালোঁ; গতিকে কাৰো ঘৰত প্ৰৱেশ কৰিব নোৱাৰোঁ। ॥ ৫৩ ॥

“আনে প্ৰদান কৰা ফল-মূল পৰ্যন্ত নাখাওঁ বুলি সংকল্প কৰি থৈছোঁ। তুমি তোমাৰ ৰাজ্য আৰু য'ত যি আছে সকলো মোৰ বুলি জানি দুখ নকৰিবা। এনেকৈ কৈ বৰগছৰ আঠা মূৰত ঘঁহি ৰামে মুকুটৰ দৰে জঁটা বান্ধি ল'লে। ॥ ৫৪ ॥

ৰাম আৰু সীতাই মাত্ৰ জল পান কৰি কুশশয্যাত সেই ৰাতি শয়ন কৰিলে। লক্ষ্মণৰ লগত গুহয়ো গোটেই ৰাতি থিয় হৈ ৰখি থাকিল। ৰাম-সীতাক এনেকৈ কুশাসনত শুই থকা দেখি গুহৰ মনত শোকে খুন্দা মাৰি ধৰিলে। ॥ ৫৫ ॥

তেওঁ লক্ষ্মণক ক'লে, “ভাই, কৈকেয়ীয়ে ৰজাক নিজৰ বশ কৰি লৈ প্ৰভু ৰামচন্দ্ৰক বৰ হাবাশাস্তি কৰি দুখ দিলে।” গুহৰ এনে বচন শুনি লক্ষ্মণে তেওঁৰ মন শীতল পৰি যোৱাকৈ উপদেশ দিবলৈ ধৰিলে। গুহই তন, মন, বচন সকলো একত্ৰিত কৰি কথাবোৰ শুনি গ'ল। ॥ ৫৬ ॥

“সকলো দুখৰ বা সুখৰ দাতা কাক বুলি ধৰিবা? আচলতে সকলো কৰ্মৰ ফল; গতিকে কোনোবাই দুখ দিছে বুলি কোৱাটো কু-বুদ্ধিৰ পৰিচায়ক মাত্ৰ। এনে কথাই ধৰ্ম নষ্ট কৰে। কোনো মানুহেই মহেই কৰ্তা বুলি অভিমান কৰা উচিত নহয়। সকলোৱে কৰ্মফল ভোগ কৰে বুলি জানি ল'বা। ॥ ৫৭ ॥



“সদায় ধীৰ হৈ থাকাঁ। যি কোনো বিপদ স্থিৰভাৱে সহ্য কৰাঁ আৰু এই সংসাৰ মায়া মাত্ৰ বুলি জানি লৈ মোহ ত্যাগ কৰাই হ'ল মানুহৰ কৰ্তব্য।” এনেবোৰ বচন শুনি শুনি গুহই ৰাতিটো কটালে। ৰাতিপুৱা উঠি ৰামচন্দ্ৰই (গুহক) গংগা নৈ পাৰ কৰি দিবলৈ আদেশ দিলে। ॥ ৫৮ ॥

“ঘূৰি আহোঁতে বহুতো উপচাৰ গোটাই লৈ তোমাক পূজা কৰিম। হে গংগে, আজি মই তোমাক কেৱল নমস্কাৰ কৰি বনলৈ গুচি যাম”— এনেকৈ কৈ সীতাই গংগাক প্ৰণাম কৰি ৰামৰ লগত নৈ পাৰ হৈ গুচি গ'ল। ৰামৰ আজ্ঞাত গুহ নিজ ঘৰলৈ ঘূৰি আহিল। ॥ ৫৯ ॥

গংগা পাৰ হৈ মৃগ চিকাৰ কৰিলে আৰু মাংসৰে ভোজন কৰি বনবাসৰ তৃতীয় ৰাতিটো ৰামচন্দ্ৰই গছ এজোপাৰ তলতে কটালে। চতুৰ্থ দিনা ৰামচন্দ্ৰ ভৰদ্বাজৰ আশ্ৰমলৈ গ'ল আৰু তাতে থাকিল। ঋষিয়ে ৰামক ভক্তিৰে প্ৰাৰ্থনা কৰিলে। ॥৬০॥

পঞ্চম দিনা ঋষিৰ আশ্ৰমত কুমাৰ এজনে ৰামচন্দ্ৰক বাট দেখুৱাবলৈ গৈ যমুনা নৈ পাৰ কৰাই দি সন্ধিয়া ঘূৰি আহিল। ৰাম-সীতা দুয়ো গৈ চিত্ৰকূট নামৰ ঠাই এডোখৰ পালে। তাত বাল্মীকি ঋষিয়ে বাস কৰিছিল। ঋষিক প্ৰণাম কৰি ৰামে মনত অপাৰ আনন্দ লাভ কৰিলে। ॥ ৬১ ॥

ৰঘুনাথে বাল্মীকিক ক'লে— “মোৰ কেইদিনমান ইয়াত থকাৰ ইচ্ছা আছে। কোন ঠাই সুবিধাজনক হ'ব আপুনি কৈ দিয়ক।” ৰামে মানুহৰ দৰে এনে প্ৰশ্ন কৰা শুনি বাল্মীকিয়েও এইদৰে উত্তৰ দিলে ॥ ৬২ ॥

"মহা মহা ঋষিসকলেও যাৰ মহিমা বুজিব নোৱাৰে, সেইজন ৰঘুনাথৰ ভাল ঠাইৰ কি প্ৰয়োজন? সজ্জনসকলৰ হৃদয়েই হ'ল আপোনাৰ উৎকৃষ্ট গৃহ। এতিয়া অনুগ্ৰহ কৰি মোৰ কাহিনী কওঁ শুনক ॥ ৬৩ ॥

"মই পূৰ্বতে ব্যাধ আছিলোঁ। সপ্তঋষিৰ কৃপাত ৰামৰ নাম ওলোটাকৈ জপ কৰি মই বাল্মীকি নামেৰে বিখ্যাত হ'লো। ওলোটা নামৰ যদি ইমান মহিমা হয়, আৰুনো কি ক'বলগীয়া থাকিব পাৰে? তথাপি কওঁ শুনক, গংগা আৰু চিত্ৰকূটৰ মাজত এডোখৰ বৰ মনোৰম ঠাই আছে" ॥ ৬৪ ॥

বাল্মীকি ঋষিৰ কথা শুনি জগন্নাথ বৰ আনন্দিত হ'ল আৰু গংগা-চিত্ৰকূটৰ মাজৰ ঠাইডোখৰ বিচাৰি উলিয়াই তাতে থাকিবলৈ ল'লে। ইফালে গংগাৰ পাৰত ৰামচন্দ্ৰক থৈ দশৰথ ৰজাৰ মন্ত্ৰী সুমন্ত্ৰ ৰজাৰ ওচৰলৈ ঘূৰি গ'ল। তেওঁ সকলো কথা বিৱৰি ক'লেগৈ। ॥ ৬৫ ॥

"বৰগছৰ আঠা ঘঁহি ৰাম-লক্ষ্মণ দুয়োজনেই জঁটা ধাৰণ কৰিলে : তাৰ পাছত ৰাম-সীতা দুয়োৰে মোক ঘূৰি যাবলৈ আদেশ দিলে। ৰামে গংগা পাৰ হৈ গৈ যেতিয়া চকুৰে নমনা হ'ল, তেতিয়া মই কান্দি কান্দি ৰথত উঠি গুচি আহিলোঁ। ॥ ৬৬ ॥

ৰাম, সীতা, লক্ষ্মণে আপোনাক প্ৰণাম জনাই ক'বলৈ কৈছে যে তেওঁলোকৰ কাৰণে আপুনি যেন অলপো শোক নকৰে। কাৰণ শোক কৰি একো লাভ নাই।" এই বিৱৰণ শুনি কৌশল্যাই কটু বচন ক'বলৈ ধৰিলে। ॥ ৬৭ ॥



বাক্যবাণত পীড়িত হৈ দশৰথে ক'লে—"মোক কিমান কটু বচন শুনাবা? এনেয়ে মোৰ শৰীৰৰ অৱস্থা নাইকিয়া হ'ল। মোৰ মৃত্যুলৈ আৰু বেছি সময় নাই; কাৰণ 'আমাৰ দৰে পুত্ৰশোকত তয়ো কষ্ট পাই মৰিবি' বুলি মোৰ ওপৰত পূৰ্বৰ অভিশাপ আছে ॥ ৬৮ ॥

"এজন তপস্বীয়ে বহুত দিন আগতে এনেকৈ মোক অভিশাপ দিছিল। আজি মই সেই অভিশাপৰ ফল ভোগ কৰিছোঁ।" অভিশাপৰ বিষয়ে সকলো কথা কৈ দশৰথে 'হা ৰাম, হা সীতা' বুলি প্ৰাণ ত্যাগ কৰিলে। তেতিয়া চাৰিওফালে হুলস্থূল লাগিল ॥ ৬৯ ॥

ৰাতিপুৱা বশিষ্ঠ গুৰু মন্ত্ৰীক লৈ ৰাজদৰবাৰলৈ আহিল আৰু ৰজাৰ শৱদেহ তেলত ডুবাই ৰাখি ভৰতক খবৰ দিবলৈ পঠালে। বশিষ্ঠ গুৰুৱে দূত পঠিয়াই জৰুৰীভাৱে দিয়া আদেশ পালন কৰি ভৰতে ভায়েকক লগত লৈ আহি অযোধ্যা পালেহি ॥ ৭০ ॥

ভৰতে আহি কৈকেয়ীক লগ পাই পিতাকৰ কথা সুধিলে। তেতিয়া তেওঁ সকলো বৃত্তান্ত বিৱৰি ক'লে। কথাবোৰ শুনি ভৰতে মনত বৰ দুখ পালে। তেওঁৰ মাকৰ ওপৰত ভীষণ খং উঠিল। তেওঁ মাকক ক'লে, "তুমি পাপিষ্ঠা, কুম্ভীপাক নৰক তোমাৰ কাৰণে উপযুক্ত হ'ব" ॥ ৭১ ॥

এনেকৈ মাকক গালি পাৰি দুখত কান্দি কান্দি ভৰত কৌশল্যাৰ ওচৰলৈ গ'ল আৰু ক'লে—"হে মাতৃ, মোৰ মনত এই কু-বুদ্ধিবোৰ আছিল বুলি আপুনি কেতিয়াও নাভাবে

যেন। এই কাৰ্যত মোৰো যদি সহযোগ থাকে, মোৰ যেন গুৰুক হত্যা কৰাৰ সমান পাপ হয়” ॥ ৭২ ॥

এনেকৈ ভৰতে দুখ কৰি থকা সময়ত বশিষ্ঠ আৰু মন্ত্ৰী তেওঁৰ ওচৰলৈ গ'ল। ভৰতে এইদৰে দুখ কৰা দেখি গুৰুৱে ক'লে—“তুমি এনেকৈ শোক কৰা উচিত নহয়, মহাৰাজ” ॥ ৭৩॥

গুৰুৱে নানা ধৰণৰ তত্ত্ব কথা কৈ ভৰতৰ শোক লাঘৱ কৰিলে। তেতিয়া ভৰতে গুৰুৰ আদেশমতে পিতাকৰ ক্ৰিয়া-কৰ্ম আদি সম্পাদন কৰিলে। প্ৰেত-কৰ্মত অসংখ্য বস্ত্ৰ, ধন-সোণ আদি দান কৰিলে। কিন্তু তেওঁৰ মনৰপৰা শোক আঁতৰ নহ'ল ॥ ৭৪ ॥

তেওঁ ভাবিলে—মোৰ মাতৃ ৰাক্ষসী স্বৰূপ হ'ল। তেওঁৰ ওচৰত থকা উচিত নহয়। প্ৰভু ৰামচন্দ্ৰ য'ত আছে, ময়ো তালৈকে যাম। ভৰতৰ মনৰ কথা গুৰুৱে গম পালে, তথাপি কোৱা উচিত হ'ব বুলি তেওঁক ক'লে। ॥ ৭৫ ॥

“পিতৃৰ আদেশ আছিল যে তুমি ইয়াত থাকি ৰাজ্য শাসন কৰিবা আৰু ৰামে মুনীশ্বৰৰ বেশ লৈ বনবাস খাটিব। সেই আদেশ পালিবলৈ ৰাম-সীতা বনলৈ গ'ল। এতিয়া তুমি সিংহাসনত আৰোহণ কৰাঁ আৰু আদেশ দিয়াঁ ॥ ৭৬ ॥

বশিষ্ঠই এইদৰে কৈ মনে মনে থকাৰ লগে লগে ভৰতে উত্তৰ দিলে—“অপযশৰ ভাগী হৈ মই কেনেকৈ ইয়াত ৰাজ্য শাসন কৰিম। তাতকৈ লক্ষ্মণৰ দৰে ময়ো ৰাম-সীতাৰ চৰণ সেৱা কৰি থাকিম ॥ ৭৭ ॥



“সীতা-ৰাম য'লৈ গৈছে ময়ো তালৈ গুচি যাম। অকল কৈকেয়ী ইয়াত থাকিব। জ'টাধাৰী হৈ ফলাহাৰ কৰি মই কালিলৈকে বনলৈ গুচি যাম; এয়াই মোৰ সিদ্ধান্ত। ॥ ৭৮ ॥

“এই সিংহাসনৰ প্ৰকৃত অধিকাৰী ৰামচন্দ্ৰ। এইখন মই তেওঁকেই ঘূৰাই দিম।” ভৰতৰ এনে কথা শুনি সকলোৱে ভাল পালে। পাছদিনা ৰাতিপুৱা সোনকালে উঠি ভৰত গুচি গ'ল ॥ ৭৯ ॥

তেওঁৰ লগত মাতৃসকল, ভায়েক শত্ৰুঘ্ন আৰু সৈন্য-সামন্ত সকলো ওলাল। ৰাম-সীতাৰ চৰণত মন-প্ৰাণ সঁপি দি ৰামক বিচাৰি ভৰত গংগাৰ পাৰ পালেগৈ। বিশাল সৈন্যবাহিনী দেখি গুহই তেওঁলোকক পাৰ কৰিবলৈ শংকা কৰিলে। ॥ ৮০ ॥

তেওঁ ভাবিলে, “ভৰতৰ উদ্দেশ্য যদি অসৎ হয়, তেতিয়া ৰথ ৰখাই যুঁজ কৰিম। নিজৰ সৈন্যসকলক সাজু থাকিবলৈ তেওঁ আদেশ দিলে। তাৰ পাছত বুজ ল'বলৈ তেওঁ ভৰতৰ ওচৰলৈ গ'ল আৰু উপহাৰ আদি দি তেওঁৰ চকুলৈ চালে। ॥ ৮১ ॥

যেতিয়া দেখিলে ভৰতৰ চকু চকুপানীৰে তিতি আছে আৰু 'ৰাম-সীতাক ক'ত লগ পাম' বুলি বাৰে বাৰে তেওঁক সুধি আছে, তেতিয়া তেওঁ ভৰতৰ চৰণত পৰি সেৱা কৰিলে। ভৰতে তেওঁক আঁকোৱালি ল'লে ॥ ৮২ ॥

সীতাই ক'ত শয়ন কৰিছিল, সেই ঠাই দেখুৱাই দিবলৈ ভৰতে গুহক অনুৰোধ কৰিছিল। গুহই দেখুৱাই

দিয়াত তেওঁ তালৈ গ'ল আৰু কুশাসন দেখি মনতে নিজক ধিক্কাৰ দিলে ॥ ৮৩ ॥

"হায়, মোৰ কাৰণে সীতাই হাবিয়ে-বননিয়ে ঘূৰি কুশাসনত শয়ন কৰিবলগীয়া হ'ল। ধিক্ মোৰ জীৱন। কৈকেয়ীৰ গৰ্ভত মোৰ জন্ম হ'ল। তেওঁৰ কাৰণেই আজি সীতাই এনেকৈ বনবাস খাটিবলগীয়া হৈছে ॥ ৮৪ ॥

"সীতা-ৰাম ক'ত আছে? তেওঁলোক কিমান দূৰলৈ গ'ল? মই তেওঁলোকক ক'ত লগ পাম? মোক কৈ দিয়াঁ।"— এনেকৈ ভৰতে গুহক সুধিলে। গুহই ৰাম ক'ত আছে তাৰ সম্বেদ দিলে। খবৰ পাই (ৰামৰ) লগ পাব পাৰিম বুলি ভৰতে মনত বৰ আনন্দ পালে ॥ ৮৫ ॥

গুহই (ভৰতক) ৰামৰ বাতৰি দি গংগা পাৰ কৰি দিলে। ভৰত তাৰপৰা গৈ সোনকালে ভৰদ্বাজ ঋষিৰ আশ্ৰম পালেগৈ আৰু আশ্ৰমত এদিন থাকিল। ঋষিয়ে তেওঁলোকক বৰ আদৰ-সাদৰ কৰিলে। ভৰতৰ সৈন্য-সামন্তবোৰ ঋষিৰ অতিথি সংকাৰত অভিভূত হ'ল ॥ ৮৬ ॥

(ভৰতে) পাছদিনা ৰাতিপুৱা ঋষিৰপৰা বিদায় লৈ কেতিয়া চিত্ৰকূট পোৱা যাব এই চিন্তা মনত লৈ যাবলৈ ওলাল। তেওঁলোকে গৈ গৈ যেতিয়া চিত্ৰকূটৰ ওচৰ পালে, তেতিয়া সকলোৱে বৰ আনন্দ পালে। ভৰতে আগবাঢ়ি গৈ ৰামৰ কুটীৰ বিচাৰিবলৈ ধৰিলে ॥ ৮৭ ॥

কুটীৰ এটা দেখি ভৰত ওচৰলৈ গ'ল আৰু তেওঁ ভৰিৰ চাপ দেখা পালে। শ্ৰীৰামৰ ভৰিৰ চাপ বুলি চিনিব পাৰি মূৰ



দোঁৱাই সেৱা কৰিলে। "যি পদচিহ্ন ব্ৰহ্মায়ো সহজে পাব নোৱাৰে, মই আজি তাক পাই ধন্য হ'লোঁ" ॥ ৮৮ ॥

এনেকৈ কে প্ৰভুৰ চৰণ-ৰেণুত ভক্তিৰে বাগৰি পৰিল। ৰামচন্দ্ৰ কোনখিনিত আছে চাবলৈ চাৰিওফালে চকু ঘূৰালে আৰু যেতিয়া ৰামচন্দ্ৰক দেখা পালে, চুচৰি গৈ তেওঁৰ চৰণত পৰিল ॥ ৮৯ ॥

এনেকৈ চকুৰ পানীৰে ঢল বোৱাই ৰাজ্যভোগক তৃণসম তুচ্ছ জ্ঞান কৰি তেওঁতে প্ৰাণ সঁপি দিয়া দেখি ভৰতৰ মনৰ অভিপ্ৰায় ৰামচন্দ্ৰই বুজি পালে আৰু মৰমেৰে কোলাত তুলি লৈ তেওঁলৈ কৃপাৰ দৃষ্টিৰে চালে ॥ ৯০ ॥

তাৰ পাছত মাকৰ চৰণত শিৰ থৈ পিতাকক আজি দেখা নাই কিয়, তেওঁ কেনে আছে বুলি সুধিলে। এনেকৈ খবৰ কৰাৰ পাছত গুৰু বশিষ্ঠই সকলো বিৱৰণ দিলে। তেতিয়া ৰামে পিতাকৰ কাৰণে শোক কৰিবলৈ ধৰিলে ॥ ৯১ ॥

তাৰ পাছত গংগাস্নান কৰি ৰঘুনাথে পিতৃৰ উদ্দেশ্যে ফল-মূলেৰে তিলাঞ্জলি, পিণ্ড আদি দিলে; সেইদিনা দিনটো উপবাসে থাকি গধূলি আকৌ গংগাস্নান কৰি কুটীৰলৈ ঘূৰি আহিল ॥ ৯২ ॥

ভৰতে ৰাম-সীতাৰ চৰণত শিৰ থৈ ৰামক অযোধ্যালৈ ঘূৰাই লৈ যোৱাৰ আশা কৰি বিনীতভাৱে ক'লে—"হে ৰঘুনাথ, আপুনি এনেকৈ বনলৈ গুচি অহাত মই বৰ দুখ পাইছোঁ ॥ ৯৩ ॥

"হে স্বামী মই আপোনাৰ দাসহে। এই ৰাজ্য শাসন কৰাৰ যোগ্যতা মোৰ ক'ত আছে? এই ৰাজপাট আপোনাৰহে যোগ্য, মই মাথো আপোনাৰ সেৱা কৰি থাকিম ॥ ৯৪ ॥

"যেতিয়া পুত্ৰ জন্ম হ'ব, যাগযজ্ঞ আদি কৰি জনসাধাৰণৰ দুখ-কষ্ট হৰণ কৰিব তেতিয়াহে পুত্ৰৰ হাতত ৰাজ্যভাৰ অৰ্পণ কৰি বনলৈ যোৱা উচিত হ'ব ॥ ৯৫ ॥

"এতিয়াই আপুনি বনলৈ যোৱাৰ সময় হোৱা নাই। মোৰ সিদ্ধান্ত এইটোৱেই। গতিকে ব'লক, ঘৰলৈ ঘূৰি যাওঁ। মোৰ নিৰ্বোধ মাতৃৰ প্ৰতি খং নকৰিব ॥ ৯৬ ॥"

এনেকৈ ভৰিত পৰি কান্দি কান্দি ভৰতে মিনতি কৰা দেখি ৰামে সন্তোষ পাই ক'লে ॥ ৯৭ ॥

"ভাই, তুমি কিয় এনেকৈ জেদ ধৰিছা? নিজৰ কাম সমাপ্ত নকৰাকৈ ঘূৰি যোৱা উচিত নহয়। মই বনলৈ যাওঁ, তুমি ঘূৰি গৈ ৰাজ্য শাসন কৰা" ॥ ৯৮ ॥

"ৰামে বনত গৈ মুনিৰ বেশ ধাৰণ কৰিব আৰু ভৰতে ৰাজ্য শাসন কৰিব—যেতিয়া পিতাৰ এনে আদেশ জানিবলৈ পালোঁ তেতিয়াই মই বনলৈ আহিছোঁ" ॥ ৯৯ ॥

ভৰতে যেতিয়া এইকথা শুনিলে, তেতিয়া তেওঁ পুনৰ চৰণত ধৰি ক'লে—"হে নাথ, স্ত্ৰীৰ বশত পৰি পিতাৰ মতিভ্ৰম হৈছিল ॥ ১০০ ॥



"গতিকে পিতাই কৈছিল যদিও ৰাজ্য এৰি বনলৈ যোৱা উচিত নহয়। সেইকাৰণে হে প্ৰভু, ব'লক ঘূৰি যাওঁ। নাযাওঁ বুলি উত্তৰ নিদিব" ॥ ১০১ ॥

এনেকৈ কৈ ভৰতে যেতিয়া ঘূৰাই নিয়াৰ সংকল্প প্ৰকাশ কৰিলে, ৰামচন্দ্ৰই উত্তৰ দিলে—"মই ঘূৰি নাযাওঁ ভাই, তুমি মিছাতে পিতাক দোষ নিদিবা ॥ ১০২ ॥

"পিতা বৰ সত্যবাদী আছিল। আৰু সেই কাৰণেহে বৰ দান কৰিছিল। তাকে পূৰ্ণ কৰিবৰ কাৰণে মই বনলৈ যাওঁ। এই সত্য তুমি বুজিবলৈ চেষ্টা কৰাঁ" ॥ ১০৩ ॥

উত্তৰ শুনি ভৰতে বৰ দুখ পালে। তেওঁ আকৌ ৰামৰ চৰণত পৰি ক'লে—"আপুনি ঘূৰি বলক! এই দণ্ডকাৰণ্যলৈ ময়ে যাওঁ" ॥ ১০৫ ॥

ভৰতৰ এনে কথা শুনি ৰামে ক'লে—"ৰাজ্য আৰু বনবাস এনেকৈ সলাই ল'লেও মিছাৰ আশ্ৰয় লোৱা হ'ব। গতিকে তুমি ঘূৰি যোৱা, মিছাতে দুখ নকৰিবা" ॥ ১০৫ ॥

ৰামৰ এনে বাক্য শুনি ভৰতে পুনৰ ৰামৰ চৰণত পৰি ক'লে—"আপোনাৰ চৰণৰ আশ্ৰয় বিনে মই এক মুহূৰ্তও থাকিব নোৱাৰোঁ। গতিকে হে ৰঘুনাথ, আপুনি ঘূৰি নগ'লে ময়ো আপোনাৰ পিছে পিছে বনলৈ যাম ॥ ১০৬ ॥

"যদি আপুনি ঘূৰি নাযায়ো আৰু মোক লগত লৈ যাবলৈকো অসম্মত হয়, তেতিয়া মই ইয়াতেই প্ৰাণত্যাগ কৰিম লি নিশ্চয় জানিব।" এনেকৈ কৈ ভৰতে আসন কৰি

বহি পৰিল। ভৰতৰ এনে সংকল্প দেখি ৰামৰ দয়া উপজিল ॥ ১০৭ ॥

তেওঁ গুৰু বশিষ্ঠক ভৰতক বুজাবলৈ সংকেত দিলে। গুৰুৱে আঁতৰ ঠাইলৈ নি ভৰতক বুজাই ক'লে—"ৰামচন্দ্ৰই হৈছে সাক্ষাৎ জগন্নাথ ; তেৱেঁই ত্ৰিভুৱনৰ অধিপতি ॥ ১০৮ ॥

"পূৰ্বতে ব্ৰহ্মাই পৃথিৱীৰ ভাৰ হৰণ কৰিবলৈ তেওঁক প্ৰাৰ্থনা কৰিছিল। সেই প্ৰাৰ্থনাত সন্তুষ্ট হৈ তেওঁ পৃথিৱীৰ ভাৰ হৰণ কৰিম বুলি কথা দিছিল। সেই কথা ৰাখিবলৈ প্ৰভু এতিয়া বনলৈ ওলাইছে ; নিজৰ কাম শেষ কৰি পুনৰ ঘৰলৈ ঘূৰি যাব ॥ ১০৯ ॥

"প্ৰভুৰ ইচ্ছা হোৱাৰ কাৰণে কৈকেয়ীয়েও তেনেকৈ ৰামক বনবাসলৈ যাব লাগে বুলি দাবী কৰিলে। গতিকে এইবিলাক কথা বুজি লৈ তুমি তেওঁক ঘূৰাই নিবলৈ আগ্ৰহ নকৰিবা। ॥ ১১০ ॥

"ৰাৱণক বধ কৰি পৃথিৱীৰ ভাৰ হৰণ কৰি পুনৰ জগন্নাথ ঘৰলৈ ঘূৰি যাব।" এইবোৰ গোপন কথা গুৰুৱে খুলি কোৱাত ভৰতে আনন্দ পালে। তেওঁ ৰামৰ ওচৰলৈ আহি ক'লে। ॥ ১১১ ॥

"হে নাথ, সকলো কথা শুনিলোঁ, এতিয়া মই অযোধ্যালৈ ঘূৰি যাম ; কিন্তু আপোনাৰ খৰম এযোৰ মোক সদায় পূজা কৰিবৰ কাৰণে দিয়ক।" এনেকৈ কৈ ৰামক প্ৰদক্ষিণ কৰি প্ৰণাম কৰিলে। ৰামে আনন্দ মনেৰে নিজৰ খৰমযোৰ দি ভৰতৰ সকলো তাপ দূৰ কৰিলে। ॥ ১১২ ॥



ভৰতে আকৌ ৰঘুনাথক সম্বোধন কৰি ক'লে—"মই এতিয়া আকৌ ঘূৰি যাম। কিন্তু চৌদ্ধ বছৰ পূৰ্ণ হোৱাৰ লগে লগে যদি আপুনি ঘূৰি নাযায়, তেনেহ'লে মই আৰু জীয়াই নাথাকিম। ভৰতৰ এনে কথাত ৰামে সেয়ে হ'ব বুলি ক'লে। তেতিয়া কৈকেয়ীয়ে কান্দি কান্দি আহি ৰামৰ চৰণত পৰিল। ॥ ১১৩ ॥

তেওঁ ক'লে—"হে ৰাম, মোৰ দুৰ্বুদ্ধি অহাৰ কাৰণে ৰাজ্য কাঢ়ি লৈ মই তোমাক ইমান কষ্ট দিলোঁ। মায়াৰ মোহত পৰি মোৰ বুদ্ধি ভ্ৰষ্ট হ'ল। তুমিয়েই মোক কাঠ-পুতলাৰ দৰে নচুৱাই এই অৱস্থাৰ সৃষ্টি কৰিলা। তোমাৰ মায়া বুজাৰ সাধ্য মোৰ নাই, হে ত্ৰিভুৱনপতি ॥ ১১৪ ॥

"ধ-সম্পত্তি, পুত্ৰ আদিত মোৰ মোহ অধিক আছে। তুমি এই মোহ নাইকিয়া কৰি দিয়াঁ। দুৰ্বুদ্ধি হ'লেও পাছত মোৰ মনলৈ সুমতি আহিল বুলি মোক কৃপা কৰাঁ।" এনেকৈ প্ৰাৰ্থনা কৰি তেওঁ ৰামৰ চৰণত পৰিল ॥ ১১৫ ॥

ৰামচন্দ্ৰই হাঁহি তেওঁক অভয়দান কৰি ক'লে—"মোৰ ইচ্ছাৰ কাৰণেই সকলো সংঘটিত হ'ল। তোমাৰ ইয়াত একো দোষ নাই বুলি জানিবা। সন্তুষ্ট মনেৰে প্ৰতিদিনে মোক স্মৰণ কৰিবা তোমাৰ সকলো কৰ্মদোষ নাইকিয়া হ'ব। মনত কোনো শংকা নাৰাখি ঘূৰি যোৱাঁ ॥ ১১৬ ॥

কৈকেয়ীয়ে এনেকৈ ৰামৰ কৰুণা লাভ কৰি প্ৰভুৰ চৰণ চিন্তা কৰি অযোধ্যালৈ ঘূৰি গ'ল। সৈন্য-সামন্ত সকলো গোটাই লৈ ৰামৰপৰা বিদায় লৈ ভৰতে অযোধ্যালৈ যাত্ৰা

কৰিলে। কিন্তু সকলোকে ঘৰলৈ পঠাই নিজে বেলেগকৈ থাকিল ॥ ১১৭ ॥

নন্দিগ্ৰাম নামৰ ঠাইত মাটিত শয়ন কৰি চুলিত জঁটা বান্ধি থাকিল। সিংহাসনৰ ওপৰত খৰমযোৰ থৈ ৰাজকাৰ্যৰ সকলো কাম সিংহাসনৰ ওপৰত স্থাপন কৰা খৰমযোৰৰ আদেশ বুলি ধৰি লৈ চলাবলৈ ধৰিলে। এনেকৈ ভৰতে ৰামৰ ওচৰত মন-প্ৰাণ সঁপি থাকিবলৈ ল'লে ॥ ১১৮ ॥

ইফালে ৰামচন্দ্ৰ কেইদিনমান চিত্ৰকূট বনত থাকি বাল্মীকি ঋষিৰপৰা বিদায় লৈ অত্ৰি মুনিৰ আশ্ৰমলৈ বুলি গুচি গ'ল। অত্ৰিৰ আশ্ৰমত গৈ "মই ৰামচন্দ্ৰ" বুলি নিজৰ চিনাকি দি তেওঁৰ চৰণত পৰিল। ৰামৰ বচন শুনি মুনিয়ে বৰ আনন্দ পালে। ॥১১৯॥

ৰাম-সীতাক পূজা-অৰ্চনা কৰি ঋষিয়ে ক'লে—"মোৰ স্ত্ৰী অতি বৃদ্ধা হৈছে। তেওঁ এতিয়া সম্পূৰ্ণ মোহশূন্যা। সীতাই কুটীৰৰ ভিতৰলৈ গৈ তেওঁক লগ পাই আহক। সীতাক লগ পাই বুঢ়ীৰো জন্ম সাৰ্থক হ'ব"। ॥১২০॥

অত্ৰিৰ এনে বচন শুনি ৰামে সীতাক ভিতৰলৈ যাবলৈ আদেশ দি ক'লে—"যোৱা, অত্ৰিৰ পত্নীক লগ ধৰি আহাঁগৈ।" ৰামৰ এনে আদেশ পাই সীতা আনন্দ মনেৰে ভিতৰলৈ গ'ল আৰু অত্ৰিৰ বৃদ্ধা পত্নীক বহি থকা অৱস্থাত লগ পালেগৈ। ॥ ১২১ ॥



সীতাই চৰণত শিৰ থৈ বৃদ্ধাক নিজৰ শ্ৰদ্ধা জনালে। অনসূয়াই সুন্দৰ কাণৰ কুণ্ডল, এযোৰ সাজ-কাপোৰ আদি সীতাক দান কৰি ক'লে—"এইবোৰে তোমাৰ শৰীৰৰ শোভা আৰু বৃদ্ধি কৰিব।" এনেকৈ আশীৰ্বাদ দি অনসূয়াই বৰ আনন্দ পালে ॥১২২॥

ৰাম, সীতা আৰু লক্ষ্মণক ঋষি-দম্পতীয়ে নানা খাদ্যবস্তু তৈয়াৰ কৰি ভোজন কৰালে। তাৰ পাছত ৰামৰ মহিমা বুজিব পাৰি দুয়ো মিলি ৰামৰ গুণানুকীৰ্তন কৰিলে ॥১২৩॥

॥ ইতি শ্ৰীঅযোধ্যা কাণ্ড সমাপ্ত ॥

# অৰণ্য কাণ্ড

অত্ৰিৰ আশ্ৰমত অতি আনন্দেৰে দিনটো অতিবাহিত কৰি ৰামচন্দ্ৰই তাৰপৰা যাত্ৰা কৰিবলৈ সিদ্ধান্ত ল'লে। তেওঁ মুনিৰ ওচৰলৈ গৈ ক'লে—"আজি মই ইয়াৰপৰা যাব খুজিছোঁ। কোন বাটেদি যোৱা ভাল হ'ব দেখুৱাই দিবলৈ আপুনি এজন পথ-প্ৰদৰ্শক দিয়ক" ॥ ১ ॥

ৰামচন্দ্ৰৰ এনে বচন শুনি ঋষিয়ে ক'লে, "আপুনিয়েই সকলোৰে পথ-প্ৰদৰ্শক। গতিকে আপোনাক বাট চিনাওঁতাৰ কি প্ৰয়োজন? তথাপি লীলাময়ৰ লীলা বুজি এজন ভাল মানুহ বাট দেখুৱাবলৈ পঠাই দি আপোনাৰ ইচ্ছা পূৰ্ণ কৰিম" ॥ ২ ॥

অত্ৰিয়ে এইদৰে কৈ কেইজনমান শিষ্যক বাট দেখুৱাবৰ কাৰণে ৰামৰ লগত পঠাই দিলে আৰু নিজেও বহুদূৰ তেওঁক আগবঢ়াই থ'লেগৈ। কেইবা ক্ৰোশ যোৱাৰ পাছত এখন ডাঙৰ নৈ নাৱেৰে পাৰ হ'বলগীয়া হ'ল। ঋষিৰ শিষ্যসকল তাৰপৰাই আশ্ৰমলৈ উভতি গ'ল। ॥ ৩ ॥

তাৰ পাছত ৰাম-লক্ষ্মণ ঘোৰ অৰণ্যত সোমাই পৰিল। সেই অৰণ্যখন বাঘ, ভালুক আৰু ৰাক্ষসসকলৰ বিচৰণভূমি আছিল। তাত সোমাই ৰামে লক্ষ্মণক ক'লে "ভাই, তুমি সাজু হৈ সীতাৰ পিছে পিছে আহিবা, মই আগে আগে যাম" ॥ ৪ ॥



এনেকৈ সাজু হৈ ৰাম-লক্ষ্মণ হাবিৰ মাজেদি যাবলৈ ধৰিলে। ছয় ক্ৰোশমান যোৱাৰ পাছত এখন অতি ধুনীয়া সৰোবৰ পালে। তাৰ শীতল জল পান কৰি গছ এজোপাৰ ছাঁত বহিবলৈ লওঁতেই বিৰাধ নামৰ ভয়ংকৰ ৰাক্ষস এটা তাত ওলালহি ॥ ৫ ॥

ৰাক্ষসটোৱে সুধিলে, "তোমালোক কোন? লগত স্ত্ৰী লৈ এই ঘোৰ অৰণ্যত কিয় সোমাইছা? কি সকামত ক'লৈ যাবা, নাম কি ইত্যাদি সকলো বিৱৰি কোৱাঁ। এতিয়াই তোমালোক মোৰ বৰ বঢ়িয়া খাদ্য হ'বা। সেইকাৰণে প্ৰথমতেই নাম-ধাম সুধি লৈছোঁ" ॥ ৬ ॥

ৰাক্ষসৰ কথা শুনি ৰামে নাম-ধাম সকলো বিৱৰি ক'লে। সকলো কথা শুনি ৰাক্ষসে ক'লে—"যদি জীয়াই থকাৰ ইচ্ছা আছে, তেন্তে সীতাক আৰু তোমালোকৰ সকলোবোৰ অস্ত্ৰ-শস্ত্ৰ ইয়াত এৰি ইয়াৰপৰা আঁতৰি যোৱা। এইদৰে কৈ ৰাক্ষসে লৰি গৈ সীতাক ধৰিব খুজিলত ৰামে তৎক্ষণাত কাঁড় মাৰি তাৰ হাত ছুখন কাটি পেলালে ॥ ৭ ॥

হাত ছুখন সৰি পৰা দেখি খঙত মুখ মেলি ৰাক্ষসে ৰামক খাবলৈ বুলি চোঁচা ল'ব খোজোঁতেই প্ৰভুৱে ভৰি ছুখনো কাটি পেলালে। হাত-ভৰি নথকাত সাপৰ দৰে চুচৰি চুচৰি সি আগবাঢ়ি গ'ল ॥ ৮ ॥

তেনেকৈ চুচৰি চুচৰি ৰামৰ ওচৰ পালত ৰামে জানিলে, ই আগৰ বিদ্যাধৰ গণ। অভিশাপৰ ফলত ৰাক্ষস হৈ আছে; গতিকে ইয়াৰ মুক্তি হওক—এইবুলি ভাবি তাৰ মূৰটোও কাটি

পেলালে। তৎক্ষণাত সি ৰাক্ষসৰ ৰূপ এৰি পূৰ্বৰ বিদ্যাধৰৰ ৰূপ ধাৰণ কৰিলে আৰু ৰামক স্তুতি কৰি স্বৰ্গলৈ গুচি গ'ল। ॥ ৯ ॥

ৰাক্ষস স্বৰ্গলৈ যোৱাৰ পাছত প্ৰভুৱে হাবিৰ মাজেৰে এনে এটা বাটেদি যোৱাৰ কথা চিন্তা কৰিলে, যি বাটেদি গ'লে যোগী, ঋষিসকলৰ সংৰক্ষণ কাৰ্য সম্ভৱ হ'ব পাৰে। পাছত তেওঁ শৰভংগ ঋষি য'ত ধ্যান কৰি আছিল তালৈ গ'ল ॥ ১০ ॥

শৰভংগ ঋষিয়ে শৰীৰ-মন-বচনকে আদি কৰি নিজৰ যত যি কৰ্মফল আছিল সকলো প্ৰভুৰ চৰণত অৰ্পণ কৰি এখন সুন্দৰ চিতা সাজি শেষ বাৰৰ কাৰণে প্ৰভুক দৰ্শন কৰিলে আৰু চিতাত উঠি ভস্ম হৈ সংসাৰ-সাগৰ পাৰ হৈ গুচি গ'ল ॥ ১১ ॥

শৰভংগই এনেকৈ মুক্তি পোৱাৰ পাছত হাবিত থকা সকলো মুনীশ্বৰে আনন্দমনেৰে ৰামচন্দ্ৰক লগ পাবলৈ আহিল আৰু বিশ্বজগতৰ স্বামী বুলি কৰযোৰে ৰামক স্তুতি কৰিলে। প্ৰভুৱেও তেওঁলোকলৈ করুণাৰ দৃষ্টিৰে চালে ॥ ১২ ॥

ঋষিসকলে নিজৰ দুখ-দুৰ্গতিৰ কথা ৰামচন্দ্ৰক নিবেদন কৰি ক'লে—"আপুনি আমাৰ আশ্ৰমলৈ ব'লক, তেতিয়াহে আমাৰ বিপদৰ কথা বুজি আপোনাৰ দয়া উপজিব।" ঋষি-সকলৰ এনে কথা শুনি ৰামচন্দ্ৰ যাবলৈ ওলাল ॥ ১৩ ॥

বাটৰ কাষত বহুতো লাওখোলা পৰি থকা দেখা পাই এইবোৰ ক'ৰ মানুহ মৰিল বুলি সুধিলে। তেতিয়া ঋষিসকলে এইবোৰ সকলো ৰাক্ষসৰ ছলনাত মৃত্যুবৰণ কৰা ঋষিৰ লাওখোলা বুলি জনালে ॥ ১৪ ॥



ৰাক্ষসৰ ছলনাত এনেকৈ বহুত ঋষিৰ মৃত্যু হোৱাৰ কথা জানিব পাৰি ৰামে প্ৰতিজ্ঞা কৰি ক'লে—"সকলো ৰাক্ষসক মই নাশ কৰিম।" ৰামৰ এনে প্ৰতিজ্ঞা শুনি ঋষিসকল আনন্দিত হ'ল। ॥ ১৫ ॥

কিছুকাল তাত থাকি ৰামে ঋষিসকলৰ সকলো তাপ হৰণ কৰিলে। তাৰ পাছত সুতীক্ষ্ণৰ প্ৰতি দয়া ওপজাৰ কাৰণে তেওঁ তপস্যা কৰি থকা ঠাইলৈ গৈ তেওঁক দৰ্শন দিলে। ঋষিয়েও ৰামক নিজৰ হৃদয়ত ধাৰণ কৰি পূজা-উপাসনা কৰিলে। ॥ ১৬ ॥

ৰামে ঋষিক মৃত্যুৰ পাছত সাযুজ্য মুক্তি লাভ হ'ব বুলি নিৰ্দেশ কৰিলে। এনে বচন শুনি ঋষিয়ে বৰ আনন্দ পালে। সীতা-ৰামে কেইদিনমান অগস্ত্য মুনিৰ সান্নিধ্যত থকাৰ সিদ্ধান্ত ল'লে ॥ ১৭ ॥

ৰামৰ লগে লগে সুতীক্ষ্ণও গ'ল। তেওঁলোকে এৰাতি অগস্ত্যৰ ভায়েক অগ্নিজিহ্বাৰ আশ্ৰমত কটালে। অগ্নিজিহ্বাই ৰামক ঈশ্বৰ বুলি জানিব পাৰি অতিশয় আনন্দিত হ'ল আৰু বিধিপূৰ্বক পূজা-পাতল কৰিলে ॥ ১৮ ॥

তাৰ পাছদিনা ৰাতিপুৱা উঠি সীতাপতি অগস্ত্য য'ত আছিল সেই ঠাইলৈ গ'ল। অগস্ত্যই প্ৰভুক দেখি আনন্দত নানা বিধ স্তুতি কৰিলে আৰু তেওঁৰ বিৰাট ৰূপৰ বন্দনা কৰি পূজা কৰিলে ॥ ১৯ ॥

আগতে ইন্দ্ৰই ব্যৱহাৰ কৰা সুন্দৰ ধনু, তৰোৱাল, শৰ ৰখা তূণ আদি ঋষিৰ আশ্ৰমত ৰক্ষিত আছিল। সেই

সকলোখিনি সামগ্ৰী ৰামক অৰ্পণ কৰি ঋষিয়ে পৃথিৱীৰ সকলো ভাৰ হৰণ কৰিবলৈ ৰামক অনুৰোধ কৰিলে ॥ ২০ ॥

তাৰপৰা আঠ ক্ৰোশমান দূৰত্বত পঞ্চৱটী নামৰ এখন অতি ৰমণীয় আশ্ৰম আছে। তাতে কিছুদিন থাকি সাধুসকলৰ ওপৰত করুণা দান কৰাৰ কথা চিন্তা কৰিবলৈ ঋষিয়ে ৰামক অনুৰোধ কৰিলে ॥ ২১ ॥

ঋষিৰপৰা এনে উপদেশ পাই ৰাম যাবলৈ সাজু হ'ল। কোন পথেৰে যাব লাগে তেওঁ নিজে জানিছিল যদিও ঋষিয়ে দেখুৱাই দিয়া পথেদি তেওঁ আগবাঢ়িবলৈ ধৰিলে ॥ ২২ ॥

কিছুদূৰ যোৱাৰ পাছত ৰামচন্দ্ৰই হাবিৰ মাজত বুঢ়া জটায়ুক দেখা পালে। কোনোবা ৰাক্ষস হ'ব পাৰে বুলি ভাবি বধ কৰিবৰ কাৰণে তেওঁ লক্ষ্মণৰপৰা ধনুখন খুজি ল'লে। ॥ ২৩ ॥

বধ কৰাৰ কথা জানি জটায়ুৱে চিঞৰি ক'লে—"মই ৰজা দশৰথৰ প্ৰিয় বন্ধু। ইয়াত বহি বহিয়েই মই সীতাৰ কল্যাণ সাধন কৰিম। তুমি মোক করুণা দান কৰাঁ।" ॥ ২৪ ॥

এনে বচন শুনি ৰামে আনন্দ মনেৰে তেওঁক অভয় প্ৰদান কৰিলে। জটায়ুৱে ৰামৰ চৰণত পৰি অনেক স্তুতি কৰিলে। তাৰপৰা ৰামচন্দ্ৰ পঞ্চৱটী বনলৈ গুচি গ'ল ॥ ২৫ ॥

বনৰ মাজতে ৰামে কুটীৰ এটা সাজি ল'লে। ওচৰে-পাঁজৰে অন্য কোনো আশ্ৰম নথকাত ঠাইটুকুৰা বৰ নিৰ্জন আৰু শান্তিপূৰ্ণ আছিল। তাত থাকি তেওঁ বৰ আনন্দ পালে। ॥ ২৬ ॥





এনে শান্ত-নিৰ্জন পৰিবেশ দেখি লক্ষ্মণে ৰামৰ চৰণত পৰি প্ৰাৰ্থনা কৰিলে—"হে প্ৰভু, জ্ঞান কাক বোলে, বিজ্ঞান কাক বোলে এই সম্পৰ্কে মই অজ্ঞ। ॥ ২৭ ॥

"এই সকলো তত্ত্ব আপুনি মোক বুজাই দিয়ক ; কাৰণ আপোনাৰ বাহিৰে অন্য কোনো পুৰুষে মোক এইকথা বুজাব নোৱাৰিব।" লক্ষ্মণৰ এনে বাক্য শুনি ৰাম আনন্দিত হ'ল আৰু তেওঁ তত্ত্বসমূহ বুজাবলৈ ধৰিলে ॥ ২৮ ॥

জ্ঞান কাক কয়, বিজ্ঞান কাক কয়, কি কাৰ্য্য কৰিলে অজ্ঞানতা দূৰ হয় ইত্যাদি সকলো কথা ৰামে বিৱৰি ক'লে। লক্ষ্মণে এনেদৰেই সকলো তত্ত্বজ্ঞান লাভ কৰিলে ॥ ২৯ ॥

এদিন শূৰ্পনখা তেওঁলোকৰ ওচৰলৈ আহিল। ৰামে সেই দুষ্টাক দেখা পালে।

কামভাবৰ বশৱৰ্তী হৈ তাই ৰামৰ ওচৰলৈ আহি পৰিচয় সুধিলেহি ॥ ৩০ ॥

ৰামে নিজৰ নাম-ধামৰ পৰিচয় দিলে। পৰিচয় শুনি তাই ৰামক পতি বৰণ কৰাৰ ইচ্ছা প্ৰকাশ কৰি ক'লে,—"তুমি মোক পত্নীৰূপে গ্ৰহণ কৰি কন্দৰ্পৰ তাপ হৰণ কৰাঁ" ॥ ৩১ ॥

এনে কথা শুনি ৰামে সীতাৰ ফালে চাই হাঁহি মাৰি ক'লে—"মোৰ গৰাকী ঘৰতেই আছে, সতিনী থকা লোকক কিয় পতিৰূপে বৰণ কৰিবা? মোৰ ভাই অকলশৰীয়া। তেওঁকে পতিৰূপে বৰণ কৰাঁ। ॥ ৩২ ॥

সঁচা বুলি ভাবি তাই বৰ ৰং পালে আৰু লক্ষ্মণৰ ওচৰলৈ গৈ তাইক পত্নীৰূপে গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলে। তাইৰ কথা শুনি লক্ষ্মণে ক'লে—"মই এজন দাস মাত্ৰ, দাসৰ লগত থাকিনো কি সুখ পাবি?" ॥ ৩৩ ॥

ৰামক দেখুৱাই ক'লে—"তেৱেঁই মোৰ গৰাকী; তেওঁৰ ওচৰলৈকে যা।" এনে কথা শুনি শূৰ্পনখাৰ বৰ খং উঠিল। তাই সীতাক খাবলৈ মুখ মেলি খেদি গ'ল ॥ ৩৪ ॥

পৃথিৱীৰ ভাৰ হৰণ কৰা কাৰ্যৰ বীজ ৰোপণ কৰাৰ উদ্দেশ্যেৰে-ৰামে লক্ষ্মণক তাইৰ নাককাণ কাটি দিবলৈ আদেশ দিলে। লক্ষ্মণেও আদেশ অনুযায়ী কাম কৰিলে। তেতিয়া তাই ভয় খাই ভায়েকহঁত থকা ঠাইলৈ লৰি গ'ল ॥৩৫॥

শূৰ্পনখাই ত্ৰিশিৰা, দূষণ, খৰ আদি ৰাক্ষসবোৰক সকলো কথা বিৱৰি ক'লে। ৰাক্ষসসকল তাইৰ কথা শুনি খঙত জ্বলি উঠিল আৰু তিনিওজনে সৈন্য-সামন্ত লৈ ৰাম থকা ঠাইলৈ খেদি আহিল ॥ ৩৬ ॥

ৰাক্ষসসকল আহিছে বুলি ৰামচন্দ্ৰই গম পাই লক্ষ্মণক ক'লে—"ভাই, তুমি সোনকালে সীতাক লৈ গৈ গুহাত লুকুৱাই থোৱাঁ আৰু নিজে ৰখীয়া হৈ থাকাঁ" ॥ ৩৭ ॥

"অলপো পলম নকৰিবা, কোনো কথা নুসুধিবা, তুমি যোৱাঁ। মই পূৰ্বৰ তেজ দেখুৱাই গোটেই চৌদ্ধহেজাৰ ৰাক্ষসক বধ কৰিম" ॥ ৩৮ ॥

এনে আদেশ শুনি লক্ষ্মণে ততালিকে সীতাক গুহালৈ লৈ গ'ল। ৰামচন্দ্ৰ ধনু, বাণ আদি অস্ত্ৰ লৈ যুঁজৰ কাৰণে সাজু হ'ল ॥ ৩৯ ॥



খৰ, ত্ৰিশিৰা, দূষণ-তিনিওটা ৰাক্ষসে সৈন্যসমূহ লৈ খঙেৰে আগবাঢ়ি আহিল আৰু ৰামৰ ওপৰত কাঁড় বৰষিবলৈ ধৰিলে। ৰামেও তেওঁলোকে মৰা কাঁড়বিলাক এপাটৰ পাছত এপাটকৈ কাটি দিলে ॥ ৪০ ॥

তেওঁলোকৰ সকলো অস্ত্ৰ কাটি শেষ কৰি ৰামচন্দ্ৰই অতি শীঘ্ৰেই সকলো সৈন্য ধ্বংস কৰিলে আৰু সৰ্বশেষত ৰাক্ষস তিনিজনকো বধ কৰিলে ॥ ৪১ ॥

খৰ, দূষণ আদিক বধ কৰাৰ পাছত লক্ষ্মণে সীতাক গুহাৰপৰা উলিয়াই আনিলে। শূৰ্পনখাই ভয় খাই ৰাৱণ য'ত আছিল তালৈ পলাই গ'ল ॥ ৪২ ॥

ৰাৱণৰ ওচৰ পাই শূৰ্পনখাই কন্দা-কটা কৰিবলৈ ধৰিলে। ভনীয়েকৰ নাক-কাণ কটা দেখি ৰাৱণকে আদি কৰি সকলো বিমৰ্ষ হ'ল ॥ ৪৩ ॥

ৰাৱণ উঠি ভনীয়েকৰ ওচৰলৈ গ'ল আৰু মৰমেৰে সুধিলে "ভনীটি কোৱা, মৰণ ওচৰ চাপি অহা কোন লোকে তোমাৰ নাক-কাণ কাটি এনে দশা কৰিলে" ॥ ৪৪ ॥

"যিজনে তোমাৰ এনে অৱস্থা কৰিলে তাৰ মৰণ ওচৰ চাপি আহিছে বুলি নিশ্চয় জানিবা।" ককায়েকৰ এনে কথা শুনি ৰাম, লক্ষ্মণ, সীতাৰ পৰিচয় দি তাই ক'লে ॥ ৪৫ ॥

"ধনুৰ্বাণ পিঠিত ওলোমাই অতি পৰাক্ৰমেৰে তেওঁলোক পঞ্চৱটী বনত ঘূৰি ফুৰে। মোৰ ধাৰণা হয় তেওঁলোকে যেন সকলোকে ভস্ম কৰি পেলাব।" ॥ ৪৬ ॥

"তেওঁলোকে ঋষিসকলক সন্তুষ্ট কৰি ফুৰে। তেওঁলোকৰ পৰাক্ৰম দেখি আচৰিত হৈ ভয় খাই আপোনাক ক'বলৈ দৌৰি আহিছোঁ" ॥ ৪৭ ॥

"সীতাক অতি সুন্দৰী দেখি তেওঁক ধৰি ইয়ালৈ লৈ আহিম বুলি গৈছিলোঁ। তেতিয়াই নাক-কাণ কটা গৈ মোৰ এনে অৱস্থা হ'ল" ॥ ৪৮ ॥

"তোমাৰ যদি সামৰ্থ্য আছে, তেনেহ'লে যোৱাঁ, সীতাক লৈ আহাঁ। কিন্তু সন্মুখেদি গৈ পোনপটীয়াভাৱে লৈ অহা কঠিন হ'ব। কিবা বুদ্ধিৰে ছলনা কৰিহে হৰণ কৰিব লাগিব। সমুখেদি আনিলে মৰণ মিলিব পাৰে" ॥ ৪৯ ॥

ভনীয়েকে অতি ভয় খাই কোৱা কথাবোৰ আৰু সসৈন্যে ত্ৰিশিৰা, দুষণ, খৰ আদি ৰাক্ষসৰ মৃত্যু হোৱাৰ বিৱৰণ ৰাৱণে মনোযোগেৰে শুনিলে। ভনীয়েকক মৰমেৰে সান্ত্বনা দি তেওঁ অকলশৰে মনে মনে চিন্তা কৰিবলৈ ধৰিলে ॥ ৫০ ॥

"যদি তেওঁলোক সাধাৰণ মানুহ হয়, তেনে'হলে খৰ, ত্ৰিশিৰা আদি ৰাক্ষস সৈন্যক কেনেকৈ মাৰিব পাৰিলে? তেওঁলোক নিশ্চয় পৰমেশ্বৰেই হ'ব। সাধাৰণ মানুহ মোৰ ভাইহঁতৰ আগত টিকিব নোৱাৰিলেহেঁতেন" ॥ ৫১ ॥

"ঈশ্বৰ যদি হয়, যি কোনো উপায়েৰে মাৰিবই আৰু যদি নহয়, মই সীতাক হৰণ কৰিম। ঈশ্বৰ যদি হয়, খং তুলি বিৰোধ কৰি বৈৰভাৱে তেওঁক ভজন কৰিম" ॥ ৫২ ॥



এনেদৰে চিন্তা কৰি ৰাৱণে সাগৰ পাৰ হৈ আহি ঋষিৰূপ ধাৰণ কৰি মাৰীচৰ সন্মুখত উপস্থিত হ'ল। তাতে ৰথ থৈ মাৰীচক খৰ আদি ৰাক্ষস বিনাশ হোৱাৰ খবৰ জনালে ॥ ৫৩ ॥

ৰাৱণে ক'লে "তুমি মোক এনে অৱস্থাত সহায় কৰাঁ। তুমি এটা ডাঙৰ হৰিণৰ ৰূপ ধাৰণ কৰিবা আৰু ছল কৰি ৰামচন্দ্ৰক দূৰলৈ আঁতৰাই নিবা। মই সীতাক হৰণ কৰাৰ লগে লগে তুমি গুচি আহিবা" ॥ ৫৪ ॥

মাৰীচে এনে আদেশ শুনি মনে মনে চিন্তা কৰিলে আৰু ৰামচন্দ্ৰক স্বয়ং বিষ্ণু বুলি ভাবি তেওঁৰ সকলো শক্তি আৰু তেজৰ কথা জনাই ক'লে ॥ ৫৫ ॥

"তুমি আজি কাৰ উপদেশ মতে মোৰ ওচৰলৈ আহি মোক হৰিণৰ ৰূপ ধাৰণ কৰিবলৈ কৈছা আৰু সীতাক হৰণ কৰাৰ কথা চিন্তা কৰিছা? এনে উপদেশ দিয়াজন তোমাৰ শত্ৰু; কাৰণ সি তোমাক সবংশে নাশ কৰিব খুজিছে। তুমি বৰং সেইজনকে বধ কৰা ॥ ৫৬ ॥

"তেওঁক কোনে জিনিব পাৰিব? তুমি যদি জিনিব পাৰিম বুলি ভাবিছা তেনেহ'লে সবংশে বিনাশ হ'বা। এপাট কাঁড় মাৰি তেওঁ মোক চাৰিশ ক্ৰোশ দূৰলৈ ওফৰাই পঠাইছিল। সৰু থাকোঁতেই তেওঁ সুবাহুক ভস্ম কৰিছিল ॥ ৫৭ ॥

"ইয়াতো এই কেইদিনৰ ভিতৰতে মৃগৰূপ ধাৰণ কৰা মোৰ শৰীৰটো এপাট কাঁড়েৰে বগৰাই দিছে। তেজ বতিয়াই

বতিয়াই পলাই কোনোমতেহে সাৰিছোঁ। সেই কাৰণে আৰু তেওঁৰ ওচৰ নাচাপোঁ বুলি ভাবিছোঁ ॥ ৫৮ ॥

"গতিকে তুমিও তেওঁক বিৰোধ কৰাৰ ইচ্ছা এৰি দিয়াঁ। সীতাক হৰণ কৰাৰ সংকল্পও ত্যাগ কৰা। তুমি যদি এনে মনোভাৱ লোৱা, গোটেইখন বিনাশ হ'ল। খৰ, ত্ৰিশিৰা, দূষণ কেনেকৈ মৰিল দেখিলাই" ॥ ৫৯ ॥

"তোমাৰ মংগলৰ কাৰণেহে মই এই কথাবোৰ কৈছোঁ বুলি জানিবা আৰু এটা গোপনীয় কথা কওঁ শুনা—ব্ৰহ্মা আদিয়েও সদায় যাৰ নাম জপ কৰে, সেই অনন্ত-অনাদি পৰমেশ্বৰ এৱেঁই ॥ ৬০ ॥

"ব্ৰহ্মাই ৰাৱণক মাৰিব লাগে বুলি বৰ খুজিছিল ; প্ৰভুৱে এতিয়া তাৰেই যো-জা কৰিব ধৰিছে। এইবোৰ কথা মই নাৰদৰপৰা শুনি কৈছোঁ ; কাৰণ মই সদায় তোমাৰ হিত চিন্তা কৰোঁ" ॥ ৬১ ॥

"গতিকে যোৱাঁ, তুমি ঘৰতে থাকা, ঈশ্বৰ জানি তেওঁৰ চৰণত মন সঁপি দিয়াঁ, তেওঁ যি কৰে কৰক। কাৰণ এয়া সকলো তেওঁৰেই লীলা। তেওঁৰ ওপৰত কাৰো একো বল-শক্তি নাখাটে" ॥ ৬২ ॥

"মাৰীচে যেতিয়া এই কথাবোৰ ক'লে, তেতিয়া ৰাৱণে বৰ মন দি শুনিলে। তাৰ পাছত মাৰীচলৈ চাই ক'লে—"সীতাক মই হৰণ কৰিমেই। তুমি মৃগৰূপ ধাৰণ কৰি যাব লাগিব" ॥৬৩॥

"যদি তেওঁ ভগবানেই হয়, তেন্তে মোক নিশ্চয় বধ কৰিব। যদি নহয় মোৰ হাতত পৰাজিত হ'ব। ভগবান যদি হয় ভালেই ; তেওঁৰ হাতত মৃত্যু হ'লে মোৰ মুক্তি হ'ব আৰু যদি নহয়, মই সীতাক হৰণ কৰি ভোগ কৰিম" ॥ ৬৪ ॥



"গতিকে তুমি অৰণ্যেই যাব লাগিব ; কাৰণ মই সীতাক হৰণ কৰিমেই। আৰু এটা কথাও যদি কোৱা তোমাকেই কাটি পেলাম।" ৰাৱণৰ এনে আদেশ শুনি মাৰীচে নিজৰ জীৱনৰ আশা এৰি দিলে ॥ ৬৫ ॥

"যদি মৰিবই লাগে ৰামৰ হাতত মৰিব পাৰিলে মোৰ মুক্তি হ'ব। এই দুষ্টৰ হাতত মৰিলে নৰকতো ঠাই নহ'ব।" এনেকৈ ভাবি তেওঁ মৃগৰূপ ধাৰণ কৰিলে আৰু আদেশ পালনৰ বাবে সাজু হ'ল। ॥ ৬৬ ॥

মৃগৰূপে নানাধৰণৰ বিচিত্ৰ ভংগীৰে দৌৰি সি সীতাৰ ওচৰলৈ গ'ল আৰু তেওঁৰ মনোযোগ আকৰ্ষণ কৰাৰ উদ্দেশ্যে নাচি-বাগি ওচৰতে চৰি ফুৰিবলৈ ধৰিলে ॥ ৬৭ ॥

প্ৰভু ৰামচন্দ্ৰই ৰাক্ষসৰ ছলনাৰ কথা ধৰিব পাৰি সীতাৰ ওচৰলৈ গৈ ক'লে—"তুমি অদৃশ্য হৈ অগ্নিৰ মাজত লুকাই থাকা আৰু ইয়াত এগৰাকী মায়াসীতাৰ সৃষ্টি কৰি থৈ যোৱাঁ ॥ ৬৮ ॥

"ৰাৱণে আজি এজন ভিক্ষুকৰ ৰূপ লৈ ইয়ালৈ আহি তোমাক হৰণ কৰিব। তুমিও নিজৰ আচল ৰূপ গোপন কৰি এবছৰ কাল থাকিব লাগিব" ॥ ৬৯ ॥

এনে আদেশ শুনি সীতাই মায়া-সীতা সৃষ্টি কৰিলে আৰু অদৃশ্য হৈ নিজে অগ্নিৰ মাজত প্ৰৱেশ কৰিলে। অবিকল সীতাৰ দৰে মায়াসীতাৰ কাষত ৰামচন্দ্ৰ বহি থাকিল ॥ ৭০ ॥

মায়া-সীতাই বিচিত্ৰ ৰঙৰ সেই ধুনীয়া হৰিণাক লৈ খেলিবলৈ মন মেলিলে আৰু ৰামচন্দ্ৰক হৰিণাটো ধৰি দিবলৈ অনুৰোধ কৰিলে ॥ ৭১ ॥

ৰামচন্দ্ৰই সীতাৰ অনুৰোধ শুনি হৰিণা ধৰিবলৈ যোৱাটো ভাল হ'ব বুলি ভাবিলে আৰু হাতত ধনুকাঁড় লৈ লক্ষ্মণক সীতাৰ ওচৰত থাকিবলৈ কৈ গুচি গ'ল ॥ ৭২ ॥

লক্ষ্মণ সীতাৰ ওচৰত ৰখীয়া হৈ থাকিল। ৰামচন্দ্ৰই মাৰীচক বহুদূৰলৈ খেদি লৈ গ'ল আৰু অৱশেষত কাঁড় মাৰি দিলে। মৰিবৰ সময়ত ৰাক্ষসে "ভাই লক্ষ্মণ মৰিলোঁ ঔ" বুলি ছলনা কৰি চিঞৰ মাৰিলে ॥ ৭৩ ॥

ছলনা কৰি মৰা এনে চিঞৰ শুনি সীতাই বৰ ভয় খালে আৰু লক্ষ্মণক যাবলৈ ক'লে।

সীতাৰ আদেশ শুনি লক্ষ্মণে ক'লে "হে মাতৃ, হৰিণাটোক প্ৰভু ৰামে মাৰি পেলাইছে" ॥ ৭৪ ॥

"সেইটো আচলতে মৃগৰূপধাৰী ৰাক্ষস মাৰীচহে আছিল। প্ৰভু ৰামে তাক বধ কৰাত সি ছলনা কৰিহে তেনেকৈ 'ভাই লক্ষ্মণ মাৰিলোঁ' বুলি চিঞৰিছে" ॥ ৭৫ ॥

"হৰিণাটো মৰাৰ লগে লগে জ্যোতিৰূপ ধাৰণ কৰি হৰিৰ লগত মিলি এক হৈ গ'ল। এনে কাণ্ড দেখি সকলো আচৰিত হ'ল। দুষ্টৰ এনেদৰে মুক্তি হোৱা দেখি সকলোৱে আনন্দ পাইছে" ॥ ৭৬ ॥

লক্ষ্মণৰ এনে কথা শুনি সীতাৰ প্ৰচণ্ড খং উঠিল। চকু-পানী টুকি তেওঁ কটু বচনেৰে লক্ষ্মণক ক'বলৈ ধৰিলে—"ৰামৰ অবিহনে তোমাক স্বামী বৰিম বুলি ভাবিছানেকি?" ॥ ৭৭ ॥



"ৰামত বিনে আন কাকো মই স্বামী নবৰোঁ বুলি জানিবা। তোমাৰ সম্মুখত এতিয়াই মই মোৰ দেহত্যাগ কৰিম। তোমাৰ অভিলাস যে অসৎ সেইকথা আজিহে গম পালোঁ আৰু তোমাৰ কাম দেখি এতিয়া তোমাক শত্ৰু জ্ঞান কৰিছোঁ" ॥৭৮॥

সীতাৰ এনে বাক্য শুনি লক্ষ্মণৰ বৰ খং উঠিল। এনে কটু বাক্য কোৱাৰ কাৰণে তেওঁ অস্থিৰ হ'ল আৰু মনে মনে সীতাক ধিক্কাৰ দি বনদেৱীক সীতাৰ ৰখীয়া পাতিলে ॥ ৭৯ ॥

সীতাক তাতে এৰি থৈ তেওঁ গুচি গ'ল। ৰাৱণে দূৰৰপৰাই লক্ষ্মণ আঁতৰি যোৱা দেখি লবালৰিকৈ নিজৰ স্বৰূপ লুকুৱাই সন্ন্যাসীৰ ৰূপ ধাৰণ কৰি সীতাৰ ওচৰলৈ আহিল ॥ ৮০ ॥

সন্ন্যাসী বু'লি ভাবি সীতাই তেওঁক ভক্তিপূৰ্ণ প্ৰণাম জনালে আৰু ক'লে—"হে গুৰু, আপুনি বহক। প্ৰভু ৰাম ঘূৰি আহি আপোনাক সন্তুষ্ট কৰিব" ॥৮১॥

ৰাৱণে সীতাৰ এনে বাক্য শুনি তেওঁলৈ চালে আৰু এওঁৰ গিৰীয়েকনো কোন, নাম-ধাম জানি লওঁ বুলি ভাবি সুধিলে—"তোমাৰ পতি কোন? তেওঁৰ নাম, ধাম, কাম আদি সবিশেষ মোক জনোৱা" ॥৮২॥

সন্ন্যাসীয়ে সুধিছে কাৰণেই সীতাই অলপো লুক-ঢাক নকৰাকৈ নাম-ধাম সকলো বিৱৰি ক'লে। তাৰ পিছত সন্যাসীৰ নাম-ধাম জানিবলৈ বিচাৰিলে। ॥৮৩॥

সীতাৰ এনে কথা শুনি সীতাক হৰণ কৰিবৰ ইচ্ছাৰে ৰাৱণে নিজৰ সঁচা নাম-ধাম ক'লে আৰু ৰামচন্দ্ৰক ত্যাগ কৰি তেওঁক পতিৰূপে বৰণ কৰিবলৈ সীতাক অনুৰোধ কৰিলে ॥ ৮৪ ॥

এনে কথা শুনি সীতাই মনে মনে ভয় খালে যদিও কথাৰে ৰাৱণক তৃণসম জ্ঞান কৰা যেন দেখুৱাই ক'লে—"দুষ্ট ৰাৱণ, তই আজি প্ৰভু ৰামচন্দ্ৰৰ সমুখত পৰিলে মৰিবি" ॥৮৫॥

সীতাৰ কথা শুনি ৰাৱণে উগ্ৰমূৰ্তি ধৰি থিয় হ'ল, নিজৰ ঘোৰ ক'লা বিছখন হাত, দহখন মুখযুক্ত প্ৰকাণ্ড স্বৰূপ ধাৰণ কৰি চাৰিওফালে সকলোৰে মনত ত্ৰাসৰ সৃষ্টি কৰি সীতাক হৰণ কৰিবলৈ সাজু হ'ল ॥ ৮৬ ॥

সীতাক মনেৰে মাতৃবৎ জ্ঞান কৰি হাতেৰে স্পৰ্শ কৰা অনুচিত বুলি ভাবি হাতৰ আঙুলিৰ নখেৰে মাটি খান্দি মাটি খণ্ডেৰে সৈতে সীতাক দাঙি ল'লে আৰু ৰথত তুলি ৰাম আহি পোৱাৰ আগতে আঁতৰি গ'ল ॥ ৮৭ ॥

সীতাই 'হা ৰাম! হা লক্ষ্মণ', বুলি চিঞৰি বিহ্বল হৈ কান্দি যোৱা দেখি জটায়ু পক্ষীয়ে উৰা মাৰি খেদি আহিল আৰু ৰথখন আক্ৰমণ কৰি চূৰ্ণ-বিচূৰ্ণ কৰিলে। ঘোঁৰা আৰু ধনু পৰ্য্যন্ত টুকুৰা-টুকুৰ কৰিলে ॥ ৮৮ ॥

ৰাৱণ বেছি শক্তিশালী আছিল। সি ততালিকে হাতত খড়্গ তুলি ল'লে আৰু খড়্গেৰে জটায়ুৰ ডেউকা দুখন কাটি পেলালে। লগে লগে জটায়ু মাটিত খহি পৰিল। তেওঁ



(ৰাৱণ) আকৌ ৰথ প্ৰস্তুত কৰি সীতাক লৈ সাগৰ পাৰ হৈ গুচি গ'ল ॥ ৮৯ ॥

আকাশেদি যাওঁতে যেতিয়া সীতাই ঋষ্যমুক পৰ্বতৰ ওপৰ পালে, তেতিয়া নিজৰ শৰীৰৰ সকলো অলংকাৰ খুলি টোপোলা এটা কৰি ৰাম-লক্ষ্মণৰ হাতত পৰক বুলি তললৈ পেলাই দিলে। গুহাৰ ভিতৰত বহি থকা সুগ্ৰীৱে কোনোবাই কিবা পেলাইছে বুলি ভাবি (টোপোলাটো) ধৰি ল'লে ॥ ৯০ ॥

সীতাক লংকালৈ লৈ গৈ মাতৃবৎ জ্ঞান কৰি ৰাজহাউলীৰ ভিতৰৰ ফুলনিত থকা অশোক গছজোপাৰ তলত থ'লেগৈ আৰু নানান সেৱা-শুশ্ৰূষাৰ ব্যৱস্থা কৰিলে। তথাপি সীতা সতীয়ে "হা ৰাম, হা জগন্নাথ" বুলি মনৰ দুখত ৰাম নাম জপ কৰি থাকিল ॥ ৯১ ॥

মাৰীচক বধ কৰি ঘূৰি আহোঁতে ৰামচন্দ্ৰই বনৰ মাজত ভায়েকক দেখা পাই মনতে ভাবিলে লক্ষ্মণে মায়াসীতা সৃষ্টি কৰা কথা গম নাপায়। এই গৰাকীকে আচল সীতা বুলিয়েই তেওঁ ভাবি আছে ॥ ৯২ ॥

মই এই গোপনীয় কথা তেওঁক জানিবলৈ নিদিওঁ। আচল সীতা বুলিয়েই জানি থাকক। তেতিয়াহে সীতাৰ কাৰণে শত্ৰুৰ লগত ভীষণৰূপে যুদ্ধ কৰিব। এনে সিদ্ধান্ত কৰি প্ৰভুৱে লক্ষ্মণ আহি পোৱাৰ লগে লগে সীতাক অকলে কিয় এৰি থৈ আহিল বুলি সুধিলে ॥ ৯৩ ॥

লক্ষ্মণে ৰামৰ বাক্য শুনি মিনতি কৰি ক'লে,—"কি কৰিম, মাৰীচে ছল কৰি মৰা চিঞৰ শুনি মোক যিবোৰ কটু কথা শুনালে, মই আপোনাক সেইখিনি ক'ব নোৱাৰিম! যথাসাধ্য বুজাবৰ চেষ্টা কৰিও নোৱৰাত গুচি আহিবলগীয়া হ'ল" ॥ ৯৪ ॥

"তুমি অনুচিত কামেই কৰিলা। তিৰোতা মানুহে দুৰ্বচন প্ৰয়োগ কৰিলে বুলিয়েই এৰি আহিব নালাগিছিল।" এনেকৈ কৈ ৰামে খৰকৈ খোজ দি আশ্ৰমৰ পিনে আগবাঢ়িল; কিন্তু সীতাক তাত দেখা নাপাই দুখ কৰিবলৈ ধৰিলে ॥ ৯৫ ॥

"মই নথকা সময়ত নিশ্চয় কোনোবা ৰাক্ষসে সীতাক হৰণ কৰি লৈ গ'ল; অথবা সীতা কোনোবা দুৰ্জনৰ পেটত সোমাল। বনদেৱীসকল, তোমালোকে জানা যদি কোৱা, মোৰ প্ৰাণপ্ৰিয়া সীতা ক'ত আছে? মই তেওঁৰ ওচৰলৈ যাওঁ" ॥ ৯৬ ॥

স্বয়ং জ্ঞানস্বৰূপ যদিও ৰঘুনাথে এনেকৈ সাধাৰণ মানুহৰ দৰে "হায়! মোৰ সীতা ক'ত" বুলি বিচাৰি ফুৰিবলৈ ধৰিলে। অলপ পাছতে তেওঁ হাবিৰ মাজত ধনুৰ টুকুৰাবোৰ দেখিবলৈ পালে ॥ ৯৭ ॥

তেতিয়া লক্ষ্মণক উদ্দেশ্য কৰি ক'লে—'চোৱাঁ ভাই, বৰ অনৰ্থ হ'ল, কোনোবাই আহি সীতাক বশ কৰি লৈ গ'লহি।" এনেকৈ কৈ কিছুদূৰ গৈয়েই ডেউকা কটা অৱস্থাত জটায়ু পক্ষীক মাটিত পৰি থকা দেখিলে। কিন্তু প্ৰথমে চিনিব নোৱাৰিলে। ॥ ৯৮ ॥

কোনো বিষয়তে অজ্ঞ নাছিল যদিও সাধাৰণ মানুহৰ দৰে লীলা কৰি চিনি নোপোৱাৰ দৰে দেখুৱাই অলপ আগবাঢ়ি তেওঁ ভায়েকক ক'লে— "ভাই মোক ধনু-কাঁড় দিয়া; ইয়েই



সীতাক খাই পেট পেলাই এনেকৈ শুই আছে। ইয়াক মই মাৰি পেলাম" ॥ ৯৯ ॥

ৰামৰ কথা শুনি জটায়ুৱে সকলো ঘটনাৰ বিৱৰণ দিলে। কথাবোৰ শুনি প্ৰভুৰ দয়া হ'ল আৰু তেওঁ জটায়ুক হাতেৰে স্পৰ্শ কৰিলে। লগে লগে জটায়ুৰ সকলো দুখ-কষ্ট দূৰ হ'ল। সীতাৰ বাতৰি দিয়াৰ পাছতে জটায়ুৰ মৃত্যু হ'ল। তেতিয়া ৰামে জটায়ুৰ দাহ সংস্কাৰ কৰি পিণ্ড আদি দি মৃতকৰ সকলো ক্ৰিয়া সমাপন কৰিলে ॥ ১০০ ॥

সায়ুজ্য মুক্তি লাভ কৰি ৰামচন্দ্ৰক স্তুতি কৰি জটায়ুৱে পৰম ধাম লাভ কৰিলে। ৰামচন্দ্ৰয়ো মানুহৰ দৰে লীলা কৰি বাটে-পথে সকলোকে সীতাৰ বাতৰি সুধি বিবহত ঘূৰি ফুৰিবলৈ ধৰিলে। কিন্তু সীতাক দেখা পাইছোঁ বুলি কোৱা দ্বিতীয় কোনো ব্যক্তি তেওঁ লগ নাপালে ॥ ১০১ ॥

বুকুত মুখ থকা মুণ্ডহীন, চাৰিক্ৰোশ দূৰলৈ প্ৰসাৰিত বাহু থকা কবন্ধ নামৰ ৰাক্ষস এটাই হাবিৰ মাজত বহি দীঘল হাতেৰে খাদ্য-বস্তু গোটাই খাই বাস কৰিছিল। তাৰ বাহুৰ মাজত ৰঘুনাথ সোমাই পৰিছিল ॥ ১০২ ॥

ৰাক্ষসৰ বাহুবেষ্টনীৰ মাজত সোমাই পৰা গম পাই ৰামচন্দ্ৰই লক্ষ্মণক ক'লে—"ভাই লক্ষ্মণ, দেখিছানে, ই এতিয়া আমাক গিলিব খুজিছে।" ৰামৰ কথা শুনি লক্ষ্মণে ক'লে— "কিহৰ ভয় প্ৰভু, আহক আমি দুয়ো ইয়াৰ হাত দুখন কাটি পেলাই দিওঁ।" ॥ ১০৩ ॥

এনেকৈ কৈ তেওঁলোকে অতি সহজে তাৰ হাতদুখন কাটি

পেলালে। হাত দুখন খহি পৰাত ৰাক্ষস বৰ আচৰিত হ'ল আৰু সুধিলে, "মোৰ দৰে বীৰৰ হাত দুখন ইমান সহজে কাটি পেলাব পৰা তোমালোক কোন ? কি কাৰণত এই হাবিত ঘূৰি ফুৰিছা কোৱা ?" ॥ ১০৪ ॥

ৰামচন্দ্ৰই হাঁহি মাৰি নিজৰ পৰিচয় দিলত তেওঁক স্বয়ং হৰি বুলি চিনি পাই আনন্দিত হৈ ৰাক্ষসে ক'লে—"হে নাথ, আজি আপোনাক চিনি পাই মোৰ সকলো তাপ নাশ হ'ল। ॥ ১০৫ ॥

ব্ৰহ্মাৰপৰা অবধ্য হ'বলৈ বৰ লাভ কৰা মই এজন গন্ধৰ্ব। নিজে বৰ ধুনীয়া বুলি গৰ্ব কৰি অষ্টাবক্ৰ ঋষিক দেখি হাঁহিছিলোঁ। সেইকাৰণে ঋষিয়ে মোক ৰাক্ষস হ'বলৈ অভিশাপ দিলে। কিন্তু পাছত মুক্তিৰ উপায়ো কৈ দিলে।" ॥ ১০৬ ॥

"ৰাক্ষস হৈ মই অতি ভয়ানক ৰূপ ধাৰণ কৰি ঘূৰি ফুৰিছিলোঁ। এদিন ইন্দ্ৰই মোৰ মূৰটো কাটি পেলালে; কিন্তু ব্ৰহ্মাৰ বৰদান থকাৰ কাৰণে মোৰ মৃত্যু নহ'ল। তাকে দেখি ইন্দ্ৰাদি সকলো আচৰিত হ'ল। মূৰ নোহোৱাকৈ জীয়াই থকাৰ কাৰণে ইন্দ্ৰই তেতিয়া দয়া কৰি মোৰ ভক্ষণ কৰা মুখখন বুকুৰ মাজতে স্থাপন কৰি দিলে। ॥ ১০৭ ॥

"চাৰিক্ৰোশ দূৰৰ বস্তু যাতে ধৰি খাব পাৰোঁ, তাৰ কাৰণে দীঘল হাত দিলে। কিন্তু এতিয়া আপুনি মোৰ হাত দুখন কাটি পেলালে। অষ্টাবক্ৰ ঋষিয়ে যেনে ধৰণৰ মুক্তিৰ কথা কৈছিল, হাত ছিগি পৰাৰ লগে লগে মই সেই মুক্তি লাভ কৰিছোঁ। ॥ ১০৮ ॥



"মই আজি ধন্য—যি চৰণৰ শৰণ কামনা কৰি দিনে-নিশাই ধ্যান কৰিছিলোঁ, সেয়া মই আজি পাইছোঁ। এতিয়া এটা ডাঙৰ গাঁত খান্দি মোৰ শৰীৰটো তাত পেলাই জুই লগাই ভস্ম কৰি দিয়ক। তেতিয়া মই এই সংসাৰ পাৰ হৈ গুচি যাম" ॥ ১০৯ ॥

"সীতাক বিচাৰি পোৱাৰ উপায়ো মই আপোনাক ক'ম।" এনে মিনতি শুনি ৰামচন্দ্ৰই তাৰ দেহত জুই লগাই ভস্ম কৰি দিলে। তেতিয়া সি সুন্দৰ বিশুদ্ধ ৰূপ ধাৰণ কৰি ৰামৰ সন্মুখত থিয় হ'ল আৰু স্তুতি-মিনতি কৰিলে। ৰামে আনন্দিত হৈ বৰ দান কৰিলে ॥১১০॥

"হে নাথ, আপুনি সোনকালেই সীতাক পাব। এতিয়া আপুনি শবৰীৰ ওচৰলৈ গৈ তেওঁৰ হৃদয়ৰ তাপ হৰণ কৰকগৈ। আপোনাৰ প্ৰতি তেওঁৰ গভীৰ ভক্তি আছে।" এনেকৈ কৈ সি পৰম ধামলৈ গতি কৰিলে। ৰামেও আশ্ৰমলৈ গৈ শবৰীক দৰ্শন দিলেগৈ ॥১১১॥

ৰামক দেখি শবৰী লৰালৰিকৈ নিজৰ আসনৰপৰা উঠিল আৰু ৰামৰ চৰণত পৰিল। নানা প্ৰকাৰে পূজা আদি কৰি হাতযোৰ কৰি তেওঁ ক'লে—"হে নাথ, মই অতি হীন-কুলৰ দুখীয়া নাৰী। কেনেকৈ স্তুতি কৰিব লাগে নাজানো। আপোনাৰ চৰণেই মোৰ একমাত্ৰ আশ্ৰয় ॥১১২॥

"গুৰুৰপৰা আদেশ পাই তন-মন আপোনাৰ চৰণত সমৰ্পণ কৰি প্ৰতিদিনে আপোনাৰ পূজা কৰি দৰ্শন পাবৰ কাৰণে বৈ আছিলোঁ। আজি আপোনাৰ দয়াতেই আপোনাক

দেখিবলৈ পালোঁ” ॥১১৩॥

“মই কি কৰ্ম ক'ৰিলোঁ. যাৰ কাৰণে আপুনি ইমান প্ৰসন্ন হ'ল আৰু যোগীসকলৰো দুৰ্লভ এই দৰ্শন মই লাভ কৰিলোঁ।”

শবৰীৰ এনে কথা শুনি প্ৰভুৰ দয়া উপজিল। তেওঁ ক'লে—“স্ত্ৰী-পুৰুষ, উচ্চ-নীচ, মই একো বিচাৰ নকৰোঁ, ভক্তি হ'লেই সন্তুষ্ট হওঁ” ॥১১৪॥

“নটা সাধনৰ ভিতৰত ভক্তিও এটা সাধন। তাৰে প্ৰথম হ'ল সৎসংগ। প্ৰথম সাধন যদি হয়, বাকী আঠটা সাধন নিজে নিজে সম্পন্ন হয়। সৎসংগ হ'লে সকলো ঠিক হৈ যাব, কিন্তু কুসংগই একো ফল নিদিয়ে” ॥১১৫॥

“সৎসংগতে থাকি মোৰ প্ৰতি গভীৰ ভক্তিৰে সকলো গুণ আহৰণ কৰা দেখি মই নিজেই তোমাৰ ওচৰলৈ আহি দৰ্শন দিছোঁ। তুমি অধম হোৱা হ'লে মোৰ দৰ্শন নাপালাহেঁতেন” ॥১১৬॥

“সকলো দুখ-কষ্ট বিনাশ হৈ আজি তোমাৰ মুক্তি হ'ল। এতিয়া তুমি আনন্দ মনেৰে যোৱা। সীতাৰ বাতৰি যদি কিবা জানা কৈ যোৱাঁ।” এই কথা শুনি শবৰীয়ে ক'লে আপুনি সৰ্বব্যাপী; গতিকে নেদেখা ঠাই ক'তো নাই” ॥১১৭॥

“কিন্তু নৰৰূপ ধৰি সুধিছে যেতিয়া মই কওঁ শুনক, সীতা লংকাতে আছে। আপুনি সুগ্ৰীৱক লগ ধৰি কি কি কৰিব লাগে আদেশ দিব। তেওঁ সকলো সমাধা কৰিব” ॥১১৮॥



“ঋষ্যমুক পৰ্বতৰ শিখৰত পম্পা নামৰ এখন সৰোবৰ আছে। তাতে তেওঁ নানান বিপদ বিঘিনিৰ মাজত বাস কৰি আছে। বালীৰ ভয়তে তেওঁ তাত বাস কৰি আছে। অভিশাপ আছে কাৰণে বালী তালৈ যাব নোৱাৰে। এইখিনি কথাই মই আপোনাক নিবেদন কৰিছোঁ” ॥১১৯॥

সুগ্ৰীৱৰ লগত মিত্ৰতা স্থাপন কৰক। তেতিয়া সকলো কাম সফল হ'ব। সীতাৰো সম্ভেদ পোৱা যাব। এতিয়া মই এই শৰীৰ পুৰি ছাঁই কৰিম। এই বুলি কৈ শবৰীয়ে চিতাত প্ৰৱেশ কৰিলে আৰু ৰামৰ প্ৰতি থকা গভীৰ ভক্তিৰ কাৰণে সংসাৰ-সাগৰ পাৰ হ'ল ॥১২০॥

জাতত অধম হৈও ৰামৰ সমুখত শৰীৰ ত্যাগ কৰি শবৰী সহজে সংসাৰ-সাগৰ পাৰ হৈ গ'ল; যদি ব্ৰাহ্মণ হৈ ভক্তি কৰে সেইজন সম্পূৰ্ণ যোগীস্বৰূপ হ'ব। ॥১২১॥

হে, লোকসকল—ৰঘুনাথৰ চৰণৰ প্ৰতি থকা ভক্তিয়েহে মুক্তি দিব পাৰিব। এই কথা জানি কামধেনু স্বৰূপ ৰাম-নাম ধ্যান কৰা। আন তন্ত্ৰ-মন্ত্ৰ সকলো ত্যাগ কৰি ৰামনামত তন-মন অৰ্পণ কৰাঁ। তাতেই সকলো সাৰ লুকাই আছে। ॥১২২॥

॥ ইতি শ্ৰীঅৰণ্যকাণ্ড সমাপ্ত ॥

# কিষ্কিন্ধ্যা কাণ্ড

শবৰীৰ মুক্তিৰ পাছত তেওঁৰ কথামতে শ্ৰীৰামচন্দ্ৰই ঋষ্যমুক পৰ্বতত সুগ্ৰীৱক লগ পোৱাৰ উদ্দেশ্যে যাত্ৰা কৰিলে। অলপ দূৰ যোৱাৰ পাছত তেওঁ পম্পা নামৰ সৰোবৰ দেখা পালে আৰু শবৰীয়ে বৰ্ণনা কৰা ঠাইডোখৰ এইখনেই বুলি তেওঁ চিনিব পাৰিলে ॥ ১ ॥

সৰোবৰখনত মাছ-কাছ আদিয়ে আনন্দেৰে বিচৰণ কৰি ফুৰিছিল। ফুলি থকা নীলা, বগা, ৰঙা পদুম ফুলে আৰু সৰি থকা ফুলৰ ৰেণুৱে পানীবোৰ চকুৰে নেদেখা কৰি ঢাকি ৰাখিছিল। নানা জাতৰ হাঁহবোৰে কলৰব কৰি চৰি ফুৰিছিল। ॥ ২ ॥

সাধু-সন্তসকলৰ মনৰ দৰেই স্বচ্ছ-নিৰ্মল সৰোবৰৰ পানী দেখি প্ৰভু শ্ৰীৰামচন্দ্ৰৰ মন প্ৰফুল্লিত হ'ল। তেওঁ কিছুপৰ সৰোবৰৰ তীৰত বৈ তাৰ জল পান কৰিলে আৰু চাৰিওফালৰ অৰণ্যৰ শোভা চাবলৈ ধৰিলে। তেতিয়া সুগ্ৰীৱে তেওঁক দেখা পাই হনুমানক মাতি আদেশ দিলে ॥ ৩ ॥

"হনুমান, যোৱাঁ, সেয়া কোনে অৰণ্যৰ চাৰিওফাল চাই চাই ঘূৰি ফুৰিছে, তুমি ব্ৰাহ্মণৰ বেশ ধাৰণ কৰি গৈ সুধি আহাঁগৈ। যদি বালীয়ে ছলনা কৰি কাৰোবাক পঠাইছে, তেন্তে তুমি হাতেৰে ইংগিত দি মোক জনাবা আৰু যদি অন্য কোনো ভদ্ৰ মানুহ হয়, তেন্তে তুমি মোলৈ চাই মাত্ৰ হাঁহি মাৰিবা। ॥ ৪ ॥



সুগ্ৰীৱে হনুমানক ৰামৰ ওচৰলৈ যাবলৈ আদেশ দিয়াত তেওঁ গ'ল আৰু সুধিবলৈ কোৱা কথাবোৰ সুধিলে। ৰামেও নিজৰ সকলো পৰিচয় আনন্দেৰে দিলে ॥ ৫ ॥

তেতিয়া সুগ্ৰীৱৰ সকলো কথা ৰামক হনুমানে ক'লে আৰু ৰাম-লক্ষ্মণক কঢ়িয়াই সুগ্ৰীৱৰ ওচৰলৈ লৈ যাবলৈ তেওঁ নিজৰ প্ৰকৃত ৰূপ ধাৰণ কৰিলে। তাৰ পাছত দুয়োজনক কঢ়িয়াই আকাশৰ ওপৰেদি তেওঁ বেগেৰে গুচি গ'ল ॥ ৬ ॥

অতি সোনকালে পাহাৰৰ টিং পাই গছ এজোপাৰ ছাঁত ৰাম-লক্ষ্মণক নমাই থ'লে আৰু সুগ্ৰীৱক খবৰ দিবৰ বাবে হনুমান সুগ্ৰীৱৰ ওচৰলৈ গ'ল। বাতৰি পাই সুগ্ৰীৱ ৰামৰ ওচৰলৈ আহিল আৰু প্ৰভুক দৰ্শন কৰি গছৰ কোমল ডাল ভাঙি ৰামক বহিবলৈ আসন দিলে ॥ ৭ ॥

লক্ষ্মণে সুগ্ৰীৱলৈ আসন আগবঢ়ালে আৰু হনুমানেও লক্ষ্মণক বহিবলৈ আসন আগবঢ়াই দি নিজৰ জ্ঞানৰ পৰিচয় দিলে। সীতাই পেলাই পেলাই যোৱা অলংকাৰসমূহ আনি দেখুৱাই সুগ্ৰীৱে ক'বলৈ ধৰিলে ॥ ৮ ॥

"হাঁ ৰাম, হাঁ লক্ষ্মণ" বুলি চিঞৰি চিঞৰি এগৰাকী তিৰোতা আকাশ-মাৰ্গেদি গৈ আছিল। তেওঁ নিজৰ অলংকাৰ বোৰ এতিয়া আপুনি চিনি লওক " ॥ ৯ ॥

অলংকাৰবোৰ দেখি ৰামে চিনি পালে আৰু তেওঁৰ অন্তৰত শোকে খুন্দা মাৰি ধৰিলে। ৰামচন্দ্ৰই "হায় মোৰ সীতা ক'ত আছা" বুলি গহনাবোৰকে ধৰি বিলাপ কৰি

কান্দিবলৈ ধৰিলে। তেতিয়া লক্ষ্মণ আৰু সুগ্ৰীৱে ৰামক সান্ত্বনা দিবলৈ ধৰিলে ॥ ১০ ॥

"হে ৰাম, অতি সহজে আমি ৰাৱণক বধ কৰি সীতাক আপোনাৰ ওচৰলৈ লৈ আহিম। সেই দুষ্ট আৰু কোনোমতেই সাৰিব নোৱাৰিব।" সুগ্ৰীৱ আৰু হনুমানে এইদৰে কৈ ৰামক সান্ত্বনা দিলে। ॥ ১১ ॥

অগ্নিক সাক্ষী কৰি সুগ্ৰীৱে ৰামৰ লগত মিত্ৰতা স্থাপন কৰিলে আৰু ওচৰত বহি লৈ ৰামৰ হাতত ধৰি নিৱেদন কৰিলে—"হে নাথ, বালীৰ ভয়ত মই আজি বহুদিন ধৰি এই একে ঠাইতে বাস কৰি আছো ॥ ১২ ॥

মাতঙ্গমুনিৰ অভিশাপ থকাৰ কাৰণে বালী ইয়ালৈ আহিব নোৱাৰে। সেয়েহে মই ইয়াত ভালে-কুশলে জীয়াই আছোঁ। ন'হলে মোক কোনেও ৰক্ষা কৰিব নোৱাৰিলেহেঁতেন। বালীৰ বল-শক্তিৰ কথা আপোনাক কওঁ শুনক—তেওঁলৈ সকলোৱে ভয় কৰে; কাৰণ যিয়েই তেওঁৰ লগত যুদ্ধ কৰে, তেৱেঁই মৃত্যুৰ মুখত পৰিবলগীয়া হয় ॥ ১৩ ॥

"ময় নামৰ ৰাক্ষসৰ মায়াবী নামৰ এজন অতি শক্তিশালী পুত্ৰ আছিল। এদিন বালীক যুদ্ধৰ বাবে আহ্বান জনাই সি হুঙ্কাৰ দিবলৈ ধৰিলে। বালীয়ে দৌৰি গৈ তাক এটা ভুকু মাৰিলে। সি পলাই গ'ল। বালীয়েও তাৰ পিছে পিছে খেদি গ'ল ॥ ১৪ ॥

বালীৰ লগে লগে ময়ো গ'লো। ৰাক্ষস গুহাৰ ভিতৰলৈ সোমাই গ'ল। বালীয়ে বাহিৰত মোক থৈ নিজে ৰাক্ষসক



খেদি গুহাৰ ভিতৰ সোমাল। এমাহ পৰ্য্যন্ত মই তাত ৰৈ থাকিলোঁ। কোনো এজন ঘূৰি নাহিল। এনেতে গুহাৰ মুখৰ পৰা তেজ ওলাবলৈ ধৰিলে। ॥ ১৫ ॥

"মই ভাবিলো, বালী মৰিল কাৰণে গুহাৰপৰা তেজ ওলাইছে; গতিকে ৰাক্ষসে এতিয়া মোকো মাৰি পেলাব। এই ভয়তে মই ডাঙৰ শিল এচটাৰে গুহাৰ মুখ বন্ধ কৰি দিলোঁ, যাতে ৰাক্ষস বাহিৰলৈ ওলাই আহিব নোৱাৰে ॥ ১৬ ॥

"এনেকৈ গুহাৰ মুখ বন্ধ কৰি ঘূৰি আহি মই বালীৰ মৃত্যু হোৱাৰ খবৰ সকলোকে জনাই দিলোঁ। তেতিয়া মন্ত্ৰীয়ে মোক ৰজা পাতিলে। কিছুদিন ৰাজ্যভোগ কৰি থকাৰ পাছত এদিন ৰাক্ষসক বধ কৰি বালী ঘূৰি আহিল। তেওঁ মোৰ ওপৰত অতি ক্ৰোধ প্ৰকাশ কৰিলে ॥ ১৭ ॥

"সেইদিনাৰপৰা মই ভয়ত পলাই এই হাবিত বাস কৰি আছোঁ। তেওঁ বলপূৰ্বক মোৰ পত্নীকো ভোগ কৰি আছে। ইয়ালৈ আহিব পৰা হ'লে মোকো বধ কৰিলেহেঁতেন। কাৰণ নিজৰ বোৱাৰীয়েকক পত্নী কৰি ৰখাজনৰ পাপলৈনো কি ভয়?" ॥ ১৮ ॥

অতি দুখেৰে সুগ্ৰীৱে কোৱা কথাবোৰ শুনি শ্ৰীৰামে তেওঁৰ সকলো দুখ-কষ্ট মোচন কৰাৰ উদ্দেশ্যেৰে ক'লে—"শুনা সখা, মই বালীক বধ কৰি তোমাক ৰাজপাটত প্ৰতিষ্ঠা কৰিম" ॥ ১৯ ॥

ৰামৰ কথা শুনি সুগ্ৰীৱৰ মনত সন্দেহ উপজিল; কাৰণ বালীৰ দৰে এজন ডাঙৰ বীৰক তেওঁ কেনেকৈ বধ কৰিব

পাৰিব ? সেয়েহে বালীৰ আগৰ পৰাক্ৰমৰ কথা বৰ্ণনা কৰিবলৈ ধৰিলে ॥ ২০ ॥

এদিন ছুন্দুৰি নামৰ এটা ডাঙৰ ৰাক্ষসে বালীৰ আগত আহি হুংকাৰ কৰিবলৈ ধৰিলে। বালীয়ে হেলাৰঙে তাৰ ডিঙি মূচৰি ছিঙি দূৰলৈ দলিয়াই পেলালে। সেই মূৰ চাৰিক্ৰোশ দূৰৈৰ এই পাহাৰত পৰিলহি আৰু ইয়াত বহি থকা এজন ঋষিৰ গাত তেজৰ ছিটিকনি পৰিল ॥ ২১ ॥

তেতিয়া ঋষিৰ বৰ খং উঠিল। ঋষিয়ে অভিশাপ দি ক'লে—'তই যদি কেতিয়াবা এই ঠাইলৈ আহ, তেন্তে মূৰ ছিগি মৰি থাকিবি।' এইকথা মই আগতে জানিছিলোঁ কাৰণে ইয়ালৈ আহিলোঁ আৰু বালীয়েও এইকথা জানে কাৰণেই ইয়ালৈ নাহে। সেয়েহে মই ইয়াত নিৰাপদে আছোঁ ॥ ২২ ॥

"সেই শিৰ এতিয়াও পাহাৰৰ দৰে ইয়াত পৰি আছে; তাক যদি দলিয়াই পেলাব পাৰে, তেতিয়াহে (আপোনাৰ) বালীক মাৰিব পৰা শক্তি আছে বুলি মই জানিম। মোৰ নিজৰ সাহস হেৰাই গৈছে।" সুগ্ৰীৱৰ কথা শুনি নিজৰ শক্তিৰ সামান্য পৰিচয় দিবৰ কাৰণে ৰামচন্দ্ৰই ভৰিৰ আঙুলিৰে মূৰটো ঠেলা মাৰিলে আৰু মূৰটো চল্লিছ ক্ৰোশ দূৰৈত পৰিলগৈ ॥ ২৩ ॥

সুগ্ৰীৱে ৰামৰ কাৰ্য দেখিলে; তথাপি ৰামে ইমান শক্তিশালী বালীক বধ কৰিব পাৰিব জানো বুলি মনত সংশয় উপজিল। তেওঁ ভাবিলে, ৰামে যদি সাতজোপা তালগছ একেপাট কাঁড়েৰে বিন্ধিব পাৰে, তেনেহ'লে বালীক বধ কৰিব পাৰিব বুলি অনুমান কৰিব পাৰি। তেওঁ মনৰ ভাৱ প্ৰকাশ কৰি ক'লে—॥ ২৪ ॥



"হে প্ৰভু, বালী কেনেকুৱা আছিল মই আপোনাক কওঁ শুনক। কেৱল মূৰটো দূৰৈত পেলাই দিয়া দেখিয়ে নিশ্চিত হ'ব পৰা নাই। বালীয়ে এই তাল গছজোপাৰ গুৰিটো ধৰি জোকাৰোঁতে ওপৰত সকলো পাত সৰি পৰিছিল।" ॥ ২৫ ॥

"আপুনি এই তালগছবোৰক এপাত কাঁড় মাৰি ফুটা কৰি দিয়ক, তেতিয়াহে মোৰ মন শংকাহীন হ'ব।" সুগ্ৰীৱৰ কথা শুনি ৰামচন্দ্ৰই সেয়ে হ'ব' বুলি কৈ হাতত ধনুৰ্বাণ তুলি ল'লে। ॥ ২৬ ॥

ৰামে কাঁড় এপাট এৰি দিয়াৰ লগে লগে সাত জোপা তালগছ ভেদ কৰাৰ উপৰিও পাহাৰ পৰ্যন্ত ভেদ কৰি ৰামৰ কাঁড় আকৌ ঘূৰি আহি তুণত সোমাল। তেতিয়া সুগ্ৰীৱ আচৰিত হ'ল আৰু ৰামচন্দ্ৰক সাক্ষাৎ ভগৱান বুলি ভাবি স্তুতি কৰিবলৈ ধৰিলে— ॥ ২৭ ॥

"হে প্ৰভু, এতিয়াহে সাক্ষাৎ জগন্নাথ স্বৰূপ আপোনাক চিনি পালোঁ। এতিয়া মোৰ মনৰপৰা সকলো মায়া আঁতৰি গৈছে। মোৰ আৰু স্ত্ৰী, পুত্ৰ, সম্পত্তিৰ কোনো প্ৰয়োজন নাই। সমগ্ৰ ইন্দ্ৰিয়ৰদ্বাৰা মই এতিয়া আপোনাৰ সেৱাহে কৰিম" ॥ ২৮ ॥

(সুগ্ৰীৱে) এনেদৰে স্তুতি কৰা দেখি ৰামে মনে মনে ভাবিলে, এই জ্ঞান এতিয়াই দিয়া উচিত নহ'ব। সেয়েহে মায়াৰে মোহিত কৰাৰ উদ্দেশ্যেৰে ধুনীয়া হাঁহি মাৰি তেওঁ

ক'বলৈ ধৰিলে। সুগ্ৰীৱেও এইজ্ঞানৰ কথা ততালিকে পাহৰি পেলালে। ॥ ২৯ ॥

শ্ৰীৰামে ক'লে—"হে সখা সুগ্ৰীৱ, মৈত্ৰী স্থাপন কৰি মই সুগ্ৰীৱৰ দুখ-কষ্ট লাঘৱ কৰি কি কাম কৰিলোঁ বুলি সংসাৰৰ লোকে মোক সুধিব; গতিকে সেই অপবাদ দূৰ কৰিবলৈ মই বালীক বধ কৰিম। তুমি তেওঁক যুদ্ধৰ কাৰণে আহ্বান কৰাঁগৈ।" ॥ ৩০ ॥

এতিয়াই ৰাজ্য দিম বুলি কোৱা শুনি আনন্দিত হৈ সুগ্ৰীৱে বালীক যুদ্ধৰ কাৰণে আহ্বান জনাবলৈ কিষ্কিন্ধ্যা নগৰীলৈ গ'ল আৰু তাত চিঞৰিবলৈ ধৰিলে। বালীয়েও সুগ্ৰীৱৰ হুঙ্কাৰ শুনি লৰি ওলাই আহিল। ॥ ৩১ ॥

বালী আৰু সুগ্ৰীৱৰ মাজত যুদ্ধ আৰম্ভ হ'ল। ৰামে বালীক বধ কৰিব বুলি আশা কৰি সুগ্ৰীৱে কিছুপৰ তেওঁৰ লগত যুদ্ধ কৰিলে; কিন্তু বালীৰ লগত তেওঁ কিমানপৰ যুদ্ধ কৰিব ? ॥ ৩২ ॥

ইফালে ৰামচন্দ্ৰই বালী আৰু সুগ্ৰীৱৰ একে চেহেৰা দেখি কাঁড় এৰিব নোৱাৰিলে। সুগ্ৰীৱে বালীৰ হাতৰপৰা কোনোমতে পলাই তেজ বমি কৰি কঁপি কঁপি ৰামৰ ওচৰলৈ আহি ক'লে— ॥ ৩৩ ॥

"হে নাথ, মোক যদি মাৰিবই খুজিছে তেন্তে মোৰ কোনো উপায় নাই। কিন্তু বন্ধু বুলি স্বীকাৰ কৰি লৈ শত্ৰুৰ হতুৱাই বধ কৰোৱাতকৈ আপুনি নিজেই মাৰি পেলাওক, প্ৰভু।" ॥৩৪॥



সুগ্ৰীৱৰ এনে বাক্য শুনি ৰামৰ চকু চকুপানীৰে ভৰি পৰিল। তেওঁ সুগ্ৰীৱক আঁকোৱালি লৈ ক'লে—"হে সুগ্ৰীৱ, তোমালোকৰ দুয়োজনৰে চেহেৰা একে দেখি মোৰ সন্দেহ হ'ল—কিজানি শত্ৰু বুলি কাঁড় এৰোঁতে মিত্ৰৰ গাতে বিন্ধে। সেইকাৰণেই আজি বালী সাৰিল।" ॥ ৩৫ ॥

"তোমাৰ শৰীৰত কিবা এটা চিন দি এতিয়া আকৌ বালীক যুদ্ধৰ কাৰণে আহ্বান কৰাগৈ যোৱাঁ। বালীক মাৰিবলৈ মোৰ এখন্তেকো নালাগিব।" এনেকৈ সুগ্ৰীৱক বুজাই লক্ষ্মণক এডাল ফুলৰ মালা গাঁথিবলৈ ক'লে— ॥ ৩৬ ॥

"সেই ফুলৰ মালা পিন্ধাই সুগ্ৰীৱক পঠোৱাঁ। তেওঁ আকৌ বালীক যুদ্ধৰ কাৰণে আহ্বান কৰক। এইবাৰ বালীক বধ নকৰাকৈ এৰি নিদিওঁ।" লক্ষ্মণে ৰামৰ আদেশ অনুসৰি কাম কৰিলে। সুগ্ৰীৱে মালা পিন্ধি আকৌ বালীৰ ওচৰলৈ গ'ল ॥ ৩৭ ॥

বালীয়ে শুনাকৈ আকৌ সুগ্ৰীৱে ৰণহুংকাৰ দিলে। শব্দ শুনি বালীয়ে আচৰিত হৈ ভাবিবলৈ ধৰিলে—এইমাত্ৰ কিল ভুকু খাই যোৱাৰ পাছত আকৌ আহিছে! বালীৰ খং উঠিল ॥ ৩৮ ॥

কঁকালত টঙালি টানকৈ বান্ধি তেওঁ আকৌ যুজঁলৈ যাবলৈ সাজু হ'ল। ঘৈণীয়েক তাৰাই এতিয়া যুদ্ধলৈ যাব নালাগে বুলি বৰকৈ বাধা দি ক'লে—"নিশ্চয় কোনো শক্তি-শালী বীৰৰ সাহায্য পাই সুগ্ৰীৱ পুনৰ ৰণলৈ ঘূৰি আহিছে। নহ'লে এতিয়াই নাহিলেহঁতেন" ॥ ৩৯ ॥

তাৰাৰ এনে কথা শুনি বীৰ বালীয়ে ক'লে—"প্ৰিয়তমা, তুমি ভয় নকৰিবা, মোৰ সমান বীৰ ইয়াত দ্বিতীয়জন নাই। সহায়কাৰীৰ সৈতে মই সুগ্ৰীৱক বধ কৰি ঘূৰি আহিম। মই এজন বীৰ, যুদ্ধৰ কাৰণে আহ্বান কৰা শুনিও কেনেকৈ নোযোৱাকৈ থাকোঁ?" ॥ ৪০ ॥

বালীৰ কথা শুনি তাৰাই পুনৰ ক'লে—"মই কোৱা কথা শুনক, মই আপোনাৰ হিতৰ কাৰণে কৈছোঁ। সাক্ষাৎ অযোধ্যাপতি শ্ৰীৰামচন্দ্ৰ তেওঁৰ সহায়। গতিকে এতিয়া আপোনাৰ শক্তিয়ে কাম নিদিব।" ॥ ৪১ ॥

"সুগ্ৰীৱৰ লগত তেওঁ বন্ধুত্ব স্থাপন কৰিছে আৰু বালীক বধ কৰি শ্ৰীৰামে সুগ্ৰীৱক ৰাজপাট দিম বুলি কথা দিছে আৰু এই সকলোবোৰ খবৰ পুত্ৰ অংগদে হাবিত শুনি আহি মোক দিছে। গতিকে আপুনি সুগ্ৰীৱৰ লগত যুদ্ধ কৰিবলৈ যাব নালাগে ॥ ৪২ ॥

"সুগ্ৰীৱৰ লগত বিৰোধ নকৰি তেওঁক ইয়ালৈ মাতি আনক আৰু সিংহাসন তেওঁক দি শ্ৰীৰামচন্দ্ৰৰ চৰণত নিজক অৰ্পণ কৰক। প্ৰভুৱে আপোনাক দয়া কৰিব। যদি আপোনাৰ জীয়াই থকাৰ ইচ্ছা আছে, তেন্তে মই কোৱা কথাবোৰ সঁচা বুলি জানিব" ॥ ৪৩ ॥

এনেকৈ কৈ তাৰাই বালীৰ চৰণত ধৰি কান্দিবলৈ ধৰিলে। তেতিয়া সান্ত্বনা দি বালীয়ে ক'লে "শুনা তাৰা, তুমি অলপো ভয় নকৰিবা, ৰঘুনাথ সাক্ষাৎ নাৰায়ণ বুলি ময়ো জানো" ॥ ৪৪ ॥

"যদি ৰামক দেখা পাওঁ মই নিশ্চয় তেওঁৰ চৰণত পৰিম: কিন্তু যদি সুগ্ৰীৱক অকলশৰীয়াকৈ দেখা পাওঁ, তেন্তে তাক



মাৰিহে আহিম। মোৰ লগত যুদ্ধ কৰিবলৈ অহা সেই পলৰীয়া অধমে মোতকৈনো নিজকে কিমান শক্তিশালী বুলি ভাবিছে? সেই অধমক মই যাচি কেনেকৈ ৰাজ্য দিম?" ॥ ৪৫ ॥

"গতিকে তুমি শোক নকৰাকৈ থাকিবা, মই যাওঁ।" এইবুলি কৈ বালী যুদ্ধ কৰিবলৈ লৰি ওলাই গ'ল। বালী-সুগ্ৰীৱ দুয়ো খণ্ডেৰে যুদ্ধ কৰিবলৈ ধৰিলে। গছ এজোপাৰ আঁৰবপৰা শ্ৰীৰামচন্দ্ৰই বালীলৈ লক্ষ্য কৰি এপাট কাঁড় এৰিলে ॥ ৪৬ ॥

কাড়পাতে বালীৰ বুকুত বিন্ধিলে। লগে লগে গোটেই পৃথিৱী কঁপি গ'ল। কিছুসময়ৰ পাছত চেতনা পাই বালীয়ে শ্ৰীৰামক আনন্দ মনেৰে তেওঁৰ ওচৰত বহি থকা দেখা পালে ॥ ৪৭ ॥

তেতিয়া বালীয়ে শ্ৰীৰামচন্দ্ৰক ক'লে— "হে ৰঘুনাথ, মই তোমাৰ কি অপকাৰ কৰিলোঁ, যাৰ কাৰণে ক্ষত্ৰিয়ৰ ধৰ্ম ত্যাগ কৰি লুকাই তুমি মোলৈ কাঁড় মাৰিলা?" ॥ ৪৮ ॥

"মুখা-মুখিকৈ অস্ত্ৰ প্ৰয়োগ কৰা হ'লে তুমি যশৰ অধিকাৰী হ'লাহেঁতেন। সুগ্ৰীৱ তোমাৰ কিমান আপোন আৰু মই তোমাৰ কিমান পৰ? হে প্ৰভু, লংকাৰ ৰাৱণে সীতাক হৰণ কৰিলে কাৰণে মনৰ দুখত সুগ্ৰীৱৰ সাহাৰ্য্য পাবলৈ তুমি মোক চোৰৰদৰে লুকাই বধ কৰিলা" ॥ ৪৯ ॥

"মই জীয়াই থকা হ'লে ৰাৱণক সবংশে ইয়ালৈ বান্ধি লৈ আহিলোঁহেঁতেন; লংকাপুৰীখনকো মই ইয়ালৈ উঠাই লৈ

আহিলোঁহেঁতেন। সামান্য বাৰণক মাৰিবলৈ লঙ্কালৈ যোৱাৰ তোমাৰ কোনো প্ৰয়োজন নহ'লহেঁতেন ॥৫০॥

"এনেকৈ লুকাই বধ কৰাৰ কাৰণে তোমাৰ যশো নহ'ল আৰু বান্দৰৰ মাংসও খাব নোৱাৰা। তুমি ধৰ্মাত্মা হৈও পাপীৰ দৰে হ'লা আৰু মাজত মিছাতে মোৰ প্ৰাণ গ'ল।" বালীৰ কথা শুনি শ্ৰীৰামে ক'লে—"তুমি বেছি কথা নক'বা, নিজৰ কথালৈ গৰ্ব কৰিছা, কিন্তু তুমি সচাঁকৈয়ে দুৰ্মতি" ।৫১॥

"পাপলৈ ভয় নকৰি তুমি নিজৰ বোৱাৰীয়েৰাক হৰণ কৰিলা। সেই পাপ এতিয়া প্ৰকট হ'ল আৰু তুমি সেইকাৰণে মৰিলা। ধৰ্ম স্থাপনৰ কাৰণেই মই অৱতাৰ হৈছোঁ; গতিকে ধৰ্ম মানিহে মই তোমাক বধ কৰিছোঁ" ॥৫২॥

শ্ৰীৰামচন্দ্ৰৰ এনে কথা শুনি বালীয়ে তেওঁৰ চৰণত পৰি ক'লে—"হে প্ৰভু, মই এটা সামান্য বান্দৰহে; গতিকে মোক ক্ষমা কৰক। আপোনাৰ নাম উচ্চাৰণ কৰিলে, মানুহে এই দুখৰ সংসাৰসাগৰ পাৰ হৈ যায়। মই সেই আপোনাৰ দৰ্শন লাভ কৰিলোঁ" ॥৫৩॥

"মই মোৰ নিজৰ ভাগ্যক প্ৰশংসা কৰিছোঁ; কাৰণ মৰিবৰ সময়ত অন্য কোনেনো এইদৰে আপোনাক পাব পাৰে? মোৰ যি হ'বলগীয়া আছিল হ'ল, মই এতিয়াই পৰম ধাম লাভ কৰিম; কিন্তু অংগদ থাকিল। সিও আপোনাৰে সেৱক। তাৰ ওপৰত দৃষ্টি ৰাখিব" ॥৫৪॥

"মোৰ দেহত আপোনাৰ কাঁড়পাট সোমাই আছে; তাক আপুনি উলিয়াই দিয়ক। মোৰ শৰীৰ শীতল হ'ব আৰু



মই সুখেৰে মৰিব পাৰিম।" বালীৰ কথা শুনি শ্ৰীৰামে কাঁড়-পাট উলিয়াই দিলে। তেতিয়া প্ৰভুৰ সন্মুখত আনন্দমনেৰে প্ৰাণত্যাগ কৰি বালীয়ে পৰমধামলৈ গতি কৰিলে ॥৫৫॥

বালীৰ লগত যিমানবোৰ বান্দৰ আছিল সেই সকলো পলাই গৈ তাৰাক বিৱৰি ক'লে—"ৰামে লুকাই কাঁড় মাৰি বালীক বধ কৰিলে। মন্ত্ৰীৰে সৈতে সুগ্ৰীৱ আনন্দমনেৰে ৰামৰ ওচৰত বৈ আছে" ॥ ৫৬ ॥

"এতিয়া আপুনি পলম নকৰি নগৰৰ দুৱাৰ বন্ধ কৰি অংগদক ৰাজপাট অৰ্পণ কৰক। আমি ইয়াতে বৈ থাকিম।" এইদৰে বান্দৰবোৰে আদেশ পালনৰ কাৰণে সাজু হৈ ৰ'ল ॥ ৫৭ ॥

বালীৰ মৃত্যুৰ বাতৰি পাই তাৰা শোকত দগ্ধ হ'ল। তেওঁ 'হে নাথ, তুমি ক'লৈ গ'লা, তোমাৰ অবিহনে পুত্ৰ, ধন-সম্পদৰ কি মূল্য আছে,' বুলি কৈ আতুৰভাৱে কান্দিবলৈ ধৰিলে আৰু কান্দি বাউলী হৈ লোকক সুধি বালীৰ মৃত্যু হোৱা ঠাই ডোখৰত ওলালগৈ ॥ ৫৮ ॥

(তাৰাই) বালীৰ চৰণত সাবটি ধৰি কান্দি কান্দি ৰঘুনাথক ক'বলৈ ধৰিলে—"হে ৰঘুনাথ, আৰু এপাট কাঁড় মাৰি মোকো বধ কৰক। মই মোৰ স্বামীৰ ওচৰলৈ যাওঁ। তেওঁ হয়তো স্বৰ্গত মোক বিচাৰি ফুৰিবগৈ" ॥২৩॥

"পত্নীবিয়োগৰ দুখ কি আপোনাক বুজাব নালাগে; গতিকে পত্নীদান কৰি পোৱা পুণ্য লাভ কৰক। মোকো পতিৰ ওচৰলৈ পঠাবলৈ বুলি মাৰি পেলাওক" ॥৬০॥

( তাৰাই ) ৰামক এনেদৰে কৈ সুগ্ৰীৱকো ক'বলৈ ধৰিলে—"তুমিও এতিয়া মিত্ৰই দিয়া ৰাজ্য আনন্দেৰে উপভোগ কৰাঁ।" তাৰাৰ এনে কথা শুনি ৰামচন্দ্ৰৰ তাৰাৰ প্ৰতি দয়া উপজিল। তেওঁ তত্ত্ব কথা ক'বলৈ আৰম্ভ কৰিলে ॥৬১॥

"শুনা তাৰা, কিয় তুমি শোক কৰিছা, আৰু কিয় মোক স্বামী বুলি শৰীৰ ত্যাগ কৰিব খুজিছা ? যদি জীৱক স্বামী বুলি ভাবিছা, তেন্তে জীৱৰ কোনো দিনা মৃত্যু নাই আৰু শৰীৰটোক যদি স্বামী বুলি ভাবিছা, তেন্তে শোক কৰাৰ কোনো প্ৰয়োজন নাই ; কাৰণ শৰীৰ সৌ তাত পৰি আছে" ॥৬২॥

ৰামৰ এনে কথা শুনি তাৰা মনে মনে থাকিল। কেৱল মনৰ সন্দেহ দূৰ কৰাৰ কাৰণে প্ৰশ্ন কৰিলে—"প্ৰভু, আপুনি কোৱা কথা শুনিলোঁ ; কিন্তু মোৰ মনৰ সন্দেহ দূৰ হ'ব নোখোজে। প্ৰকৃততে কোনে ভোগ কৰে মোক বুজাই দিয়ক ॥৬৩॥

"যদি দেহেই ভোগ কৰে বুলি কওঁ, তেন্তে এই দেহ জড়, ই কেনেকৈ ভোগ কৰিব ? ঈশ্বৰে ভোগ কৰে বুলিও ক'বলৈ মন নাযায়। আপোনাৰ এযাৰ কথা শুনিয়েই মই মোহিত হ'লোঁ। দয়া কৰি মোৰ অজ্ঞানতা দূৰ কৰক" ॥৬৪॥

তাৰাৰ এনে কথা শুনি প্ৰভুৰ মনত কৰুণা হ'ল আৰু তেতিয়াই তত্ত্বজ্ঞানৰ কথা বিস্তাৰিতকৈ ক'লে—"এই সংসাৰ মিছা বুলি জানি লৈ দুখ নকৰিবা। কিয় সংসাৰ অসাৰ সেই কথা মই তোমাক কম" ॥৬৫॥



"ময়েই নিত্য বুলি নিজকে শৰীৰৰ লগত একে ভাবি, শৰীৰৰ মৃত্যুত মোৰ মৃত্যু হ'ব বুলি ভবাটো অজ্ঞানতা; এইকথা বুজি নাপালে আহুকালৰ সৃষ্টি হ'ব" ॥৬৬॥

শৰীৰ লাৰ দৰে ৰঙা আৰু প্ৰাণ স্ফটিকৰ দৰে স্বচ্ছ বুলি জানিবা। একেলগে লাৰ লগত থকাৰ কাৰণে স্ফটিকে নিজৰ ৰূপটো লাৰ দৰে ৰঙা বুলি যিদৰে ভাৱে, জীৱয়ো সেইদৰে শৰীৰৰ মৃত্যুত নিজৰ মৃত্যু বুলি ভাবি লয় ॥৬৭॥

যেনেকৈ স্ফটিক ৰঙা বুলি ভবা অযুক্তিকৰ, তেনেদৰে জীৱই শৰীৰৰ লগত মৃত্যু হ'ব বুলি ভবাটোও অনুচিত। এইটো কেৱল মনৰহে খেল। মনেই স্ফটিকক ৰঙা বুলি ভবায় জীৱক শৰীৰেই জীৱ বুলি ভাবিবলৈ কয় ॥৬৮॥

মনৰ খেলৰ কাৰণেই জীৱই শৰীৰকে মই বুলি ভাবে। যেতিয়ালৈকে এই মনৰ খেল বুজিব নোৱাৰে, তেতিয়ালৈকে সংসাৰ-সাগৰ পাৰ হ'ব নোৱাৰে ॥৬৯॥

শৰীৰেই মই, পৰিয়াল, ধন-সম্পত্তি সকলো মোৰ বুলি যেতিয়ালৈকে ভাবি থাকিবা, তেতিয়ালৈকে বিলাই-বিপত্তি নুগুচিব। যথাৰ্থ জ্ঞানৰ দ্বাৰা মনৰ ভ্ৰম দূৰ কৰিব পাৰিলেহে মুক্তিৰ সম্ভৱ ॥৭০॥

মই নিত্য আত্মা' এই শৰীৰ ক্ষন্তেকীয়া, বিষয়-বাসনা সকলো স্বপ্নৰ দৰে, এই বিলাক কথা দৃঢ় মনেৰে বুজি লোৱাঁ। দয়া কৰি, মই তোমাক কোৱা এই কথাবোৰ কেতিয়াও পাহৰি নাযাবা। ॥৭১॥

পূৰ্বজন্মত ভক্তি কৰিছিলা কাৰণে মই দৰশন দিলোঁ ; মই ইমান সহজে দৰশন নিদিলোঁহেঁতেন। মোৰ প্ৰকৃত স্বৰূপ

আৰু কথাবোৰ যদি মনত ৰাখা, তেন্তে তোমাৰ সকলো দুখ দূৰ হ'ব ॥৭২॥

অনন্ত কৰ্মবন্ধৰ মাজৰপৰা ভৱ-সমুদ্ৰ পাৰ হ'বলৈ বাট পোৱাটো টান। মোৰ স্বৰূপ বন্ধনৰ পৰা মুক্ত হ'ব পাৰিবা ॥৭৩॥

প্ৰভুৰ এনেবচন শুনি তাৰাই হৃষ্টচিত্তেৰে তেওঁৰ সকলো দুখ-বেদনা ত্যাগ কৰিলে। সুগ্ৰীৱৰো সকলো দুখ-বেদনা আঁতৰি গ'ল। প্ৰভুৰ যদি কৃপা হয়, দুখ-বেদনা, অভিযোগ, অভিমান ক'ত থাকিব পাৰে ? ॥৭৪॥

ৰামচন্দ্ৰই মিত্ৰ সুগ্ৰীৱক ক'লে—"মিত্ৰ সুগ্ৰীৱ, পোন প্ৰথমে বালী অন্ত্যেষ্টি-ক্ৰিয়া সমাপন কৰি শুদ্ধ হোৱাঁ"। ॥৭৫॥

এনে আদেশ পাই সুগ্ৰীৱে বালীৰ শৱদেহ দাহ কৰি মৃতকৰ কাজ-কৰ্ম শেষ কৰিলে। প্ৰভুৰ ওচৰত উপস্থিত হৈ তেওঁৰ চৰণত ৰাজপাট অৰ্পণ কৰি নিজে এজন সেৱক হৈ থকাৰ ইচ্ছা প্ৰকাশ কৰিলে ॥৭৬॥

সুগ্ৰীৱৰ কথা শুনি প্ৰভুৱে কলে—"যোৱাঁ তুমি নিজকে মই বুলি ভাবি ৰাজপাটত আৰোহণ কৰাঁ। মই বনতে থাকিম ; কাৰণ কোনো গাওঁ বা ঘৰত নাথাকোঁ বুলি মই প্ৰতিজ্ঞা কৰিছোঁ। লক্ষ্মণ তোমাৰ লগত যাব ; ভাই লক্ষ্মণ গ'লে মই যোৱাৰ দৰেই হ'ব ॥৭৭॥

বাৰিষা কাল পাৰ হোৱাৰ পাছত আমি সীতাৰ অন্বেষণত লিপ্ত হ'ম।" ৰামৰ এনে আদেশ পাই সুগ্ৰীৱ আনন্দিত হ'ল। ৰামৰ আদেশমতে লক্ষ্মণ সুগ্ৰীৱৰ লগত গৈ



তেওঁক ৰাজপাটত অধিষ্ঠিত কৰি পুনৰ ৰামৰ ওচৰলৈ ঘূৰি আহিল ॥৭৮॥

ৰামে প্ৰৱৰ্ষণগিৰি নামৰ পাহাৰৰ ওপৰত এটা ধুনীয়া সুচল স্ফটিকৰ গুহা দেখা পালে আৰু তাতেই নিজৰ বাসস্থান ঠিক কৰিলে। গুহাৰ ওচৰত ফল-ফুলৰ গছ আৰু পৰিষ্কাৰ পানীৰ সৰোবৰ দেখি তেওঁৰ মন আনন্দিত হ'ল ॥৭৯॥

গোটেই বাৰিষাকাল শ্ৰীৰাম তাতেই থাকিল। সেউজীয়া ঘাঁহ খাই শকত-আৱত হোৱা চাৰিওকাষৰ জন্তুবিলাকে ৰামচন্দ্ৰক বেৰি ধৰি ধ্যান মৰাৰ নিচিনাকৈ বহি থকা দেখি ৰামচন্দ্ৰই আনন্দ পাইছিল ॥৮০॥

লক্ষ্মণে এদিন তাতে শ্ৰীৰামক বিনীত সুৰেৰে সুধিলে—হে নাথ, পূজাৰ বিধান সম্পৰ্কে মোক জানিবলৈ দিয়ক। ব্ৰহ্মা, ব্যাস, নাৰদ আদিয়ে কৈছে যে পূজা অবিহনে মুক্তিৰ উপায় নাই, পূজা কৰিলেহে হৰি সন্তুষ্ট হয়" ॥৮১॥

লক্ষ্মণৰ এনে অনুৰোধ শুনি ৰামচন্দ্ৰই পূজাৰ সকলো বিধান লক্ষ্মণক বিস্তাৰিতভাৱে বৰ্ণনা কৰিলে ॥৮২॥

এইদৰে কথা-বতৰাৰ মাজেদি বাৰিষাকাল পাৰ হৈ গ'ল। এদিন হঠাৎ সীতাৰ কথা মনত পৰিলত ৰামচন্দ্ৰই দুখ কৰিবলৈ ধৰিলে। ইফালে মন্ত্ৰী হনুমানেও নিজ জ্ঞানেৰে সুগ্ৰীৱক সীতাক বিচাৰিব লাগে বুলি সোঁৱৰাই দি ক'লে—॥৮৩॥

"হে মহাৰাজ, বালীক বধ কৰি এই সিংহাসন আপোনাক প্ৰদান কৰি ৰঘুনাথে ডাঙৰ উপকাৰ কৰিছিল।

আপুনি সেই কথা পাহৰি পেলোৱা যেন ধাৰণা হৈছে। এতিয়া আন সকলো কথা বাদ দি সীতাক বিচৰাৰ সময় হ'ল ॥৮৪॥

আপোনাৰ মনত পৰা নাই যেন লাগিছে। এনেকৈ থাকিলে আপোনাৰো বালীৰ দৰে গতি হ'ব পাৰে।" সুগ্ৰীৱে হনুমানৰ কথা সচাঁ বুলি ভাবি ততালিকে সৈন্য-সামন্ত চাৰিওফালে পঠোৱাৰ আদেশ দি ক'লে—॥৮৫॥

"দহ হেজাৰ বীৰ গৈ এই সাতোটা দ্বীপত যিমান বান্দৰ আছে, সকলোবোৰৰ গোটাই আনা! এই আদেশ পোৱাৰ পোন্ধৰ দিনৰ ভিতৰত যিজনেই ইয়ালৈ নাহিব, তেওঁক প্ৰাণদণ্ড দিয়া হ'ব বুলি জানিবা" ॥৮৬॥

এনে আদেশ দিয়াৰ লগে লগে দহ হেজাৰ বীৰে দূৰ—দূৰণিলৈ গৈ সৈন্য গোটাবলৈ ধৰিলে; হনুমানে দেখি আনন্দ পালে ॥৮৭॥

ইফালে ৰামে সীতাৰ কাৰণে দুখ কৰি ক'বলৈ ধৰিলে—"মোৰ সীতা ক'ত আছে, এতিয়ালৈকে কোনো খবৰ নাপালোঁ; কোনো নিৰ্দ্দিষ্ট ঠাইত আছে বুলি যদি জানিলোঁহেঁতেন, তেতিয়া ততালিকে গৈ মই লৈ আহিলোঁহেঁতেন। কিন্তু খবৰ পাবলৈকে কঠিন হ'ল ॥৮৮॥

"শুনা ভাই লক্ষ্মণ, যিজনে সীতাক হৰণ কৰিছে, সেইজনৰ ওপৰত মোৰ অকণো দয়া নাথাকিব। মই তাক সবংশে ধ্বংস কৰিম" এনেকৈ কৈ শ্ৰীৰামচন্দ্ৰই সীতাৰ বাবে নানা ধৰণৰ শোক কৰি কান্দিবলৈ ধৰিলে ॥৮৯॥



"হায় সীতা, তুমি মোৰপৰা কেনেকৈ আঁতৰত আছা, তোমাৰ বাবে প্ৰাণ ধাৰণ কৰা কঠিন হৈছে। তোমাক নোপোৱাত মোৰ কাৰণে চন্দ্ৰৰ শীতলতাও সূৰ্য্যৰ দৰে অগ্নিময় হৈছে। আনহাতে তুমি দুষ্টৰ লগতে থাকিবলগীয়া হৈছে ॥৯০॥

"বৰ্ষা গুচি শৰৎকাল উপস্থিত গ'ল। কিন্তু সীতাক বিচাৰিব লাগে বুলি সুগ্ৰীৱৰ খবৰেই নাই। এই কৃতঘ্ন সুগ্ৰীৱক মই বালীৰ দৰে বধ কৰিম। লক্ষ্মণে ৰামৰ কথা শুনি ক'লে ॥ ৯১ ॥

হে প্ৰভু, মোক আদেশ কৰক! মই তাক বধ কৰিম! লক্ষ্মণৰ এনে কথা শুনি ৰামে আনন্দ পালে আৰু ক'লে—'এতিয়াই তাক মাৰিব নালাগে। যোৱাঁ, আজি খুব বেয়াকৈ গালি দি থৈ আহাঁ ॥ ৯২ ॥

আদেশ পাই লক্ষ্মণ গুচি গ'ল। ৰামেও সাধাৰণ মানুহৰ দৰে সীতাৰ কাৰণে বিলাপ কৰিবলৈ ধৰিলে। কিষ্কিন্ধ্যা নগৰ পাই লক্ষ্মণে বৰ জোৰেৰে ধনুত টঙ্কাৰ দিলে। কিছুমান বান্দৰে শিল, গছৰ ডাল আদি লৈ আগবাঢ়ি আহিল ॥ ৯৩ ॥

" আজি সকলো বান্দৰ শেষ কৰিম " বুলি তেওঁ হাতত ধনু তুলি ল'লে। তেতিয়া অঙ্গদ আহি লৰালৰিকৈ তেওঁৰ চৰণত পৰিল। অঙ্গদৰ কাৰ্য্যত প্ৰসন্ন হৈ তেওঁ ক'লে— যোৱাঁ লক্ষ্মণ আহিছে বুলি জনাই দিয়াঁগৈ ॥ ৯৪ ॥

অঙ্গদে গৈ যেতিয়া সুগ্ৰীৱক এই খবৰ দিলে, তেতিয়া সুগ্ৰীৱেও ততালিকে তেওঁক লৈ আহিবলৈ আদেশ দি ক'লে, "অঙ্গদৰ লগত হনুমান গৈ লক্ষ্মণৰ চৰণত পৰি তেওঁৰ ক্ৰোধ

শান্ত কৰি তেওঁক ইয়ালৈ লৈ আহঁক" ॥ ৯৫ ॥

সুগ্ৰীৱৰ আদেশমতে তেওঁলোকে লক্ষ্মণৰ চৰণত পৰি তেওঁক প্ৰসন্ন কৰি হাতত ধৰি লৈ আহিল। সুগ্ৰীৱৰ আদেশ মতে তাৰাও লগতে গ'ল ॥ ৯৬ ॥

লক্ষ্মণে সুগ্ৰীৱক লগ পোৱাৰ লগে লগে সুগ্ৰীৱো লক্ষ্মণৰ চৰণত দীঘল দি পৰিল। লক্ষ্মণেও তেওঁক সঁকিয়াই দি ক'লে— "বালীৰ দৰে তোৰো মৰিবৰ ইচ্ছা হৈছে নেকি, ক।" তেতিয়া হনুমানে আগবাঢ়ি লক্ষ্মণক বুজাবলৈ ধৰিলে ॥ ৯৭ ॥

লক্ষ্মণে হনুমানৰ কথা শুনি সকলো বুজি পাই আনন্দিত হ'ল আৰু ৰামৰ ওচৰলৈ ঘূৰি আহিবলৈ সাজু হ'ল। সুগ্ৰীৱো সৈন্য-সামন্ত লৈ ৰামচন্দ্ৰৰ ওচৰলৈ আহিল ॥ ৯৮ ॥

দূৰৰপৰাই ৰঘুনাথক দেখা পাই লক্ষ্মণ আৰু সুগ্ৰীৱ ৰথৰপৰা নামি গ'ল আৰু তেওঁৰ চৰণতে পৰিল। ৰামে সুগ্ৰীৱক মিত্ৰ বুলি আলিঙ্গন কৰি নিজেই সোধ-পোচ কৰিলে ॥ ৯৯ ॥

তেতিয়া সুগ্ৰীৱে ৰামক মিনতিপূৰ্বক ক'লে 'মই ইন্দ্ৰৰ দৰে সাহসী বীৰ সকলক গোট খুৱাইছোঁ; তেওঁলোকে আপোনাৰ কাৰণে প্ৰাণ দিবলৈ সাজু আছে; আপুনি আদেশ কৰক" ॥ ১০০ ॥

আনন্দৰ চকুপানী টুকি শ্ৰীৰামে ক'লে – "হে সুগ্ৰীৱ, এই বীৰসকলে দশোদিশে গৈ সীতাৰ বতৰা আনক আৰু সীতাক আমাৰ বতৰা দিয়ক।" ৰামৰ আদেশ পাই সুগ্ৰীৱে কাম ভগাই দি ক'লে ॥ ১০১ ॥



"যোৱাঁ বীৰসকল, চাৰিওফালে গৈ সীতাৰ খবৰ কৰাঁগৈ আৰু তেওঁ ক'ত আছে সেই খবৰ লৈ আহাঁগৈ আৰু যদি কোনোবাই এমাহৰ ভিতৰতো কোনো খবৰ নোপোৱাকৈ আহে, তাক প্ৰাণদণ্ড দিম বুলি জানিবা ॥ ১০২ ॥

এইদৰে আদেশ দি সুগ্ৰীৱে দক্ষিণফালে বছা বছা বীৰ সকলক পঠালে। অঙ্গদ, জাম্বুবান, হনুমান, নল, সুষেন, শৰভ মৈন্দ, দ্বিবি আদি আঠজন বীৰক এইদৰে পঠাই তেওঁ অকলে ৰামৰ ওচৰত থাকিল ॥ ১০৩ ॥

আদেশ পাই এই আঠোজন বীৰ যেতিয়া যাবলৈ সাজু হ'ল, তেতিয়া হাতত আঙঠি এটা লৈ ৰামচন্দ্ৰ তেওঁলোকৰ আগত থিয় হ'ল আৰু আঙঠিটো হনুমানক দি ৰামে ক'লে "এই আঙঠিত মোৰ নাম অংকিত আছে, গতিকে এই আঙঠিটো সীতাক দিলে তেওঁ চিনি পাব ॥ ১০৪ ॥

"এই কাম কৰাৰ শক্তি তোমাৰ আছে বুলি মই বুজিব পাৰিছোঁ; সেই কাৰণে কওঁ, পথ সুগম হ'ব।" ৰামৰ আদেশ মতে হনুমানে আঙঠি ল'লে আৰু ৰামৰ চৰণত নিজৰ তন-মন সকলো অৰ্পণ কৰিলে ॥ ১০৫ ॥

অংগদ, হনুমান আদি বীৰসকলে ৰামৰ আদেশমতে দক্ষিণৰ ফালে যাত্ৰা কৰিলে। তেওঁলোকে পৃথিৱীৰ সকলো ঠাইতে সীতাক বিচাৰি ফুৰিবলৈ ধৰিলে। এদিন বিন্ধ্য পৰ্বতৰ ওপৰত এটা ৰাক্ষস দেখা পাই সেইটোৱেই ৰাৱণ বুলি ভাবি তাক কিল, ভুকু আদিও শোধালে ॥ ১০৬ ॥

পাছত ৰাৱণ নহয় বুলি জানিব পাৰি আকৌ অন্য অৰণ্যলৈ যাত্ৰা কৰিলে। এদিন বৰ পিয়াহ লগতে পানী

বিচাৰি ফুৰোঁতে গুহা এটা দেখা পালে। গুহাৰ ভিতৰৰপৰা পানীত তিতি অহা হাঁহবোৰ দেখি তেওঁলোক ভিতৰলৈ সোমাই গ'ল আৰু তাত বেচ ঘন জন-বসতি দেখা পালে ॥ ১০৭ ॥

শীতল পানীৰে উপচি পৰা সৰোবৰ ফল-ফুলৰ গছ, মূল্যবান মণি-মুকুতাখচিত ঘৰ আদি তেওঁলোকে দেখা পালে। কিন্তু ধ্যানমগ্ন এগৰাকী সন্ন্যাসিনীৰ বাহিৰে অন্য মানুহ-দুনুহ হ'লে দেখা নাপালে ॥ ১০৮ ॥

তেওঁলোকক দেখি সন্ন্যাসিনীয়ে "ক'ৰপৰা কি উদ্দেশ্যেৰে আহিছে, কলৈ যাব" ইত্যাদি কথা সুধিলে। তেতিয়া হনুমানে "কেৱল পানী খাবলৈ ইয়ালৈ আহিছোঁ" বুলি ক'লে ॥ ১০৯ ॥

তাৰ পাছত কি কাৰণত আহিছে তাৰো বিৱৰণ দিলে। হনুমানৰ কথা শুনি তেওঁ বৰ আনন্দিত হ'ল আৰু তেওঁলোকক ইচ্ছা অনুসৰি পানী আৰু ফল-মূল খাবলৈ দি ক'লে—"ময়ো এতিয়া তোমালোকক নিজৰ পৰিচয় দি প্ৰভুৰ ওচৰলৈ যাম" ॥ ১১০ ॥

আদেশ পাই তেওঁলোকে উদৰ পূৰাই ফল-মূল খালে। তেওঁলোক ৰামৰ দূত বুলি জানি সন্ন্যাসিনীয়ে ক'লে—"মই হেমাৰ সখী। তেওঁ নিজে গুচি গ'ল, কিন্তু মই তেওঁৰ আদেশ মতে আজি বহু বছৰ ধৰি ইয়াতে বাস কৰি প্ৰভুৰ নাম জপি আছিলোঁ। আজি মই কৃতাৰ্থ হৈছোঁ। ॥ ১১১ ॥

"হেমাই কৈছিল—শ্ৰীহৰিৰ ৰামৰূপে অৱতাৰ হ'ব। ৰাৱণে সীতাক হৰণ কৰিব। তেওঁক বিচাৰি বান্দৰবোৰ এদিন ইয়ালৈ আহিব। তেতিয়ালৈকে তুমি ইয়াতে থাকিবা। ৰাম



চন্দ্ৰক পূজা কৰি তুমি ব্ৰহ্মলোক লাভ কৰিবা। মই আগতে যাওঁ; তুমি পাছত আহিবা ॥ ১১২ ॥

"এনেদৰে উপদেশ দি মোৰ সখী ব্ৰহ্মলোকলৈ গুচি গ'ল। এবাৰ তেওঁ শিৱৰ আগত নৃত্য প্ৰদৰ্শন কৰিছিল। তেতিয়া শিৱই সন্তুষ্ট হৈ এই স্থান তেওঁক অৰ্পণ কৰিছিল। হেমা বিশ্বকৰ্মাৰ জিয়াৰী আছিল আৰু মই নিজে গন্ধৰ্ব কন্যা। মোৰ নিজৰ পৰিচয় এয়ে। এতিয়া মই প্ৰভু ৰামৰ ওচৰলৈ যাওঁ ॥ ১১৩ ॥

"সকলোৱে চকু মুদি দিয়াঁ, খন্তেকতে মই তোমালোকক গুহাৰ বাহিৰলৈ উলিয়াই চিনাকি পথ পোৱাই দিম।" এনেকৈ কৈ তেওঁলোকক পথ দেখুৱাই দি নিজে ৰামচন্দ্ৰ থকা ঠাইলৈ গ'ল। ॥ ১১॥৪

তাত তেওঁ ৰামক স্তুতি কৰিবলৈ ধৰিলে। ৰামেও বৰ দি ক'লে—"তুমি বদ্ৰীধামলৈ গৈ মোৰ ধ্যান কৰি শৰীৰ ত্যাগ কৰাঁ; তোমাৰ মনোবাঞ্ছা পূৰ্ণ হ'ব।" ৰামৰ কথামতে তেওঁ বদ্ৰীধামলৈ গৈ সংসাৰ-সাগৰ পাৰ হ'ল ॥ ১১৫ ।

বান্দৰবোৰে হাবিয়ে বননিয়ে ঘূৰি ঘূৰি ক'তো সীতাৰ সন্ধান নাপালে। ঘূৰি যাবলৈ মাথোন এটা দিনহে বাকী ৰ'ল। তেতিয়া মৰিব লাগিব বুলি ভাবি অঙ্গদৰ মনত শোক উপজিল ॥ ১১৬ ॥

তেওঁ ক'লে—"সুগ্ৰীৱে এনেয়ে মোক শত্ৰু বুলি ভাবি আছিল। এতিয়া মোক মাৰিবলৈ এটা অজুহাতহে পাব। আগতে ৰামৰ কৃপাত প্ৰাণ ৰক্ষা পৰিছিল। এইবাৰ কিজানি

ৰামেও সীতাক বিচৰা নাই বুলি মোক মাৰিবলৈ এৰি দিব ” ॥ ১১৭ ॥

অঙ্গদৰ কথা শুনি কিছুমান বান্দৰে ক'লে—“আমি আৰু ঘৰলৈ ঘূৰি নাযাওঁ; আমি ইয়াতেই থাকোঁ। তেতিয়া আমাক মাৰিব নোৱাৰিব।” অঙ্গদ আদি বান্দৰবোৰৰ কথা শুনি হনুমানে ক'লে—তোমালোকে কিয় নিজকে ইমান সৰু কৰিছা ? ॥ ১১৮ ॥

“তোমালোক সুগ্ৰীৱ আৰু ৰামচন্দ্ৰ, দুয়োজনৰে প্ৰিয় পাত্ৰ। মই সচাঁ কথা কৈছোঁ শুনা—পৃথিৱীৰ ভাব হৰণ কৰাৰ কাৰণে আদি পুৰুষে ৰাম অৱতাৰ লৈ আহিছে। প্ৰভুৰ ইচ্ছা নহ'লে সীতাক হৰণ কৰাৰ সাধ্য কাৰ থাকিব ? ॥ ১১৯ ॥

“প্ৰভুৱে মানুহৰ ৰূপত অৱতাৰ লৈছে ; আমি বান্দৰবোৰে সেৱকৰূপে তেওঁৰ আদেশ পালন কৰিম। এদিন তেওঁৰ লগতে আমিও পৰম ধামলৈ যাম। গতিকে এনে কু-চিন্তা মনলৈ কোনো পধ্যেই অনা উচিত নহয়। প্ৰভুৰ কাৰো ওপৰত আক্ৰোশ নাই”। ॥ ১২০ ॥

হনুমানৰ কথা শুনি অঙ্গদৰ মন সন্তুষ্ট হ'ল। তেওঁলোকে বিন্ধ্যাচল পৰ্ব্বতৰ চাৰিওফালে ঘূৰি সীতাক বিচাৰিলে আৰু বিচাৰি গৈ গৈ মহেন্দ্ৰগিৰিৰ ওচৰৰ সাগৰৰ পাৰত উপস্থিত হ'ল। ॥ ১২১ ॥

পৃথিৱীৰ সকলো ঠাইতে বিচাৰিও সীতাৰ অনুসন্ধান পোৱা নগ'ল। পানীৰ মাজলৈ সোমাই যাবলৈকো বাট নাই। ঘৰলৈ ঘূৰি যাবলৈকো (সুগ্ৰীৱে) মাৰিব বুলি ভয়। গতিকে এতিয়া নিজে মৰাই ভাল বুলি ভাবি বান্দৰবোৰ সাগৰৰ পাৰত বহিলগৈ ॥ ১২২ ॥



সম্পাতি নামৰ অতি বৃদ্ধ শগুন এটা ওচৰৰ হাবিতে আছিল। বান্দৰবোৰক সাগৰৰ পাৰত বহি থকা দেখা পাই সি ভাবিলে—“আজি পেট ভৰাই খাবলৈ পাম।” এই বুলি সি বান্দৰবোৰৰ ওচৰলৈ আহিল। ॥ ১২৩ ॥

তেতিয়া বান্দৰবোৰে ক'বলৈ ধৰিলে—‘আজ আমাৰ কাল ওচৰ চাপিছে। এই শগুনে আজি আমাক মাৰি পেলাব। জটায়ুৰ কি সৌভাগ্য! প্ৰভুৰে ভাল পোৱা কাম কৰি তেওঁ সংসাৰসাগৰ পাৰ হৈ গ'ল। ॥ ১২৪ ॥

“অথচ আমাৰ জীৱনহে ব্যৰ্থ হ'ল। আমি শগুনৰ মুখত সোমাবলৈ আহিলোঁ।” বান্দৰবোৰৰ কথা শুনি সম্পাতিয়ে ক'লে—বীৰসকল, তোমালোকে ভয় নকৰিবা ; তোমালোকে আজি মোক বৰ সুখৰ খবৰ শুনালা। জটায়ু মোৰ ভাই হয়। তেওঁৰ বিষয়ে আৰু কি জানা সকলো বিৱৰি কোৱাঁ”। ॥ ১২৫ ॥

অঙ্গদ আদি বীৰক এনেদৰে অভয় দিয়াৰ লগে লগে অঙ্গদে সকলো বৃত্তান্ত বিৱৰি ক'লে। তেতিয়া সম্পাতিয়ে ক'লে—“মোক এতিয়াই সাগৰলৈ লৈ যোৱাঁ। মই জটায়ুৰ উদ্দেশ্যে জলাঞ্জলি দিম” ॥ ১২৬ ॥

“স্নান—অঞ্জলি আদি কৰাৰ পিছত মই— তোমালোকক সীতাৰ বাতৰি দিম।” এই কথা শুনি তেওঁক দাঙি সাগৰলৈ

লৈ যোৱা হ'ল। স্নান আদি কৰাৰ পাছত তেওঁক পুনৰ আগৰ ঠাইলৈ অনা হ'ল। তেতিয়া সম্পাতিয়ে আনন্দিত হৈ ক'বলৈ ধৰিলে— ॥ ১২৭ ॥

"হে বীৰসকল, মই শগুন হোৱাৰ কাৰণে বহুত দূৰৰ বস্তু দেখা পাওঁ। সীতা ক'ত, কেনেকৈ, কি বেশত আছে মই দেখা পাইছোঁ। যিজনে চাৰিশ ক্ৰোশ দূৰলৈ জঁাপ মাৰিব পাৰে তেৱেঁই লঙ্কালৈ যাব পাৰিব। ॥ ১২৮ ॥

ৰাৱণে সীতাক লঙ্কালৈ লৈ গৈ তেওঁৰ এখন অতি সুন্দৰ ভিতৰুৱা উদ্যানত ৰাখিছে। এতিয়া যি জনেই সমুদ্ৰ পাৰ হৈ যাব পাৰিব, তেৱেঁই সীতাক লগ পাব। ॥ ১২৯ ॥

'অশোক বনৰ ভিতৰত এজোপা শিংশপা গছ আছে। তাৰ তলতে সীতা বহি আছে। তোমালোকে গৈ লগ পাবা।" সম্পাতিয়ে ক'লে—'মই ৰাৱণক সহজে মাৰিলোঁহেঁতেন, কিন্তু মই নিৰুপায়। সূৰ্য্যৰ প্ৰখৰ ৰ'দে মোক ডেউকা পুৰি পেলাইছে ॥ ১৩০ ॥

"চাৰিশ ক্ৰোশ জঁাপ মাৰিব পৰা কোন বীৰ আছা, যোৱাঁ সীতাৰ সকলো বাতৰি লৈ আহাঁগৈ।" এনেদৰে সীতাৰ বাতৰি দি শুদ্ধচিত্তেৰে নিজৰ ডেউকা কেনেকৈ পুৰিলে ইত্যাদি কথা সম্পাতিয়ে ক'বলৈ ধৰিলে— ॥ ১৩১ ॥

"মই আৰু জটায়ু দুয়োজন ভাই-ককায়ে নিজৰ শক্তিৰ প্ৰমাণ চাবলৈ বুলি সূৰ্য্যৰ ওচৰলৈ উৰা মাৰিছিলোঁ। বহু যোজন যোৱাৰ পাছত জটায়ুৱে সূৰ্য্যৰ তাপ সহ্য কৰিব নোৱৰা হ'ল। মই তেওঁক বচাবলৈ নিজৰ ডেউকাৰে ঢাকি



ধৰিলোঁ। ভাই বাচিল, মোৰ ডেউকা পুৰি গ'ল। মই তললৈ সৰি পৰিলোঁ। ॥ ১৩২ ॥

মই আহি বিন্ধ্য পৰ্বতত পৰিলোঁ আৰু তিনিদিন মূৰ্চ্ছিত থাকিলোঁ। সাৰ পাই চন্দ্ৰমা মুনিক দেখিলোঁ আৰু তেওঁৰ ওচৰলৈ গৈ নিজৰ বিপদৰ কথা ক'লোঁ। তেওঁ মোক সান্ত্বনা দিবলৈ সকলো প্ৰকাৰৰ দুখৰ বিৱৰণ দি ক'লে ॥ ১৩৩ ॥

"অহঙ্কাৰ হ'লে এনে ধৰণৰ বিপদ হয়, আৰু যৌৱনে মনত অহঙ্কাৰ ভাৱ আনে। দেহ থাকিলে দুখ থাকিবই, এই কথা নিশ্চয় জানিবা। ॥ ৩৪ ॥

"গতিকে শোক নকৰিবা। দেহ থকা পৰ্য্যন্ত দুখৰ পৰা পৰিত্ৰাণ নাই। শ্ৰীৰাম অৱতাৰ হ'ব। সেই সময়লৈকে তুমি ইয়াতেই থাকাঁ। এদিন ৰাৱণে সীতাক হৰণ কৰিব। ॥ ১৩৫ ॥

"তেওঁক বিচাৰি বান্দৰবোৰ ইয়ালৈ আহিব। তেতিয়া তুমি তেওঁলোকক সীতাৰ বাতৰি দিবা আৰু লগে লগে তোমাৰ নতুন পাখি গজিব। এনেকৈ মুনিয়ে মোক কৈছিল আৰু এইয়া মোৰ নতুন পাখিও গজিছে" বুলি দেখুৱাই উৰা মাৰি সম্পাতি গুচি গ'ল ॥ ১৩৬ ॥

সীতাৰ বাতৰি পাই অঙ্গদ আদি বীৰ আনন্দিত হ'ল। কিন্তু সমুদ্ৰ পাৰ হোৱাৰ উপায় নেদেখি তেওঁলোকে আকৌ

শোক কৰিবলৈ ধৰিলে। তেতিয়া অঙ্গদক বুজাবলৈ আগবাঢ়ি আহি জাম্ববানে ক'লে —॥ ১৩৭ ॥

"হে অংগদ, দুখ নকৰিবা। হনুমান সাগৰ পাৰ হৈ যাব পাৰিব। এনেকৈ অঙ্গদক সান্ত্বনা দি হনুমানৰ ওচৰলৈ গৈ তেওঁক প্ৰাৰ্থনা কৰি ক'লে--"কিয় তুমি এইদৰে মনে মনে বহি আছা? তুমি ৰামৰ কাৰণে জন্ম লৈছা॥ ১৩৮ ॥

" তোমাৰ শক্তিৰ পৰিচয় মই কি দিম? তুমি সৰু হৈ থাকোঁতে সূৰ্য্যটো পকাফল বুলি ভাবি ছিঙিবৰ কাৰণে দুহেজাৰ ক্ৰোশ আকাশৰ ওপৰলৈ জাপ মাৰি সৰি পৰিছিলা। সৰুতেই তোমাৰ ইমান শক্তি, এতিয়া চাৰিশ ক্ৰোশ যাবলৈ কিয় ভয় খাইছা?" ॥ ১৩৯ ॥

জাম্ববানে এনেকৈ গুণ-কীৰ্তন কৰা শুনি হনুমান অতিশয় আনন্দিত হ'ল। তেওঁ তৰ্জন-গৰ্জন কৰিবলৈ ধৰিলে। তাৰ পাছত পৰ্বত সদৃশ ৰূপ ধাৰণ কৰি ক'লে—"মই সাগৰ পাৰ হৈ গৈ লঙ্কা ভস্ম কৰিম। ৰাৱণৰ সকলো সৈন্য চূৰ্ণ-বিচূৰ্ণ কৰিম ॥ ১৪০ ॥

"লঙ্কাৰপৰা সীতাক লৈ আহিব পাৰিম। অথবা দুষ্ট ৰাৱণক জীয়াই জীয়াই বান্ধি ৰামৰ ওচৰলৈ লৈ আহিম; অথবা সীতা ক'ত আছে সেই বাতৰি মাত্ৰ লৈ ঘূৰি আহিবও পাৰোঁ। ॥ ১৪১ ॥

এনেকৈ কৈ শ্ৰীৰামৰ চৰণ বন্দনা কৰি হনুমান থিয় হ'ল। জাম্ববানে তেতিয়া ক'লে—"তুমি প্ৰথমতে সীতাক লগ ধৰি



তেওঁৰ খবৰ লৈ আহিবা; অকলে যুঁজ কৰাৰ কোনো প্ৰয়োজন নাই ॥ ১৪২ ॥

"প্ৰভু ৰামৰ লগত গৈ আমি সকলোৱে যুঁজ কৰিম।" জাম্ববানৰ কথা শুনি হনুমান আনন্দিত হ'ল আৰু ৰঙা মুখ আৰু সোণৰ দৰে হালধীয়া শৰীৰ ধাৰণ কৰি পৰ্বতৰ ওপৰত থিয় হৈ জাপ মাৰিবলৈ সাজু হ'ল। তাত থকা সকলো প্ৰাণীয়ে বিস্ময়েৰে হনুমানক চাবলৈ ধৰিলে ॥ ১৪৩ ॥

ইতি

শ্ৰীকিষ্কিন্ধ্যা কাণ্ড সমাপ্ত।

# সুন্দৰ কাণ্ড

ক্ষাৰ-সমুদ্ৰ সহজে পাৰ হোৱাৰ উদ্দেশ্যে ৰামৰ চৰণ মনতে বন্দনা কৰি হনুমানে বান্দৰ বীৰসকলক ক'লে—"হে বীৰসকল, মই এতিয়া অতি বেগেৰে গৈ সীতাক লগ পাম ॥১॥

ৰামৰ নাম লৈ পাপীজনেও সংসাৰসমুদ্ৰ পাৰ হয়। তেওঁৰ দূত হৈ তেওঁ দিয়া আঙঠি লৈ মই ওলাইছোঁ। গতিকে সমুদ্ৰ পাৰ হৈ লঙ্কা পাবলৈনো কিহৰ ভয়? এইদৰে কৈ চাৰিওটা ভৰি জোৰেৰে মাটিত ঘহাঁই তেওঁ জাপ মাৰিলে ॥২॥

দক্ষিণৰ ফালে মুখ কৰি আগভৰি দুটা পোনাই সমুখলৈ ডিঙি পোনাই ওপৰলৈ চাই যোৱা হনুমানক বায়ু যেন দেখা গৈছিল ॥ ৩ ॥

সীতাক লগ পাই ঘূৰি অহাৰ সংকল্পেৰে আকাশ মাৰ্গেদি উৰি যোৱা হনুমানক দেখি ইন্দ্ৰাদি দেৱতাসকলে তেওঁৰ শক্তিনো কিমান তাক পৰীক্ষা কৰিবলৈ সুৰসা নামৰ ৰাক্ষসীক পঠালে ॥ ৪ ॥

সুৰসাই ততালিকে হনুমানৰ আগত উপস্থিত হৈ ক'লে, "বহুত দিনৰপৰাই মই ভোকাতুৰ হৈ আহাৰ বিচাৰি আছিলোঁ। এতিয়া তোমাক পাই বৰ আনন্দিত হৈছোঁ ॥ ৫ ॥

"আহাঁ, মোৰ মুখৰ ভিতৰত সোমোৱাহি।" হনুমানে উত্তৰত ক'লে—"সীতাক লগ পাই তেওঁৰ বতৰা ৰামচন্দ্ৰক দি ঘূৰি আহি মই তোমাৰ খাদ্য হৈ মুখত সোমামহি"। ॥ ৬ ॥



হনুমানৰ কথা শুনি সুৰসাই ক'লে—"মোৰ মুখৰ ভিতৰত সোমাই বাহিৰ হৈ যোৱাঁ; অন্যথাই মই জোৰেৰে ধৰি দাঁতেৰে কামুৰি মাৰি পেলাম।" হনুমানে তেতিয়া (সুৰসাক) মুখ মেলিবলৈ কৈ নিজৰ শৰীৰ চাৰি যোজন ডাঙৰ কৰিলে ॥৭॥

হনুমানক চাৰি যোজন ডাঙৰ দেখি সুৰসাই বিছ যোজন ডাঙৰকৈ মুখ মেলিলে। হনুমান তেতিয়া চল্লিছ যোজন ডাঙৰ হ'ল। সুৰসাই আশী যোজন ডাঙৰ কৰি মুখ মেলিলে। হনুমানে নিজৰ শৰীৰ এশ বিছ যোজন ডাঙৰ কৰিলে। সুৰসাই দুশ যোজন বহল কৰি মুখ মেলিলে। তেতিয়া হনুমান অঙুলিৰ সমান সৰু হৈ মুখৰ ভিতৰলৈ সোমাই গ'ল ॥ ৮ ॥

মুখৰ ভিতৰত সোমাই পুনৰ ওলাই আহি হনুমানে কলে—"হে দেৱী, মই মুখৰ ভিতৰত সোমাই ওলাই আহিলোঁ। এতিয়া যাওঁ। কাৰণ বহি থাকিবলৈ মোৰ সময় নাই।" হনুমানৰ বুদ্ধি দেখি আৰু কথা শুনি সুৰসাই কলে— ॥ ৯ ॥

"তুমি যি কামৰ কাৰণে ওলাইছা, সেই কাম সমাধা কৰি আহিব পৰা বল বুদ্ধি তোমাৰ আছে। ইন্দ্ৰৰ কথামতে, মই তোমাক পৰীক্ষা কৰিবলৈ আহিছিলোঁ। এতিয়া যাওঁ" বুলি কৈ সুৰসা গুচি গ'ল। হনুমানেও যাত্ৰা কৰিলে ॥ ১০ ॥

সেই সময়ত সাগৰে মৈনাক পৰ্বতক কলে—"যিজন বিখ্যাত ৰজা সগৰৰ কাৰণে মই সাগৰ নামেৰে জনাজাত হৈছোঁ, সেইজনৰ বংশত প্ৰভুৱে ৰাম নামেৰে অৱতাৰ লৈছে। তেওঁৰ কাম কৰিবলৈ আজি হনুমান লঙ্কালৈ যাব ॥ ১১ ॥

"হনুমানৰ ভাগৰ লাগিছে চাগৈ, তেওঁ বহি জিৰাই লৈ ফলমূল খাবৰ কাৰণে তুমি ওলাই দেখা দিয়া।"

মৈনাকে তেতিয়া নিজে মানুহৰ ৰূপ ধাৰণ কৰি হনুমানৰ সন্মুখলৈ আহি ফলমূল খাই জিৰাই যাবলৈ অনুৰোধ কৰি কলেহি। ॥ ১২ ॥

(মৈনাকে ক'লে—) "সাগৰৰ আদেশ ক্ৰমে মই আপোনাৰ ওচৰলৈ আহিছোঁ।" হনুমানে উত্তৰ দিলে—ৰামচন্দ্ৰৰ কাৰ্য্য সমাধা নকৰাকৈ মই ফলমূল খাব বা জিৰাব নোৱাৰোঁ। তোমাক মই মাত্ৰ স্পৰ্শ কৰি যাম।" এই বুলি কৈ (তেওঁ মৈনাকক) হাতেৰে ছুই আকাশেদি গুচি গ'ল। ॥ ১৩ )

অলপ দূৰ যোৱাৰ পাছত সিংহিকা নামৰ ৰাক্ষসী এজনীয়ে দেখা দিলে। তাই জন্তুৰ ছাত ধৰি টানি নমাই আনি খাই পেলাব পাৰে। তাই হনুমানৰ পানীত পৰা ছাঁটো ধৰি লাহে লাহে টানিবলৈ ধৰিলে। হঠাতে নিজৰ গতি বন্ধ হোৱা দেখি হনুমানে চাৰিওফালে চকু ফুৰালে ॥ ১৪ ॥

তললৈ চাই যেতিয়াই ৰাক্ষসীক দেখা পাই তেওঁ খুব জোৰেৰে ভুটা গোৰ শোধাই দিলে, ৰাক্ষসী থিতাতে মৰি থাকিল। তাৰপৰা গৈ হনুমান সাগৰৰ তীৰত উপস্থিত হ'ল। তাৰপৰা তেওঁ ত্ৰিকূট পৰ্বতৰ ওপৰত অৱস্থিত লঙ্কাপুৰি দেখিবলৈ পালে। ॥ ১৫ ॥

(সাগৰৰ তীৰ) নানা ধৰণৰ ফল-মূলৰ গছেৰে চাৰিওফালে ভৰি আছিল। চৰাই-চিৰিকতিয়ে আনন্দেৰে গীত গাই আছিল। ভোমোৰাবোৰে আনন্দত মতলীয়া হৈ ফুলৰ মৌ খাই নাচি ফুৰিছিল। ॥ ১৬ ॥



চাৰিওফালৰ এনে মনোমোহা প্ৰকৃতিৰ শোভা চাই চাই দূৰৈৰ ত্ৰিকূট পাহাৰৰ ওপৰত অৱস্থিত নগৰলৈ পুনৰ তেওঁ চকু দিলে। চৌদিশ ওখ দেৱাল আৰু খাৱৈৰে পৰিবেষ্টিত এই লঙ্কাপুৰিত সোমাবলৈ অকলে কোনেও সাহস কৰিব নোৱাৰিব ॥ ১৭ ॥

লঙ্কাপুৰি এনেদৰে সুৰক্ষিত আৰু অগম্য যেন দেখি হনুমানে 'এতিয়া যোৱাই ভাল হবনে, নাই দিনটো ইয়াত কটাই ৰাতি যোৱা ভাল হব' বুলি ভাবিবলৈ ধৰিলে। শেষত ৰাতি যোৱাটোকে ঠিক হ'ব বুলি তেওঁ সিদ্ধান্ত কৰিলে। ॥ ১৮ ॥

সেয়ে দিনৰ বেছিভাগ সময় তাত কটাই ৰাতি হোৱাৰ লগে লগে যাবলৈ সাজু হ'ল। তেওঁ অতি ক্ষুদ্ৰ ৰূপ ধাৰণ কৰি নগৰৰ ভিতৰলৈ সোমাব খোজোঁতেই লঙ্কিনী দৌৰি ওচৰলৈ আহি সুধিলে। ॥ ১৯ ॥

"মোক একো নোকোৱাকৈ ভিতৰলৈ যাব খোজা এইজন কোন? চাগে চোৰ" এই বুলি তেওঁ খঙতে গোৰ এটা মাৰিলে। হনুমানেও ততালিকে বাওঁহাতৰ মুঠিৰে এভুকু মৰাত লঙ্কিনী মাটিত বাগৰি পৰিল। লঙ্কিনী তেজ বতিয়াই বতিয়াই আকৌ উঠি বহিল। ।২০ ॥

তেওঁ নিজেই লঙ্কাপুৰী আছিল। ৰাক্ষসীৰ বেশ ধৰি সদায় দুৱাৰ ৰক্ষা কৰিছিল। ভুকু এটা খোৱাৰ লগে লগে এইজন হনুমান বুলি জানিব পাৰি তেওঁ ক'বলৈ ধৰিলে—"এওঁ মোক লঙ্কিনীকে জয় কৰিলে, যেতিয়া, ৰাৱণৰ মৃত্যুৰ ক্ষণ আহিল বুলি বুজিলোঁ। ॥ ২১ ॥

ব্ৰহ্মাই আগতে মোক কৈ থোৱা আছে যে প্ৰভুৱে ৰামৰূপে অৱতাৰ লব। ৰাৱণে সীতাৰ লগত মিত্ৰতা স্থাপন কৰিব। সুগ্ৰীৱে সীতাক বিচাৰি উলিয়াবৰ বাবে বান্দৰ বীৰ সকলক চৌদিশে পঠাব। ॥ ২২ ॥

"তাৰে এজন বীৰ ইয়ালৈ আহিব আৰু তুমি তাক এগোৰ মাৰিবা। সি তোমাক বাওঁহাতেৰে ভুকু এটা মাৰিব, তুমি তেজ বমি কৰি মাটিত বাগৰি পৰিবা। ৰাৱণৰ আয়ুস সেই সময়লৈকে আছে বুলি জানিবা। আজি ব্ৰহ্মাৰ কথা প্ৰমাণ কৰি কওঁ যে ৰাৱণ মৰিবলৈ আৰু বেছি দিন নাই। ॥ ২৩ ॥

"যোৱাঁ, তুমি সীতাক লগ পোৱাঁগৈ। ভিতৰৰ ফুলনিত থকা অশোকবনত এজোপা শিংশপা গছৰ তলতে প্ৰভুৰ প্ৰিয়া বহি আছে। ৰাক্ষসীবিলাকে চাৰিওফালৰপৰা তেওঁক বেৰি ৰাখিছে। সীতাক লগ ধৰি গৈ কবাগৈ, তেওঁৰ প্ৰিয়া কেনে বিপদৰ মাজত আছে। ॥ ২৪ ॥

"প্ৰভুৰ কথা স্মৰণ হোৱাৰ লগে লগে মোৰ জীৱন ধন্য হৈছে। সংসাৰৰৰ সকলো ভয় মোৰ দূৰ হৈছে। আজি যি ধৰগৰ সঙ্গ আৰু ভক্তি লাভ কৰিলোঁ সেয়া যেন সদায় থাকে"। ॥ ২৫ ॥

যেতিয়া হনুমান সাগৰ পাৰ হৈ লঙ্কাপুৰীত প্ৰৱেশ কৰিলে জানকীৰ বাওঁচকু আৰু বাঁওহাত লৰিবলৈ ধৰিলে। ৰাৱণৰো বাঁওহাত আৰু বাঁওচকু লৰিল। আনহাতে ৰঘুনাথৰ সোঁ-অঙ্গ লৰিবলৈ ধৰিলে। সেয়ে তেওঁ মনত আনন্দ লাভ কৰিলে ॥ ২৫ ॥



হনুমানে ক্ষুদ্ৰ ৰূপ ধাৰণ কৰি নগৰীৰ চৌদিশ নিৰীক্ষণ কৰিলে। বিশেষকৈ ৰাৱণৰ ৰাজপ্ৰাসাদৰ চুককোণবোৰ নিৰীক্ষণ কৰিলে। কিন্তু ক'তো সীতাক দেখা নাপাই তেওঁ চিন্তা কৰিবলৈ ধৰিলে। হঠাতে লঙ্কিনীৰ কথা মনত পৰিল। তেওঁ অশোকবনৰ ভিতৰলৈ সোমাই গ'ল ॥ ২৭ ॥

ইন্দ্ৰপুৰীত থকা সকলোবোৰ ধুনীয়া গছ তাত আছিল। ৰত্ন-খচিত খটখটিযুক্ত পুখুৰীত পৰিষ্কাৰ পানী দেখিবলৈ পালে। ফল আৰু ফুলৰ ভৰত হালি পৰা গছৰ ডালত বহি চৰাই আৰু ভোমোৰাই আনন্দত নাচি আছিল ॥ ২৮ ॥

তাৰ মাজে মাজে মণি-মুক্তা খচিত সুউচ্চ খুটা লগোৱা সোণৰ অট্টালিকাবোৰো দেখিবলৈ পালে। বৰ্ণনা কৰি অন্ত কৰিব নোৱাৰা সুন্দৰ অশোক বনৰ শোভা নিৰীক্ষণ কৰি হনুমান শিংশপা গছজোপাৰ ফালে আগ বাঢ়িল ॥ ২৯ ॥

সূৰ্য্যৰ বেছি তাপ পৰিব নোৱৰা, ঘনপাতেৰে ঢাক-খোৱা, চৰাই-চিৰিকতিৰ বাসোপযোগী গছজোপাৰ তলত ৰাক্ষসীৰ দ্বাৰা পৰিবেষ্টিত হৈ বহি থকা সীতাক হনুমানে দেখা পালেগৈ ॥ ৩০ ॥

অনাহাৰ-অনিদ্ৰাত জৰ্জৰিত, জঁটেৰে ভৰা দীঘল চুলিৰে, লেতেৰা কাপোৰ-কানি পিন্ধি থকা সীতাক বিষন্ন মনেৰে বহি 'হা ৰাম, হা ৰাম' কৈ কান্দি থকা দেখা পাই হনুমানে অতি ক্ষুদ্ৰ ৰূপ ধাৰণ কৰি গছত উঠিল আৰু পাতৰ মাজত লুকাই থাকিল ॥ ৩১ ॥

আজি সীতাক দেখি তেওঁৰ ওচৰ চাপিবলৈ পাই মই কৃতার্থ হৈছো। ৰামে মোৰ ওপৰত দিয়া কামৰ দায়িত্ব মই এতিয়া পালন কৰিব পাৰিম' বুলি ভাবি হনুমান আনন্দিত হ'ল। তেনেতে অন্তেযপুৰত কিবা হুলস্থুল হোৱা শুনিবলৈ পালে ॥ ৩২ ॥

কিহৰ বাবে হুলস্থুল হৈছে ভাবি হনুমান পাতৰ মাজত লুকাই পৰিল। তেনেতে দেখিলে, ৰাণীসকলক লগত লৈ ৰাৱণে অশোক বনত প্রৱেশ কৰিছে। সীতাক হৰণ কৰাৰ পাছৰেপৰা কেনেবাকৈ কোনোবা দিনা ৰামে আহি তেওঁক মাৰি পেলাব পাৰে বুলি ভাবি দুশ্চিন্তা কৰি থকাৰ ফলত ৰাৱণে সপোন দেখিলে ॥ ৩ ॥

সপোনত ৰামৰ দূত বীৰ হনুমান আহি অশোকবনত কেৱল সীতাই দেখা পোৱাকৈ পাতৰ মাজত লুকাই আছে। সপোনৰ কথা সঁচা হয় নে নহয় তাকে চাবলৈ ৰাৱণ অশোক-বনলৈ আহিছে ॥ ৩৪ ॥

—যদি সঁচা হয়, তেন্তে ভালেই হব। কুটবচন কৈ মই সীতাক গালি পাৰিম। সি শুনি গৈ খঙেৰে ৰামক জনাবগৈ। তেতিয়া ৰামে আহি মোক বধ কৰিব। এনেদৰে মনতে ভাবি সি কটু বাক্য কবলৈ ধৰিলে ॥ ৩৫ ॥

সীতাদেৱীয়ে দুষ্ট ৰাৱণ ওচৰলৈ অহা দেখি তলমূৰ কৰি ৰামচন্দ্ৰৰ চৰণ চিন্তা কৰিবলৈ ধৰিলে। জননী সীতা এনেকৈ থকা দেখি ৰাৱণে ক'লে—"মোক দেখি কিয় তলমূৰ কৰিছা ? ॥ ৩৬ ॥



"তুমি মিছাতে 'ৰাম মোৰ স্বামী' বুলি ভাবি বহি আছা। ৰামে তোমাৰ কথা ভবা হলে আগতেই ইয়ালৈ আহিল হেঁতেন। তোমালৈ তেওঁৰ অলপো মৰম নাই বুলি নিশ্চয়কৈ জানিবা। গতিকে এনেকৈ শোক কৰি লাভ নাই ॥ ৩৭ ॥

"শোক কৰি কৰি যৌৱনৰ অপচয় কৰাতকৈ মোকেই পতি বৰণ কৰা। মোৰ পত্নী হ'লে তোমাক অতি মৰমেৰে মই সকলোৰে গৰাকী কৰি ৰাখিম। ৰাম থাই পাত ফলা বিধৰ লোক বুলি জানিবা ॥ ৩৮ ॥

"অকৃতজ্ঞ অধম মানুহৰ ভিতৰত তেৱোঁ এজন। ইয়ালৈ আহিবলৈ তেওঁৰ শক্তিয়েই বা ক'ত ? গতিকে তেওঁৰ চিন্তা তুমি এৰি দিয়া।" ৰাৱণৰ এনে বাক্য শুনি খঙত চকু ৰঙা কৰি সীতাই ক'লে—॥ ৩৯ ॥

"অধম ৰাৱণ, এতিয়া তই বকৰকাই দুর্বচন বুলিছ। কুকুৰে যেনেকৈ যজ্ঞৰ কাৰণে তৈয়াৰ কৰা হবিঃ হৰণ কৰে, তেনেকৈ তই ৰাঘৱৰ ভয়ত, ৰাম-লক্ষ্মণ নথকা সময়ত সন্ন্যাসীৰ বেশ ধৰি মোক হৰণ কৰি আনিলি। এই কাৰণতে তোৰ মৰণ হব।॥৪০॥

"সাগৰৰ পানী শুকুৱাই অথবা সাগৰৰ ওপৰত সেতু বান্ধি তেওঁ ইয়ালৈ আহি সবংশে তোক বিনাশ কৰি মোক লৈ যাবহি।" সীতাৰ এনে উত্তৰ শুনি খঙত চকু ৰঙা কৰি খড়্গ উলিয়াই সীতাক কাটিবলৈ ৰাৱণ সাজু হ'ল ॥৪১॥

হাতত লোৱা খড়্গ কি উপায়েৰে আঁতৰ কৰিব পাৰি চিন্তা কৰি মন্দোদৰী আগবাঢ়ি আহিল আৰু ৰাৱণৰ ভৰিত পৰি কাকুতি কৰি হাতৰ খড়্গ কাঢ়ি ল'লে।॥৪২॥

"ইক্ষ্বাকু কুলত দশৰথ নামৰ এজন ৰজা আছিল। তেওঁৰ তিনি গৰাকী গুণসম্পন্ন ৰাণীৰ চাৰিজন পুতেক আছিল। প্ৰথম জন ৰাম, দ্বিতীয় জন লক্ষ্মণ, তাৰ পাছত ভৰত আৰু শত্ৰুঘ্ন। আটাই কেইজনেই গুণ আৰু শক্তিত অতুলনীয় আছিল। ॥৫৪॥

"ডাঙৰ পুতেক ৰাম পিতৃ-আজ্ঞা পালনৰ কাৰণে পত্নী সীতা আৰু ভ্ৰাতৃ লক্ষ্মণৰ সৈতে বনলৈ গুচি গ'ল। এদিন পঞ্চৱটী বনত থাকোঁতে ছলনা কৰি ৰাৱণে সীতাক হৰণ কৰিলে। ॥৫৫॥

"ৰাম-লক্ষ্মণ নথকা সময়ত সীতাক হৰণ কৰাৰ বাবে ৰামে অত্যন্ত দুখ পালে। সীতাক বিচাৰি হাবিয়ে-বননিয়ে ঘূৰি ফুৰোঁতে জটায়ু পক্ষীক লগ পাই তেওঁক করুণা কৰি উদ্ধাৰ কৰিলে ॥৫৬॥

"পাছত সুগ্ৰীৱক লগ পাই মিত্ৰতা স্থাপন কৰিলে। বালীক বধ কৰি সুগ্ৰীৱক ৰাজপাট দিলে। সুগ্ৰীৱে বীৰ বীৰ বান্দৰ সেনাক বাচি—সীতাক অন্বেষণ কৰিবৰ উদ্দেশ্যে চৌদিশে পঠালে ॥৫৭॥

"সেইবোৰৰ ভিতৰৰে এজন বীৰ মই নিজে সমুদ্ৰ পাৰ হৈ এইখিনি পালোঁহি। সম্পাতিক লগ পাই তেওঁৰ কথামতে আৰু প্ৰভু ৰামৰ কৃপাত ক্ষন্তেকতে মই লঙ্কাপুৰী আহি পালোঁ আৰু লঙ্কিনীৰ হাতৰপৰা সাৰি অশোক বনত সোমালোঁ ॥৫৮॥

মূল্যবান ৰত্নৰ দৰে উজ্জ্বল ফুল আৰু ফলেৰে ভৰা, গছলতিকাৰে পৰিপূৰ্ণ অতি সুন্দৰ বাগিছাৰ মাজত সীতা দেৱীক দেখি-



বলৈ পাই মই অতিশয় আনন্দিত হৈছোঁ"—এইখিনিকে কৈ হনুমান মনে মনে থাকিল ॥৫৯॥

কথাবোৰ শুনি আচৰিত হৈ সীতাই চাৰিওফালে চালে, কিন্তু কাকো দেখা নাপাই কলে—"এই কথাবোৰ কোৱাজন ক'ত আছে? ॥৬০॥

"ভ্ৰম বুলি কবলৈও মোৰ সম্পূৰ্ণ চেতনা আছে; সপোন বুলিবলৈও মোৰ টোপনি অহা নাই; গতিকে এনে অমৃতময় মধুৰ বচন কোৱাজন মোৰ সম্মুখলৈ আহক" ॥৬১॥

সীতাৰ এনে বাক্য শুনি অতি ক্ষুদ্ৰ ৰূপ লৈ হনুমান সীতাৰ সম্মুখত উপস্থিত হ'ল। সীতাক দৰ্শন প্ৰণাম আদি কৰি বৎ মনেৰে তেওঁ থিয় হৈ থাকিল। ॥৬২॥

ৰঙামুখেৰে, হালধীয়া ৰঙৰ ঘনচিৰিকাৰ দৰে ক্ষুদ্ৰ ৰূপৰ বান্দৰ দেখি সীতাৰ মনত শঙ্কা হ'ল। 'এয়া কিজানি ৰাক্ষসৰে ছলনা' বুলি তেওঁ ভাবি তলমূৰ কৰিলে। 'আইৰ মনত শঙ্কা উপজিছে' বুলি বুজিব পাৰি হনুমানে মাত লগালে, ॥৬৩॥

"হে মাতৃ, মই প্ৰভু ৰামচন্দ্ৰৰ দাস। তেখেতৰ আদেশমতে আপোনাক বিচাৰি সমুদ্ৰ পাৰ হৈ ইয়ালৈ আহিছোঁ। মই সুগ্ৰীৱৰ মন্ত্ৰী আৰু বায়ুৰ পুত্ৰ।" ইয়াকে কৈ হনুমানে সীতাৰ আদেশৰ বাবে অপেক্ষা কৰি থাকিল ॥৬৪॥

"মানুহে বান্দৰৰ লগত মিত্ৰতা স্থাপন কৰিব, এই কথা মই কেনেকৈ মানি লম?" বুলি কৈ সীতা পুনৰ মনে মনে থাকিল। তেতিয়া হনুমানে সকলো কথা বিবৰি কৈ (সীতাক) আঙঠি প্ৰদান কৰিলে ॥৬৫॥

আঙঠিটো দেখি সীতাৰ আনন্দাশ্রু ব'বলৈ ধৰিলে। আঙঠিটো বাৰে বাৰে মূৰত থৈ তেওঁ বিহ্বল হৈ পৰিল। হনুমানৰ প্ৰতি প্ৰসন্ন হৈ তেওঁ অতিশয় স্নেহ প্ৰদর্শন কৰিলে ॥৬৬॥

"তুমি আজি মোৰ প্ৰাণদাতা স্বৰূপ হলা। নিশ্চয় ৰঘুনাথৰ তোমাৰ ওপৰত অগাধ বিশ্বাস আছে। সেয়েহে তোমাক মোৰ ওচৰলৈ পঠাইছে ॥ ৬৭ ॥

"মই কেনে বিপদত আছোঁ, দেখিছায়ে। অতি শীঘ্ৰে গৈ ৰামচন্দ্ৰক মোৰ কথা এনেদৰে কবা যাতে মোৰ প্ৰতি তেওঁৰ অতি মৰম আৰু করুণা ওপজে ॥৬৮ ॥

"যিকোনো উপায়েৰে মই আৰু দুমাহ বাচি থাকিব পাৰিম। তাৰ পিছত মই নিশ্চয় মৰিম বুলি জানিবা। কাৰণ দুষ্টই মোক কাটি ভাজি খাব। ইয়াত মোক সহায় কৰোঁতো কোনো নাই ॥ ৬৯ ॥

"গতিকে ৰামে দুমাহৰ ভিতৰত সুগ্ৰীৱৰ সৈতে সৈন্য-সামান্ত লৈ অৱশ্যে ইয়ালৈ আহি এই দুষ্টক সবংশে নাশ কৰি মোক দুখ-সাগৰৰপৰা উদ্ধাৰ কৰক ॥ ৭০ ॥

"মোৰ সকলো বিপদৰ কথা বিস্তৃত ভাৱে কৌশলেৰে বৰ্ণনা কৰি ৰামৰ মনত মোৰ প্ৰতি দয়াভাৱ জগাই তুলিবা। তোমাৰ তেতিয়া ডাঙৰ ধৰ্ম হব। মোৰ কবলগীয়াথিনি ইমানেই ॥৭১॥

"আই, মই এজন সামান্য সেৱক"—হনুমানে কলে। আপোনাৰ বিপদৰ সকলো কথা মই প্ৰভুক কম। ৰামে, লক্ষ্মণ আৰু সুগ্ৰীৱেৰে সৈতে আহি লংকাপুৰীখন বেৰি ধৰি ৰাৱণক সবংশে বিনাশ কৰিব ॥৭২ ॥



"আপোনাক লৈ ৰঘুনাথ অযোধ্যালৈ যাব। গতিকে ৰামচন্দ্ৰ নাহিব বুলি আপুনি মনত শঙ্কা নকৰিব।" হনুমানৰ কথা শুনি সীতাই ক'লে—"ৰামচন্দ্ৰই কেনেকৈ ইমান গভীৰ বিশাল সাগৰ পাৰ হৈ সৈন্য-সামন্ত লৈ ইয়ালৈ আহিব পাৰিব ?" ॥ ৭৩ ॥

সীতাৰ কথা শুনি (হনুমানে) তেওঁক বুজাই ক'লে—"মই ৰামৰ দাস ; ভাই-ককাই দুয়োকে মই পিঠিত তুলি কঢ়িয়াই আনিব পাৰিম। সুগ্ৰীৱ আদি বীৰসকল নিজে নিজেই পাৰ হৈ আহিব ॥৭৪॥

"আই, আপোনাৰ কথা শুনিলোঁ ; মই এতিয়া সোনকালে বিদায় লব খোজোঁ। মই ঘূৰি গলেহে কাম সোনকাল হব। যি বস্তু দিলে ৰামৰ বিশ্বাস হব, তেনে বস্তু এটি আপোনাৰ চিন স্বৰূপে মোক দিয়ক" ॥৭৫॥

এই কথা শুনি সীতাই চুলিত মাৰি থোৱা ৰামৰ প্ৰিয় মণি এটা হনুমানক দিলে আৰু চিত্ৰকূট পৰ্বতত কেনেকৈ কাউৰী এটাই ৰামৰ চৰণত পৰি নিজৰ প্ৰাণ ৰক্ষা কৰিলে সেই ঘটনা বৰ্ণনা কৰিলে ॥৭৬॥

"শুনা হনুমান, এদিন চিত্ৰকূটত ৰামচন্দ্ৰই মোৰ বাহুত মূৰ থৈ কোলাত শুই আছিল; মোৰ ৰঙা চৰণ দেখি কাউৰী এটাই

আহি খোট মাৰি দিয়াত ভৰিৰ পৰা তেজ ওলাবলৈ ধৰিলে ॥৭৭॥

"সাৰ পাই ৰামচন্দ্ৰই কাউৰীটোক তাত বৈ থকা দেখিলে আৰু কাউৰীটোক 'তাক মাৰোঁ' বুলি এডাল ঘাঁহ মাৰি পঠিয়ালে। সেই কাউৰীটোৱে চৌদ্ধ ভুৱন ঘূৰিও ৰামৰ ঘাঁহ (ৰূপী অস্ত্ৰ)ৰপৰা সাৰিব নোৱাৰি শেষত তেওঁৰ চৰণত পৰিহে ৰক্ষা পৰিল ॥৭৮॥

"কাউৰীটো আহি চৰণত পৰাত ৰামচন্দ্ৰৰ তালৈ দয়া উপজিছিল। তেনেস্থলত মোৰ প্ৰতি তেওঁৰ দয়া নুপজিবনে বুলি কৰা।" হনুমানে তেতিয়া হাতযোৰ কৰি ক'লে—"এই ঠাইত আছে বুলি নজনাৰ বাবেহে ৰামচন্দ্ৰৰ ইয়ালৈ অহাটো পলম হৈছে ॥৭৯॥

"ৰাৱণে হৰণ কৰিছে বুলি আগতেই গম পোৱা হ'লে সি ক'ত সাৰিলহেঁতেন?" হনুমানৰ কথা শুনি সীতাই পুনৰ কলে—"তোমাৰ ৰূপ দেখিছোঁ ঘনচিৰিকাৰ দৰে ক্ষুদ্ৰ, তুমি কেনেকৈ বিয়াগোম ৰাক্ষসৰ লগত যুঁজিবা? ॥৮০॥

"তোমাৰ ৰূপ দেখিয়েই বাকীবোৰ কেনেকুৱা হব ভাবি মই আশ্চৰ্য্য হৈছোঁ।" এই কথা শুনি হনুমানে পৰ্বতৰ দৰে বিৰাট ৰূপ ধাৰণ কৰি সীতাৰ সম্মুখত থিয় হ'ল ॥ ৮১ ॥

হনুমানৰ প্ৰকাণ্ড ৰূপ দেখা পাই সীতাই আনন্দ মনেৰে তেওঁক যাবলৈ অনুমতি দি কলে—"এতিয়া এই প্ৰকাণ্ড ৰূপ লুকুৱাই সোনকালে ইয়াৰপৰা গুচি যোৱা"। ॥৮২॥



হনুমানে বিনীতভাবে পুনৰ কলে—"চাৰিওফালে ইমান ফলমূল আছে কেইটামান পাৰিলে খালোহেঁতেন, কিন্তু আপোনাৰ আদেশ নোপোৱাকৈ কেনেকৈ খাম?" ॥৮৩॥

ফল খোৱাৰ অনুমতি পাই অতি ৰংমনেৰে হনুমানে ফলমূল খাই সীতাৰ চৰণত বিদায় লৈ কিছুদূৰ গৈয়েই ভাবিলে, খোৱাৰ আগতে কিছু কাম কৰি যোৱা ভাল হব। ॥৮৪॥

নিজৰ মনতে হনুমানে চিন্তা কৰিলে—যি দূতে গৰাকীৰ কাৰ্য্য মাত্ৰ সমাধা কৰে আৰু নিজ বুদ্ধিৰে একো নকৰাকৈ যায়, পৃথিৱীয়ে সেই দূতক অধম বুলিহে ক'ব। গতিকে মই ৰাৱণক লগ পাই যাব লাগিব।" ॥৮৫॥

এইদৰে চিন্তা কৰি উদ্যান নষ্ট কৰাৰ উদ্দেশ্যেৰে হনুমান উভতি আহিল। তেওঁ সীতা বহি থকা গছজোপাৰ বাহিৰে আন সকলোবোৰ গছ উভালি পেলালে আৰু উদ্যান ৰখীয়াক মাৰি পেলালে ॥৮৬॥

এইদৰে ধুনীয়া উদ্যানখন নষ্ট কৰা দেখি ৰাক্ষসীবোৰে সীতাৰ ওচৰলৈ আহি সুধিবলৈ ধৰিলে—"কোন এই বীৰ, কিয় ইয়ালৈ আহি উদ্যানখন নষ্ট কৰিছে?" ॥৮৭॥

ৰাক্ষসীৰ কথাৰ উত্তৰত সীতাই কলে—"মই ইমান বিপদৰ মাজত আছোঁ, এইজন ক'ৰ বীৰ কেনেকৈ জানিম? তোমালোকে নিজেই সুধি লোৱাঁ। ॥৮৮॥

এয়া ৰাক্ষসৰে মায়া হব পাৰে।" সীতাই এনেদৰে কোৱাত ৰাক্ষসীবোৰে বৰ ভয় খাই ৰাৱণক জনাবলৈ বুলি লৰি গ'ল আৰু কবলৈ ধৰিলে। ॥৮৯॥

"হে মহাৰাজ এটা অতি শক্তিশালী বান্দৰ আহি কিছু সময় সীতাৰ লগত কথা পতাৰ পাছত উদ্যানত সোমাই গছবোৰ উভালি পেলাইছে আৰু ৰখীয়াৰ ঘৰকে ধৰি অন্যান্য ধুনীয়া ঘৰবোৰ ভাঙি পেলাইছে"। ॥৯০॥

এই কথা শুনি ৰাৱণে তৎক্ষণাত এক লাখ সৈন্য পঠাই বান্দৰটো ধৰি আনিবলৈ আদেশ দিলে। সৈন্যবোৰ দেখি হনুমানে ভয়ঙ্কৰ ভাৱে গৰ্জন কৰি উঠিল। ॥৯১॥

এনে গৰ্জন শুনি ৰাক্ষস সেনাই বিবুদ্ধি হৈ অস্ত্ৰশস্ত্ৰ এৰি দিলে। তেতিয়া হনুমানে সকলোবোৰক মাথি মৰাদি লোহাৰ খুঁটা এটাৰে মৰিয়াই মাৰি পেলালে। এই খবৰ পোৱাৰ পিছত ৰাৱণে ক্ষুব্ধ হৈ আৰু এটা সৈন্যদল পঠালে। ॥৯২॥

পাঁচজন সেনাপতিৰে সেই ডাঙৰ সৈন্যদলকো হনুমানে নিঃশেষ কৰিলে। পুনৰ মন্ত্ৰীৰ পুতেক সাতজনে আৰু এটা ডাঙৰ সৈন্যদল লৈ আহিল। সিহঁতকো লোহাৰ খুটাৰে (হনুমানে) কোবাই মাৰিলে। ॥৯৩॥

সাতজন মন্ত্ৰীপুত্ৰ শেষ হোৱাৰ পাছত ৰাৱণৰ সৰুপুত্ৰ অক্ষয় কুমাৰ নিজে যুঁজ কৰিবলৈ আহিল। হনুমানে ডাঙৰ সৈন্যদলৰ সৈতে অক্ষয় কুমাৰকো পখিলা মৰাদি লৌহ দণ্ডেৰে কোবাই নিমিষতে মাৰি পেলালে। ॥৯৪॥

প্ৰথমে অক্ষয় কুমাৰক মাৰিলে। বাকী সৈন্যবোৰ নিজেই চগা জুইত পৰি মৰাৰ দৰে মৰিল। এইদৰে সকলো



ৰাক্ষসক মাৰি হাতত লৌহ স্তম্ভ লৈ (হনুমান) অন্য বীৰৰ বাবে বাট চাই থাকিল। ॥৯৫॥

সৈন্যবোৰৰ সৈতে অতি মৰমৰ সৰু পুতেকৰ মৃত্যুৰ বতৰা পাই ৰাৱণ মৰ্মাহত হ'ল আৰু নিজেই গৈ হনুমানক বধ কৰিম বুলি সংকল্প কৰিলে। ॥৯৬॥

ৰাৱণে ইন্দ্ৰজিতক কলে—'হয় তাক বধ কৰিম নহয় বান্ধি তোৰ ওচৰলৈ লৈ আনিম।' তেতিয়া ইন্দ্ৰজিতে হাতযোৰ কৰি মিনতি কৰি ক'লে—"মই থাকোঁতে আপুনি কিয় যাব লাগে? ময়েই তাক ইয়ালৈ বান্ধি লৈ আহিম" ॥ ৯৭ ॥

এনেকৈ কৈ কিছু সৈন্য লগত লৈ তেওঁ হনুমানৰ ওচৰলৈ আহিল। হনুমানে (ইন্দ্ৰজিতক) দেখি প্ৰচণ্ড গৰ্জন কৰি লৌহ স্তম্ভ হাতত লৈ আকাশলৈ জাপ মাৰিলে ॥৯৮॥

আৰু গৰুড়ৰ দৰে মাজ আকাশত ঘূৰিবলৈ ধৰিলে। ইন্দ্ৰজিতে প্ৰথমতে পাঁচ পাট বাণ দ্বিতীয় বাৰ আঠপাট বাণ মাৰি হনুমান মৰিল বুলি আনন্দত গৰজি উঠিল ; কিন্তু ঘোঁৰা সাৰথি সকলোকে চুৰ্ণ-বিচুৰ্ণ কৰি হনুমানে পুনৰ আকাশলৈ জাঁপ মাৰিলে ॥৯৯॥

ইন্দ্ৰজিৎ বেলেগ এখন ৰথত উঠিল। তেওঁ ব্ৰহ্মপাশ প্ৰয়োগ কৰি হনুমানক বান্ধি পেলালে। আৰু বান্ধোনত পৰা হনুমানক লগত লৈ ৰাজ-দৰবাৰলৈ যাত্ৰা কৰিলে। তাকে দেখি নগৰ বাসী অতি আনন্দিত হ'ল ॥৮১ ॥

যি ৰামচন্দ্ৰৰ চৰণ বন্দনা কৰিলে অজ্ঞানতাৰ বান্ধ নাশ হৈ বৈকুণ্ঠ লাভ কৰিব পাৰি; তেনে ৰামৰ ভক্তক ব্ৰহ্মপাশেৰে

বান্ধি ৰখা সম্ভৱ নাছিল। কিন্তু ৰাৱণক লগ পাই যোৱাৰ ইচ্ছা কৰিয়েই হনুমান বন্ধনত পৰিল ॥১০১॥

ইন্দ্ৰজিতে হনুমানক বান্ধি লৈ যাওঁতে বাটত নগৰবাসীয়ে তেওঁৰ ওপৰত কিল-ভুকু বৰ্ষণ কৰি পূৰ্ব্বৰ খঙৰ পোতক তুলি-বলৈ ধৰিলে। হনুমানে কুন্‌কুনী মাখিয়ে খং কৰিছে বুলি ভাবি (সেই সকলো) সহ্য কৰি থাকিল ॥১০২॥

ব্ৰহ্মাৰ বাক্য সত্য কৰি তেওঁ প্ৰথমে বান্ধোনত সোমাই পৰিল; বান্ধোনৰ মুক্ত প্ৰতিক্ৰিয়া নাইকিয়া কৰি দিয়াৰ পাছতো ওলাই নাহি ৰাৱণক লগ পাবলৈ গ'ল! ॥১০৩॥

ৰাৱণ মন্ত্ৰীসকলৰ সৈতে ৰাজসভাত বহি আছিল। ইন্দ্ৰজিতে হনুমানক তালৈকে লৈ গ'ল আৰু ক'লে—এই অতি দৰিদ্ৰ বান্দৰে বহু সৈন্য নাশ কৰিলে। ই হত্যাকাৰী ॥১০৪॥

"এতিয়া ইয়াক কি কৰিব লাগিব মন্ত্ৰীসকলৰ লগত পৰামৰ্শ কৰি সিদ্ধান্ত লওক। ইন্দ্ৰজিতৰ কথা শুনি ৰাৱণে হনুমানলৈ চালে আৰু প্ৰহৰীক ই কিয় ইয়ালৈ আহিছিল' সেই কথা সুধিবলৈ আদেশ দি কলে ॥১০৫॥

"কিয় ই মোক মাখি হেন জ্ঞান কৰি মোৰ শ্ৰেষ্ঠ বীৰসকলক নাশ কৰিলে? মোৰ আটাইতকৈ মনোমোহা সুন্দৰ উদ্যান কিয় নষ্ট কৰিলে, সেই কথা সোধা"। প্ৰহৰীয়ে হনুমানৰ সন্মুখলৈ গৈ এই প্ৰশ্নবোৰ সুধিবলৈ ধৰিলে ॥১০৬॥

হনুমানে নিৰ্ভয়ে ৰাৱণলৈ চাই ক'লে, "যিজনৰ ভাৰ্য্যা হৰণ কৰি তই লৈ আহিছ, সেইজন জগৎপতি ৰামচন্দ্ৰৰ মই এজন



দাস তোক উপদেশ দি কৈছোঁ, তই এই কুবুদ্ধি ত্যাগ কৰ ॥১০৭॥

"লক্ষ্মণৰ সৈতে ৰাম মঞ্জু পৰ্বতলৈ আহি সুগ্ৰীৱৰ লগত মিত্ৰতা স্থাপন কৰিছে। বালীক বধ কৰি সুগ্ৰীৱক ৰাজপাট দি সীতাক বিচাৰিবলৈ চৌদিশে বীৰসকলক পঠাইছে ॥১০৮॥

"মই ৰামৰ আদেশ শিৰত লৈ অহা বীৰসকলৰে এজন। ৰামৰ দূত হোৱাৰ বাবে সীতাৰ দৰ্শন পালোঁ। বান্দৰ হোৱাৰ বাবে তোৰ উদ্যানৰ গছবোৰ উভালি খাস্তাং কৰিলোঁ; মোক মাৰিবলৈ যিবোৰ আহিছিল সিহঁতক মাৰি পেলালোঁ ॥১০৯॥

ইন্দ্ৰজিতে মোক বান্ধি তোৰ ওচৰলৈ লৈ আহিছে; মই কিন্তু বন্ধনত আছোঁ বুলি নাভাবিবি, মুকলি হৈয়ে আছো। তোক কিছু উপদেশ দিব খুজিছোঁ, শুন ॥১১০॥

"সকলো কথা বিবেচনা কৰি তই এই ৰাক্ষসী বুদ্ধি পৰিত্যাগ কৰ; মই তোৰ হিতৰ বাবে কৈছোঁ। তই ব্ৰাহ্মণ সন্তান, ঋষি পুলস্ত্যৰ নাতিয়েক। গতিকে কেনেকৈ ৰাক্ষস হলি? ॥১১১॥

"যদি তই নিজকে আত্মা বুলি ভাবিছ, তেন্তে আত্মাৰ স্বৰূপ নাই বুলি জানিবি; আত্মাৰ জাতিবৰ্ণ কেনেকৈ থাকিব পাৰে? গতিকে নিজকে আত্মাৰূপ ভাবি আনন্দত কটাবৰ উপায় কৰ। ॥ ১১২ ॥

"এই পৃথিৱীৰ প্ৰপঞ্চসমূহ সপোনৰ দৰে অলীক। যি দৰে শুই থকা সময়ত সপোন সঁচা যেন লাগে, সাৰ পালেই হেৰাই যায়, তেনেদৰেই অজ্ঞান ৰূপ টোপনিত ভোল গলে

জগতৰ নানাৰূপ দেখা যায় ; কিন্তু জ্ঞান লাভ হলে ত্ৰিভুবনত এটা শাশ্বত আত্মাহে মাথো দৃশ্যমান হয়। ॥ ১১৩ ॥

"আত্মাহে কেৱল সত্য ; এই দেহ মিছা বুলি জানিবি। জল আদিৰে গঠিত পৃথিৱী মিথ্যা বুলি জানিবি। এই সংসাৰ-সাগৰ পাৰ কৰাওঁতাজন হ'ল স্বয়ং বিষ্ণু আৰু বিষ্ণুৱেই ৰাম। গতিকে তেওঁৰ শৰণ ল ॥ ১১৪ ॥

"এই মূৰ্খ বুদ্ধি ত্যাগ কৰি সীতাৰ চৰণত পৰগৈ। চৰণত পৰিলে ৰাম সন্তুষ্ট হব। ৰামক ভক্তি নকৰিলে কেনেকৈ তোৰ মুক্তি সম্ভৱ হব ? পুনৰ তই এই জন্ম মৃত্যুৰ পাকচক্ৰত ঘূৰি ফুৰিব লাগিব। ॥ ১ ৫ ॥

এই কথা ভালকৈ বুজি লৈ ৰাম-সীতাৰ শৰণ লৈ নিজকে নৰকৰপৰা পৰিত্ৰান কৰ। ৰাম-সীতাৰ লগত বিৰোধ কৰি থাকিলে নৰকত বিনে তোৰ আন গতি নাই বুলি জানিবি" ॥১১৬ ॥

হনুমানৰ এনে বচন শুনি ৰাৱণৰ ভীষণ খং উঠিল ; চকু ৰঙা কৰি সভাৰ মাজতে তেওঁ চিঞৰি উঠিল—"মোলৈ অলপো ভয় নকৰি এনে কথা কোৱাৰ দুঃসাহস তই ক'ত পালি ? ৰাম-লক্ষ্মণ দুয়োকে মই অতি হেলাৰঙ্গে মাৰিব পাৰিম। ॥ ১১৭ ॥

"তোক আৰু তোৰ সুগ্ৰীৱকতো মাৰিমেই। ৰাম-লক্ষণ-লৈ মই কিহৰ বাবে ভয় কৰিম ? তোৰ বান্দৰ সৈন্যবোৰকো মই শেষ কৰি দিম।" ৰাৱণৰ এনে কথা শুনি হনুমানে ক'লে—॥ ১১৮ ॥



"তই কিয় এনেদৰে অহঙ্কাৰ কৰিছ ? প্ৰভুৰ কথাটো বাদেই, তই মোকেই বলে নোৱাৰিবি। তোৰ নিচিনা কোটি ৰাৱণক মই শেষ কৰিব পাৰোঁ। আজি প্ৰভুৰ আদেশ নথকাৰ বাবেহে একো নকৰাকৈ আছোঁ"। ॥ ১১৯ ॥

হনুমানৰ কথা সঁচা হলেও ৰাৱণৰ সেই কথা শুনি বৰ খং উঠিল। তেওঁ হনুমানক কাটি টুকুৰা-টুকুৰ কৰিবলৈ আদেশ দিলে। ওচৰতে থকা বীৰ সৈন্য এজনে আদেশ পাই তৰোৱাল লৈ সাজু হ'ল। ॥ ১২০ ॥

তেতিয়া বিভীষণে হাতযোৰ কৰি আগবাঢ়ি আহি ক'লে—"মহাৰাজ, এওঁ এজন দূতহে। এওঁকেই যদি মাৰি পেলায়, আপোনাৰ কথাবোৰ ৰামক গৈ কোনে কব ? কথাবোৰ ৰামৰ কাণত পৰিলেহে তেওঁলোক যুদ্ধ কৰিবলৈ আহিব পাৰিব। গতিকে মাৰি নেপেলাই কিবা এটা চিন দি এওঁক পঠোৱাৰ ব্যৱস্থা কৰক।" ॥ ১২১ ॥

বিভীষণে ঠিক কথা কৈছে' বুলি ভাবি ৰাৱণে কাপোৰত তেল আৰু ঘিঁউ সানি হনুমানৰ নেগুৰত বান্ধিবলৈ আদেশ দি কলে, "ইয়াৰ নেগুৰত জুই লগাই দি গোটেই নগৰখন ঘূৰাই এৰি দিবা। ॥ ১২২ ॥

"খৰা নেজ লৈ ই ঘূৰি যাওক, নেজ পুৰি শেষ নোহোৱালৈকে ইয়াক যেন এৰি নিদিয়া।" আদেশ মতে নেজত কাপোৰ মেৰিয়াই জুই লগাই দিয়া হ'ল। ॥ ১২৩ ॥

তাৰ পাছত হনুমানক বান্ধি লৈ ৰাক্ষসবোৰে 'ই চোৰ' বুলি কৈ গোটেই নগৰ ঘূৰাবলৈ ধৰিলে। হনুমানেও মনে

মনে সকলো সহ্য কৰি গৈ থাকিল। কিন্তু নগৰৰ পশ্চিম দুৱাৰৰ ওচৰ পোৱাৰ পাছত হঠাতে হনুমানে সূক্ষ্মৰূপ ধাৰণ কৰিলে। ॥ ১২৪ ॥

লগে লগে তেওঁ বান্ধোনৰ পৰা সুলকি পৰিল। তাৰ পাছত পৰ্বত-সমান ডাঙৰ ৰূপ ধাৰণ কৰি লোহাৰ স্তম্ভ এটি দাঙি লৈ বহুতো ৰাক্ষস মাৰি পেলালে আৰু জ্বলি থকা নেজেৰে ঘৰবোৰৰ ওপৰত জপিয়াই গোটেই নগৰখনতে জুই জ্বলাই দিলে। ॥ ১২৫ ॥

নগৰৰ গোটেই ঘৰবোৰ জ্বলি যোৱাৰ ফলত বাট-পথবোৰ বন্ধ হৈ গ'ল আৰু বহুতো ৰাক্ষস জুইত পুৰি মৰিল। কেৱল বিভীষণৰ ঘৰটোহে নোপোৰাকৈ থাকিল। ॥ ১২৪ ॥

তাৰ পাছত হনুমানে নেজৰ জুই নুমাবৰ উদ্দেশ্যে সাগৰত জাপ মাৰিলে। অগ্নিয়ে মিত্ৰ-পুত্ৰ বুলি তেওঁক নুপুৰিলে; সীতায়ো প্ৰাৰ্থনা কৰাৰ ফলত নেজ অকণো নোপোৰাকৈ থাকিল। ॥ ১২৭ ॥

যি ৰামৰ নাম মাত্ৰ স্মৰণ কৰিলে শাৰীৰিক, অধ্যাত্মিক সকলো দুখ বিনষ্ট হয়, সেই ৰামৰ দূত হনুমানৰ নেজ ক'ত পুৰিব পাৰে? ১২৮ ॥

উভতি যোৱাৰ উদ্দেশ্যেৰে হনুমান সীতাৰ ওচৰলৈ গ'ল আৰু আনন্দ মনেৰে বিদায় দিবৰ বাবে অনুৰোধ কৰি কলে— 'ৰঘুনাথ অতি শীঘ্ৰে নিশ্চয় আহিব।' ৰামৰ নাম শুনা মাত্ৰেই শোকাকুল হৈ সীতাই ক'বলৈ ধৰিলে— ॥ ১২৯ ॥

'তুমি থকা সময়খিনিত ৰামৰ নাম মাজে সময়ে শুনিবলৈ পাই মই আনন্দিত হৈছিলোঁ। এতিয়া তোমাক বিদায় দিয়াৰ পাছত এই বেদনা লৈ মই কেনেকৈ জীয়াই থাকিম?" ॥১৩০॥



সীতাৰ এনে বচন শুনি হাতযোৰ কৰি হনুমানে ক'লে— "আপুনি শোক কৰিবলৈ এৰক। আপোনাৰ আদেশ পালে মই এতিয়াই আপোনাক কঢ়িয়াই নি ৰামৰ চৰণত উপস্থিত কৰিব পাৰিম" ॥১৩১॥

হনুমানৰ কথাৰ উত্তৰত সীতাই ক'লে "মই নাযাওঁ। তুমিয়েই গৈ ৰঘুনাথক সকলো কথা কৈ তেওঁক অতি শীঘ্ৰে লৈ আহিবা। এই দুষ্টক ৰামে নিজে বধ কৰি মোক লৈ গলেহে তেওঁৰ কীৰ্তি চাৰিওফালে বিয়পি পৰিব" ॥১৩২॥

সীতাৰ আদেশ পাই হনুমানে তেওঁক তিনিবাৰ প্ৰদক্ষিণ কৰি প্ৰণাম কৰিলে। তাৰ পাছত পৰ্বতৰ ওপৰত উঠি পৰ্বতৰ দৰে বিশাল ৰূপ ধাৰণ কৰি ভয়ঙ্কৰ শব্দ কৰি আকাশ মাৰ্গেৰে গতি কৰিলে ॥১৩৩॥

অঙ্গদ আদি বীৰসকলে সেই শব্দ শুনি নিজৰ মাজতে কথা পাতিবলৈ ধৰিলে—'শব্দ শুনিয়েই গম পাইছোঁ, হনুমানে সীতাক লগ পাই আহিছে।" কথা পাতি থাকোঁতেই হনুমান তেওঁলোকৰ আগত উপস্থিত হ'লহি ॥১৩৪॥

হনুমানে সকলো কথা বিৱৰি কোৱাত বান্দৰ বীৰসকল অতিশয় আনন্দিত হ'ল আৰু তেওঁলোকে হনুমানৰ নেজত ধৰি চুমা খাবলৈ ধৰিলে। কিছুমানে আনন্দত নাচিবলৈ ধৰিলে। ওচৰতে সুগ্ৰীৱৰ মধুবন দেখি আৰু উৎফুল্লিত হ'ল ॥১৩৫॥

আৰু মধুবনৰ ফলমূল খোৱাৰ বাবে অঙ্গদৰ অনুমতি বিচাৰিলে। অঙ্গদৰ অনুমতি পাই সকলো মধুবনত সোমাই গ'ল। ৰখীয়া বান্দৰে তেওঁলোকৰ পথৰোধ কৰিলে॥১৩৬॥

পথৰোধ কৰা ৰখীয়াবোৰক লঠিয়াই বাগৰাই সকলোৱে মনৰ আনন্দত মধুৰস পান কৰিলে। দধিবক্র নামৰ বান্দৰে মধুবন লুটি খোৱাৰ বতৰা সুগ্ৰীৱক দিলেগৈ; কিন্তু এনে বতৰা পায়ো সুগ্ৰীৱ অকনো ক্রোধান্বিত নহ'ল॥১৩৭॥

বৰং সুগ্ৰীৱে ক'লে "ইহঁতে সীতাক নিশ্চয় লগ পাই আহিছে: নহলে মধুবন লুট নকৰিলেহেঁতেন। "সীতাৰ নাম উল্লেখ কৰা শুনি ৰামচন্দ্ৰই 'কি হৈছে' বুলি প্ৰশ্ন কৰাত সুগ্ৰীৱে ক'লে — ॥১৩৮॥

"হে প্ৰভু, মোৰ মধুবন বুলি এখন বৰ ধুনীয়া ফলমূলৰ বাৰী আছে। হনুমান আদি বীৰসকলে বলপূৰ্বক তাত সোমাই ফলমূল, মধু আদি খাইছে। ৰখীয়াসকলকো মাৰপিট কৰিছে বুলি গোচৰ পাইছোঁ ১৩৯॥

"মই কৈছোঁ প্ৰভু, তেওঁলোকে নিশ্চয় সীতাদেৱীক লগ পাই আহিছে; সেয়েহে আনন্দত মধুবন লুট কৰিছে আৰু ৰখীয়াই বাধা দিয়াত মাৰপিট কৰিছে।" এনেকৈ ৰামক কথাটো জনাই সুগ্ৰীৱে ৰখীয়াক আদেশ দিলে—"তেওঁলোকক সোনকালে ইয়ালৈ পঠাই দিয়াগৈ ॥১৪০॥

"মই অভয় দিছোঁ, হনুমান আদি সকলো সোনকালে ইয়ালৈ আহক।" তেতিয়া সুগ্ৰীৱৰ মোমায়েক দধিমুখে তৎক্ষণাত এই বতৰা হনুমানক দিলেগৈ। হনুমান লৰালৰিকৈ ৰামৰ ওচৰলৈ আহিল॥১৪১॥



ৰাম আৰু সুগ্ৰীৱক মাটিত পৰি সেৱা জনাই হনুমানে গোটেইবোৰ ঘটনাৰ বিস্তাৰিত বিৱৰণ দি ক'লে, "মই সুক্ষ্মৰূপ ধাৰণ কৰি লঙ্কাপুৰীত সীতাদেৱীক লগ পাই আহিলোঁ ॥১৪২॥

"পাতৰ আঁৰত লুকাই সীতাৰ সন্মুখলৈ গলোঁ। অনাহাৰত দুৰ্বলা আৰু আপোনাৰপৰা দূৰত থকাৰ দুখত বিহ্বলা হৈ তেওঁক নিৰন্তৰ কান্দি থকা দেখা পালোঁ ॥ ১৪৩ ॥

'মনৰ দুখত অশোক বনত থকা শিশু গছজোপাত চিপ লৈ মৰিব খোজোঁতেই মই আপোনাৰ গুণানুকীৰ্ত্তন কৰিবলৈ আৰম্ভ কৰিলোঁ। তাকে শুনি তেওঁ 'লুকাই কথা কওঁতাজন নো কোন? ওলাই আহাঁ' বুলি কলে॥১৪৪॥

"জননীৰ আদেশ শুনি মই বান্দৰৰ ৰূপ ধৰি তেওঁৰ সন্মুখত উপস্থিত হলোঁ। মোৰ পৰিচয় সোধাত মই সকলো বৃত্তান্ত কৈ আপোনাৰ আঙঠিটো দিলোঁ। তেতিয়া মোৰ কথাত বিশ্বাস জন্মাত তেওঁ চকুপানী টুকিবলৈ ধৰিলে॥১৪৫॥

নিজৰ দুখ বিপত্তিৰ কথা বিৱৰি জননী সীতাই কলে অশোক বনত মোৰ দিনৰ ভোক আৰু ৰাতিৰ নিদ্রা হেৰাই গৈছে। মই ৰঘুনাথ সোনকালে আহিব বুলি প্ৰবোধ দিলোঁ॥১৪৬॥

"কথা-বতৰা শেষ হোৱাৰ পাছত মই তেওঁৰপৰা আপোনাক দিবৰ বাবে চিন এটা খুজিলোঁ; তেওঁ নিজৰ শিৰৰ চূড়ামণি খুলি দিলে আৰু (চিত্ৰকূটত ঘটা) কাউৰীৰ ঘটনাটো ক'লে॥১৪৭॥

"নাজানি লক্ষ্মণক বহু কটু কথা কলো, লক্ষ্মণে যেন বেয়া ভাব মনত নাৰাখে" বুলিও ক'লে। তাৰ পাছত হাতযোৰ কৰি তেওঁৰপৰা বিদায় ললোঁ ॥১৪৮॥

"জননীৰপৰা বিদায় লৈ ঘূৰি আহোঁতে ৰাৱণক লগ পাই কিছু জ্ঞান দিয়াৰ ইচ্ছা মনত জাগিল। সেই উদ্দেশ্যে অশোকবন ধ্বংস কৰি কিছুমান বীৰক বধ কৰিলোঁ ॥১৪৯॥

"ৰাৱণৰ সৰু পুত্ৰ অক্ষয় কুমাৰক বধ কৰি ৰাৱণ থকা ঠাইলৈ গলোঁ। তাক কিছু উপদেশ দিলোঁ। কিন্তু সি নুশুনিলে। বক্‌বকাই সি বহুকথা ক'লে। মই তাক মাথিহেন জ্ঞান কৰি তাৰ চকুৰ আগতে লঙ্কাপুৰী জ্বলাই ছাৰখাৰ কৰি দিলোঁ ॥১৫০॥

"এইখিনি কাম শেষ কৰি মই আপোনাৰ ওচৰলৈ আহিছোঁ।" বুলি কৈ সেৱক হনুমান মনেমনে থিয় হৈ থাকিল। শ্ৰীৰামে হনুমানক কোলাত তুলি ললে আৰু "তোমাক মোৰ সৰ্বস্ব দিম' বুলি ক'লে ॥১৫১॥

"মই কোলাত লোৱাৰ পিছত আন একো পাবলৈ বাকী নাথাকে" বুলি ৰামে কোৱাত ভক্তিৰসত আপ্লুত হৈ হনুমানৰ আনন্দাশ্ৰু ব'বলৈ ধৰিলে ॥১৫২॥

ধন্য হনুমান ; তেওঁৰ দৰে হৰিভক্ত আৰু অন্য কোনো নাই। ভক্তিৰ কাৰণেই তেওঁ হৰিৰ চৰণত স্থান পালে আৰু পৃথিৱীত প্ৰশংসা লাভ কৰিলে ॥১৫৩॥

এখিলা মাত্ৰ তুলসী পাত অৰ্পণ কৰি পূজা কৰা জনো ৰামৰ কৃপাত ভৱসংসাৰ পাৰ হ'ব পাৰে। সেই ৰামৰ দূত হনুমানৰ বৰ্ণনা কৰিবলৈ আমাৰ সাধ্য ক'ত ? ॥১৫৪॥

( ইতি শ্ৰী সুন্দৰ কাণ্ড সমাপ্ত )

# যুদ্ধ কাণ্ড

সমগ্ৰ লঙ্কাপুৰী জ্বলাই ছাৰখাৰ কৰি সহজে সাগৰ পাৰ হৈ আহি সীতাৰ বাতৰি দিলত ৰামচন্দ্ৰই হনুমানক অতি প্ৰসংসা কৰিলে ॥ ১ ॥

ৰামচন্দ্ৰই ক'লে —"অকলে অকলে ইমান ডাঙৰ সাগৰ পাৰ হৈ গৈ লঙ্কা ভস্ম কৰি ৰাৱণৰ দৰে বীৰ এজনৰ দৰ্প চূৰ্ণ কৰি হনুমানে বৰ ডাঙৰ কাম কৰিলে। অন্য কোনে এনে কাম কৰিব পাৰিব ? ইন্দ্ৰাদি দেৱতাসকলেও এওঁক ভয় কৰিব ॥ ২ ॥

"সুগ্ৰীৱৰ মন্ত্ৰীসকলৰ ভিতৰত হনুমানৰ সমান বীৰ কোনো নাই আৰু নহবও। ৰাৱণৰ পুত্ৰক বধ কৰিও তেওঁৰ সন্মুখলৈ গৈ সেৱকে কৰিব লগীয়া সকলো কাৰ্য্য (হনুমানে) সম্পূৰ্ণ কৰিলে। সীতাৰ বাতৰি লৈ আমাৰ মনৰ তাপো নাইকিয়া কৰিলে ॥ ৩ ॥

"হনুমান প্ৰকৃততে বীৰ ; কাৰণ তেওঁ বিশাল সাগৰ জাপ মাৰি পাৰ হ'ল। মই কেনেকৈ সাগৰ পাৰ হৈ লঙ্কালৈ যাম, এই কথা ভাৱি আতংকিত হৈছোঁ ; কাৰণ সাগৰখন বৰ গভীৰ আৰু নানা জলচৰ প্ৰাণীৰে পৰিপূৰ্ণ ॥ ৪ ॥

"কেনেকৈ সৈন্যদলক সাগৰ পাৰ কৰিব পাৰিম, কেনেকৈ ৰাৱণক বধ কৰি মোৰ প্ৰিয়াক উদ্ধাৰ কৰিব পাৰিম, এইটোৰেই এতিয়া মোৰ ডাঙৰ চিন্তা হৈছে।" ৰামৰ এনে

কথা শুনি সুগ্ৰীৱে আগবাঢ়ি আহি ক'লে, "ৰঘুপতি, চিন্তা কৰি কি হব ?" ॥ ৫ ॥

"বান্দৰৰ এই সৈন্যদল বৰ বিৰাট আৰু শক্তিশালী। ই পৰাক্ৰমেৰে যুদ্ধ কৰিব। জুইত সোমাব লগা হলেও কঁকালত টঙালি বান্ধি সোমাব পাৰিব। সাগৰ পাৰ হোৱাৰ উপায় মাত্ৰ হওক, এই দলটোৱে তালৈ গৈ ৰাৱণক বধ কৰিবলৈ অলপো সময় নালাগিব ॥৬॥

"মোৰ মনত দৃঢ় বিশ্বাস আছে যে, এই ত্ৰিভুবনত আপোনাৰ সম্মুখলৈ আহি যুঁজিব পৰা বীৰ কোনো নাই। আমাৰ নিশ্চিত জয়ৰ লক্ষণ ভালদৰে দেখা গৈছে। ৰাক্ষসবোৰক আমি মাখি মৰাদি মাৰি পেলাব পাৰিম" ॥ ৭ ॥

সুগ্ৰীৱৰ কথা শুনি ৰামে ক'লে "এতিয়া লঙ্কাৰ চাৰিওফালৰ বিৱৰণ কোৱাঁ, সাগৰ পাৰ হোৱাৰ উপায় চিন্তা কৰা যাব। এতিয়া বিৱেচনা কৰাৰ সময়; সকলো জানি বুজি ল'লেহে জয়ী হব পৰা যাব" ॥ ৮ ॥

ৰামৰ এনে বচন শুনি হনুমানে ভক্তিপূৰ্ণ অঞ্জলি শিৰত লগাই মূৰ দোঁৱাই আগবাঢ়ি ক'লে—"হে জগতপতি ৰঘুপতি, লঙ্কাপুৰী অতি সুন্দৰ। যেয়ে এবাৰ দেখে তেওঁৰ মন জুৰ পৰি যায় ॥ ৯ ॥

"ত্ৰিকূট পৰ্ব্বতৰ ওপৰত ই অৱস্থিত। চাৰিওফালে সোণৰ দেৱাল আছে। ঘৰৰ খুটাবোৰত মণি খটোৱা আছে। সাগৰখনেই হ'ল লঙ্কাৰ এটা গড়খাৱৈ স্বৰূপ। শত্ৰু যাতে আহিব নোৱাৰে তাৰ কাৰণে দেৱালৰ কাষে কাষে আৰু এটা গড়খাৱৈ খন্দা আছে ॥১০॥



"তাৰ ঘৰ আৰু গলিবোৰত সোণৰ মণি খটোৱাৰ কাৰণে দেখিবলৈ আৰু ধুনীয়া হৈছে। মই ঘূৰি ঘূৰি তাৰ সৰোবৰ আৰু ফুলনিবোৰ চালোঁ। সহজে তাত সোমাবলৈ কোনেও সুবিধা কৰিব নোৱাৰিব ॥ ১১ ॥

নগৰৰ দুৱাৰ চাৰিওখনৰ ভিতৰলৈ সোমাব খোজা যি-কোনো লোকৰ লগত যুঁজ কৰি মৰিবলৈ সাজু হৈ থকা বীৰ সৈন্যদল একোটাকৈ সাজু হৈ থাকে। পুব ফালৰ দুৱাৰত অতি শক্তিশালী প্ৰহৰীয়ে ৰাক্ষস, হাতী, ঘোঁৰা আদিৰ সৈতে থিয় হৈ পহৰা দি আছে। ॥ ১২ ॥

"প্ৰতিখন দুৱাৰত এনেকৈ পহৰাৰ ব্যৱস্থা আছে যে মুঠ সৈন্য কিমান আছে তাৰ লেখ পোৱা সম্ভৱ নহয়। এনেকুৱা শক্তিশালী সৈন্য আছে যদিও মই তাৰে এক চতুৰ্থাংশ ধ্বংস কৰিছোঁ। লঙ্কা নগৰীকো জ্বলাই ছাই কৰি শত্ৰুৰ দৰ্প চূৰ্ণ কৰি আহিছোঁ ॥ ১৩ ॥

"ইয়াত পলম কৰাৰ কি প্ৰয়োজন ? ব'লক প্ৰভু, সাগৰৰ পাৰলৈকে যাওঁ। সাগৰ পাৰ হব লাগিব যেতিয়া তাতো কিছু সময় লাগিব।" হনুমানৰ এনে অনুৰোধ শুনি ৰামে সুগ্ৰীৱক নিৰ্দেশ দি ক'লে— ॥ ১৪ ॥

"সখা সুগ্ৰীৱ, এতিয়াই বিজয়ৰ ক্ষণ পৰিছে। এই শুভ মুহূৰ্ত্ত অথলে যাবলৈ দিয়া উচিত নহয়। এনে ক্ষণত সৈন্যদলে কাম আৰম্ভ কৰিলে নিশ্চয় বিজয়ী হব। মোৰ দক্ষিণ অঙ্গ লৰিবলৈ আৰম্ভ কৰিছে ॥ ১৫ ॥

"আমি ৰাৱণক সবংশে নাশ কৰি সীতাক উদ্ধাৰ কৰি লৈ আহিম। বান্দৰ সৈন্যই লঙ্কাৰ অভিমুখে যাত্ৰা আৰম্ভ কৰক। লক্ষ্মণ অঙ্গদৰ কান্ধত উঠক, মই আৰু সুগ্ৰীৱ হনুমানৰ কান্ধত উঠিম।" ৰামে সুগ্ৰীৱক এনেদৰে আদেশ দিলে ॥ ১৬ ॥

ৰাম আৰু সুগ্ৰীৱক হনুমানে কান্ধত তুলিলে, লক্ষ্মণক অঙ্গদে কান্ধত তুলি ললে আৰু সমগ্ৰ বান্দৰ সৈন্যই গৰ্জনেৰে পৃথিৱী কঁপাই খোজ কাঢ়িবলৈ ধৰিলে। ফল-মূলেৰেই যেতিয়া সকলো বীৰে আহাৰ কৰিব, সেই বাবে ৰচদ-পাতি লোৱাৰো প্ৰয়োজন নহ'ল ॥ ১৭ ॥

দিন-ৰাতি বিৰাম নোহোৱাকৈ সৈন্যদল আগবাঢ়ি গৈ বিন্ধ্যাচল পাৰ হ'ল; মলয়াচলো পাৰ হৈ ক্ষাৰ সমুদ্ৰৰ তীৰ পালেগৈ আৰু তাতেই প্ৰভুৱে ছাউনী পাতিলে। বান্দৰ সৈন্যেৰে সাগৰৰ পাৰ ভৰি পৰিল ॥১৮॥

বান্দৰ সৈন্যই সাগৰ পাৰ হোৱাৰ একো উপায় নেদেখি বৰ চিন্তিত হৈ ক'বলৈ ধৰিলে —"এই সাগৰ এতিয়া কেনেকৈ পাৰ হ'ম? সাগৰ পাৰ নোহোৱাকৈ খোজ কাঢ়ি লঙ্কালৈ যোৱা সম্ভৱ নহয় ॥১৯॥

"সাগৰ পাৰ হ'ব পাৰিলে, এতিয়াই সকলো ৰাক্ষসক বধ কৰিব পাৰিলোহেঁতেন।" নিজৰ মাজতে এনেকৈ আলোচনা কৰি বীৰসকল ৰামৰ কাষত গোট খালেহি। স্বয়ংজ্ঞান স্বৰূপ হৈয়ো ৰামচন্দ্ৰই সীতাক সুঁৱৰি বিলাপ কৰিবলৈ ধৰিলে ॥৫০॥

যি ৰামৰ নাম মাত্ৰ ললেই মানুহৰ সকলো দুখ, তাপ আঁতৰি যায়, স্বয়ং সেই ৰামচন্দ্ৰৰ মনত কাহানিও শোক বেদনা হ'ব



নোৱাৰে। কিন্তু সৎচিত ৰূপে, পৰিপূৰ্ণ, অদ্বিতীয় আত্মাস্বৰূপ ৰামে মানুহৰ দৰে লীলা কৰি সুখী আৰু দুখী হৈছে ॥২১॥

ইফালে হনুমানে জপিয়াই গৈ লঙ্কাত অগ্নি সংযোগ কৰা; পুত্ৰৰ সৈতে বীৰসকলক বধ কৰা আৰু সীতাক লগ পাই ঘূৰি যোৱাৰ বাতৰি পাই ৰাৱণ লজ্জিত আৰু মৰ্মাহত হ'ল ॥২২॥

তেতিয়াই সকলো বীৰক মাতি আনি তেওঁ মন্ত্ৰণাত বহিল আৰু চৌদিশে বহি থকা মন্ত্ৰীসকলক উদ্দেশ্য কৰি ক'লে, "হনুমান ইমান সহজে কেনেকৈ সাৰি যাব পাৰিলে ? ॥২৩॥

"এতিয়া তোমালোকৰ সকলোৱে মোৰ হিত চিন্তা কৰি পৰামৰ্শ দিয়া। সকলোকে উলঙ্ঘা কৰি সি নিজৰ কাম সিদ্ধি কৰি গুচি গ'ল। হনুমানৰ কাম দেখি মই নিজে লাজ পাইছোঁ"। ॥২৪॥

ৰাৱণৰ কথাই সকলোকে শেলে বিন্ধাদি বিন্ধিলে আৰু জগাই তুলিলে। বীৰসকলে আগ বাঢ়ি আহি সাহস দেখুৱাই ক'বলৈ ধৰিলে,—"আপুনি কিয় ৰামলৈ ভয় কৰিছে ? ৰামে কেনেকৈ সহজে লঙ্কা জয় কৰিব পাৰিব ? ॥২৫॥

"যাৰ ইন্দ্ৰজিতৰ দৰে পুত্ৰ আছে, সেইজনক কোনে জয় কৰিব পাৰে ? আপোনাৰ এজন পুতেকে ইন্দ্ৰকো জয় কৰা দেখি বাকী বীৰসকলৰ দৰ্প নিজে নিজেই চূৰ্ণ হৈছে ॥২৬॥

"দৈত্যৰ অধিপতি ময় দানৱেও নিজৰ জীয়েকক আপোনাৰ হাতত অৰ্পণ কৰিছে। বাকী কোনো বীৰ আপোনাৰ সমকক্ষ নহয়। তিনিও লোকত থকা সকলো বীৰ আপোনাৰ শৰণাগত ॥২৭॥

"হনুমানে ইয়াৰ কিছুমান বীৰক বধ কৰি লঙ্কাপুৰী পুৰি পেলোৱাৰ কাৰণ হ'ল আমি তাক সিনো কি কৰিব পাৰে বুলি ভাবি এৰি দিছিলোঁ। আকৌ তেনে হব বুলি ভাবি আপুনি কিয় চিন্তা কৰিছে ? ॥২৮॥

"বীৰসকলক দশোদিশে যাবলৈ এতিয়াই আদেশ দিয়ক ; তেওঁলোকে পৃথিৱীত যিমান বান্দৰ আছে সকলোকে মাৰি আপোনাৰ মনৰ দুখ মুহূৰ্ত্ততে মোচন কৰিব। ॥২৯॥

বীৰসকলে এনেদৰে গৰ্ব কৰি নিজ নিজ শক্তিৰ কথা কোৱা শুনি বীৰ কুম্ভকৰ্ণয়ো নিজৰ মত প্ৰকাশ কৰা ইচ্ছাৰে ক'লে ? "হে নাথ, তুমি এয়া কি কাৰ্য্য কৰিলা ? সীতাক হৰণ কৰি মহাভুল কৰিলা। এতিয়া তোমাৰ কি গতি হব ? ॥৩০॥

শ্ৰীৰামচন্দ্ৰই তোমাক সমুখত পোৱা হ'লে তেতিয়াই শৰ মাৰি বধ কৰিলেহেঁতেন। মনে মনে গৈ সীতাক হৰণ কৰিছা কাৰণেহে বাচি থাকিব পাৰিছা। তাৰ ফল নিশ্চয় পোৱা যাব। তেওঁ সবংশে তোমাক নাশ কৰিব ॥৩১॥

ৰাম হল চৌদ্ধ ভুৱনৰ গৰাকী, অনন্ত অনাদি জগদীশ্বৰ। তেওঁৰ পত্নী সীতা সাক্ষাৎ জগদম্বিকা লক্ষ্মী। তেওঁক হৰণ কৰি তুমি ৰাক্ষস কুল ধ্বংস কৰাৰ ব্যৱস্থা কৰিছা যে এইটো সঁচা কথা ॥৩২॥

"গতিকে তুমি গহিত কাম কৰিছা। কিন্তু তোমাৰ ভাই, পুত্ৰ আদি বীৰসকলৰ ওপৰত ভৰসা কৰি এই কাম কৰিছা যেতিয়া আমি সকলোৱে নিশ্চয় যুঁজ কৰিম। তুমি নিশ্চিন্ত হৈ থাকা, দুখ নকৰিবা" ॥৩৩॥



কুম্ভকৰ্ণ বীৰে এনেদৰে ৰামক পৰমেশ্বৰ বুলি গণ্য কৰি কোৱা কথাবোৰ শুনি ইন্দ্ৰজিতে উঠি ক'লে—"মোক আদেশ দিয়ক, এতিয়াই গৈ ৰামক অনায়াসে বধ কৰি উভতি আহিম" ॥৩৪॥

এনেকৈ বীৰসকলে মুখৰ তৰোৱাল চলাই বীৰত্ব প্ৰকাশ কৰি থকা সময়ত ৰামভক্ত বিভীষণ ওলালহি আৰু সকলোৰে কল্যাণ কামনা কৰি তেওঁ ক'বলৈ আৰম্ভ কৰিলে —॥৩৫॥

"সীতাক হৰণ কৰি শ্ৰীৰামৰ লগত কিয় বিৰোধ কৰিছা ? খৰ দুষণ, ত্ৰিশিৰা আদি বীৰসকলক যিজনে বধ কৰিছে, সেই ৰাম-চন্দ্ৰক কোনে জয় কৰিব পাৰিব ? ॥৩৬॥

"কুম্ভকৰ্ণ এজন ডাঙৰ বীৰ ; কিন্তু তেওঁৰো সাধ্য নাই। ইন্দ্ৰজিতে ৰামক মাৰি পেলাব বুলি দম্ভ দেখুৱাইছে যদিও সিও তেওঁৰ সমুখত তিষ্ঠিব নোৱাৰিব। সকলো ৰাক্ষস যেতিয়া নাশ হব তেতিয়াহে সকলোৱে গম পাব। ॥৩৭॥

"সীতাই দুষ্ট গ্ৰহৰূপে আহি সকলো ধ্বংস কৰাৰ উপক্ৰম কৰিছে। এনে বিপদৰ কথা কোনেও বুজিব পৰা নাই কিয় ? সকলোৰে জ্ঞান বুদ্ধিবোৰ কিয় লোপ পাইছে ? যদি জীয়াই থকাৰ ইচ্ছা আছে, তেন্তে ৰজাই ৰামৰ সমুখলৈ গৈ সীতাক সমৰ্পণ কৰক ॥৩৮॥

"শ্ৰীৰামচন্দ্ৰই সৈন্য লৈ ইয়ালৈ অহাৰ আগতে তেওঁৰ চৰণত পৰিলে প্ৰভুৱে নিশ্চয় দয়া কৰিব। গতিকে অতি শীঘ্ৰে সীতাক ওভতাই দিয়ক। সীতাক লঙ্কাত ৰাখি কাৰো শৰণ পশি আপুনি সাৰিব নোৱাৰিব"। ॥৩৯॥

'অমৃতৰ দৰে হিতকাৰী বিভীষণৰ কথাবোৰ ৰাৱণে নুশুনিলে, বৰঞ্চ তেওঁৰ খংহে উঠিল। তেওঁ ক'বলৈ ধৰিলে— আহক, ই মোৰ শত্ৰুৰ দৰে হ'ল, কিয়নো মোৰ শত্ৰু ৰামৰ প্ৰতিহে ইয়াৰ ভক্তি হৈছে। ॥৪০॥

জ্ঞাতিয়ে জ্ঞাতিৰ উন্নতি সহিব নোৱাৰে বুলি শুনিছিলোঁহে; ই আজি তাৰেই প্ৰমাণ দিছে। ই মোৰ ভাই নোহোৱা হলে এতিয়াই ইয়াক বধ কৰিলোঁহেঁতেন। ধিক্ ৰাক্ষস কুলৰ অধম। ॥৪১॥

"তই মোৰ ওচৰত থকাৰ যোগ্য নহয়। তই ৰাক্ষস কুলৰ অধম।" এনেকৈ ধিক্কাৰ দিয়া শুনি বিভীষণে ৰামৰ চৰণত মন সপি চাৰিজন মন্ত্ৰীৰে সৈতে আকাশ-মাৰ্গেদি গুচি যাবলৈ সাজু হৈ ক'লে—॥৪২॥

"মহাৰাজ, উচিত কথা ক'লোঁ; কিন্তু মোকেই শত্ৰু ভাবি ধিক্কাৰ দিলা। জ্যেষ্ঠভ্ৰাতৃ পিতৃতুল্য বুলি ভাবি সহ্য কৰিলোঁ; কিন্তু মই তোমাৰ পৰা আতঁৰ হলোঁ। তুমি আনন্দ মনেৰে ৰাজ্য শাসন কৰাঁ; মই ৰামৰ চৰণলৈকে যাওঁ। ॥৪৩॥

"সীতা স্বয়ং ভগৱতী কালী আৰু ৰাম কাল স্বৰূপ। পৃথিৱীৰ ভাৰ বহন কৰাৰ উদ্দেশ্যে তেওঁলোক অৱতাৰ হৈছে। গতিকে কোনো পাপী জীয়াই থাকিব নোৱাৰিব। তোমাক বধ কৰাটো শ্ৰীৰামৰ উদ্দেশ্য। সেই বাবেই তোমাৰ এতিয়া বুদ্ধি ভ্ৰষ্ট হৈছে। কালৰূপী ৰামৰ আচৰণ কোনে বুজিব পাৰিব? ॥৪৪॥



"প্ৰভুৱে সমগ্ৰ ৰাক্ষস কুল নাশ কৰিব। তোমাৰ ধ্বংস মই সহ্য কৰিব নোৱাৰিম। সেইবাবেই প্ৰভুৰ ওচৰলৈ যাওঁ। তুমি সুখেৰে চিৰকাল ৰাজত্ব কৰি থাকাঁ।" এনেকৈ কৈয়ে বিভীষণ ৰামচন্দ্ৰৰ ওচৰলৈ গুচি গ'ল ॥৪৫॥

চাৰিজন মন্ত্ৰীসহ বিভীষণ ৰামচন্দ্ৰৰ ওচৰলৈ গ'ল। তেওঁ পোনে পোনেই ৰামৰ ওচৰলৈ যাবলৈ শঙ্কা কৰি আকাশৰ-পৰাই ক'লে "হে নাথ, মই আপোনাৰ সেৱক, আপোনাৰ চৰণত আশ্ৰয় বিচাৰিছোঁ। ॥৪৬॥

"মই ৰাৱণ আৰু বীৰ কুম্ভকৰ্ণৰ ভায়েক বিভীষণ। অধম ৰাৱণৰ কথা আপোনাকনো কি কম? মই তেওঁৰ হিত চিন্তা কৰিয়েই "সীতাক হৰণ কৰিছা, এতিয়াও ঘুৰাই দি আহাঁ" বুলি কোৱাত ওলোটাই মোকেই ভৎৰ্সনা কৰি, তৰোৱালেৰে কাটিবলৈ সাজু হ'ল ॥৪৭॥

"ৰাৱণৰ এনে ব্যৱহাৰ দেখি মই আপোনাৰ ওচৰলৈ আহিছোঁ। যিজনে সহজে সংসাৰ-সাগৰ পাৰ কৰিব পাৰে, তেওঁৰ আশ্ৰয় এৰি মই ক'লৈ যাম?" বিভীষণে এইদৰে প্ৰাৰ্থনা কৰা শুনি সুগ্ৰীৱে ভাবিলে—"এইটো ৰাক্ষস ৰাৱণৰ ছলনা।" তেওঁ ৰামক ক'লে—॥৪৮॥

"ৰঘুনাথ, এই দুষ্টবোৰৰ কথাত পতিয়ন নাযাব। সুবিধা পালে এওঁলোকে মাৰি পেলাব পাৰে। নিজেই ৰাৱণৰ ভায়েক হয় বুলি কৈছেহি; গতিকে আদেশ কৰক, এতিয়াই মই তাক মাৰি পেলাওঁ। ॥৪৯॥

"ই যদি ৰাৱণৰ ভায়েক হয় মাৰিবলৈ পলম কৰা উচিত নহ'ব বুলিয়েই মই কওঁ। নহ'লে ইহঁতে সুবিধা পালেই আমাক মাৰিব। কিন্তু এতিয়াই যদি মাৰিবলৈ কয়, সহজে মাৰিব পৰা যাব ॥৫০॥

নিজৰ মতামত মই জনালোঁ। এতিয়া আপোনাৰ মত কি জানিবলৈ দিয়ক, প্ৰভু।" সুগ্ৰীৱে এনেকৈ কোৱা শুনি হাঁহি মাৰি ৰঘুনাথে ক'লে - "সখা সুগ্ৰীৱ, মই ইচ্ছা কৰিলে মুহূৰ্তৰ ভিতৰতে এই সৃষ্টি ধ্বংস কৰিব পাৰোঁ আৰু ইচ্ছা কৰিলে নতুনকৈ সৃষ্টিও কৰিব পাৰোঁ। ॥৫১॥

"ভক্ত বুলি জানি মই তেওঁক নিৰ্ভয় দিছোঁ। তুমি তেওঁক ইয়ালৈ লৈ আহাঁ। তেওঁৰ লগত শত্ৰুদল থকা হলে নিশ্চয় বধ কৰিলোঁহেঁতেন। তেওঁ যদিও শত্ৰুৰ আত্মীয়, আজি তেওঁ মোৰ ওচৰত শৰণ লৈছে। গতিকে এৰি দিব নোৱাৰোঁ। ॥৫২॥

"এবাৰ মাত্ৰ মোক স্মৰণ কৰি যদি কোনোবাই মোৰ শৰণ লয়, সি শত্ৰু হলেও মই তাক বিমুখ নকৰোঁ। এয়াই মোৰ ব্ৰত। গতিকে তেওঁক কেনেকৈ বিমুখ কৰিম? ॥৫৩॥

ৰামচন্দ্ৰৰ আদেশ পাই বিভীষণক তেওঁৰ ওচৰলৈ অনা হ'ল। বিভীষণে ৰামৰ দৰ্শন পাই মাটিত দীঘল দি পৰি সাষ্টাঙ্গে প্ৰণাম কৰিলে। ॥৫৪॥

ৰামচন্দ্ৰৰ দৰ্শন পাই বিভীষণ অত্যন্ত আনন্দিত হ'ল। তেওঁৰ মনৰ সকলো দুখ মুহূৰ্ত্ততে নাইকিয়া হ'ল। সৰ্ব্বাত্মা ৰঘুনাথক ঈশ্বৰ জ্ঞান কৰি তেওঁক বহুত স্তুতি কৰিলে। স্তুতি শুনি ৰাম প্ৰসন্ন হ'ল। ॥৫৫॥



'এতিয়া কি বৰ লাগে' বুলি ৰামে তেওঁক সুধিলে। বিভীষণৰ মনত ভক্তিৰ বাহিৰে একো নাছিল কাৰণে ক'লে— "হে নাথ, মোক সুমতি দিয়াঁ, তোমাৰ চৰণত ভক্তি যেন অটুট থাকে। মোৰ মতে পাৰ্থিৱ সকলো বস্তুতকৈ ভক্তিয়েই শ্ৰেষ্ঠ। ॥৫৬॥

"গতিকে মোক বিষয়-সুখ নালাগে। সকলো কৰ্ম বিনাশ কৰাৰ কাৰণে যেন তোমাক ধ্যান কৰিব পাৰোঁ।" বিভীষণে যেতিয়া একমাত্ৰ ভক্তিৰ বৰ ইচ্ছা কৰিলে তেতিয়া প্ৰভুৱে ততালিকে সেই বৰ প্ৰদান কৰিলে ॥ ৫৭ ॥

"তোমাৰ দৰে যিজনে মোক স্তুতি কৰিব, তেওঁ সহজে সংসাৰ-সাগৰত পাৰ পাব।" বিভীষণক এনেকৈ কোৱাৰ পাছত লঙ্কাৰ ৰাজপাট তেওঁকেই দিয়াৰ ইচ্ছা ৰঘুনাথৰ মনত জাগি উঠিল ॥ ৫৮ ॥

তেতিয়া ভায়েক লক্ষ্মণক মাতি ক'লে এওঁৱেই পাছত লঙ্কাত ৰাজত্ব কৰিব। গতিকে তুমি সাগৰৰপৰা জল আনা; মই অভিষেক কৰি দিওঁ।" লক্ষ্মণে তৎক্ষনাত গৈ সাগৰৰ জল আনি দিলে। ॥ ৫৯ ॥

'এতিয়াৰপৰা তুমি লঙ্কাৰ ৰজা হলা' বুলি ৰামে বিভীষণৰ অভিষেক কৰিলে। বিভীষণ লঙ্কাৰ ৰজা হোৱাত সুগ্ৰীৱ আদি সকলো উল্লাসিত হ'ল ॥ ৬০ ॥

বিভীষণক আলিঙ্গন কৰি সুগ্ৰীৱে ক'লে—"আমি সকলো ৰামৰ সেৱক। এতিয়া তুমি সকলোৱে প্ৰধান হলা। ৰাৱণক

বধ কৰিবলৈ আমাক সহায় কৰাঁ।” সুগ্ৰীৱৰ কথা শুনি বিভীষণে কলে—॥ ৬১ ॥

“হে সুগ্ৰীৱ, ত্ৰিলোকৰ নাথ পৰমাত্মা য'ত আছে, তাত সহায় কৰাৰ শক্তি মোৰ ক'ত থাকিব? মই নিজেই শ্ৰীৰঘুনাথৰ এজন দাস মাত্ৰ। নিজৰ সাধ্য অনুসৰি তেওঁৰ সেৱা কৰি যাম।” এনেকৈ কথা-বতৰা পাতি থাকোঁতে তাত দূত এজন আহি ওলালহি ॥ ৬২ ॥

শুক নামৰ ৰাৱণৰ এই দূতজনে ওচৰলৈ আহি ভয় কৰি আঁতৰৰপৰাই সুগ্ৰীৱক উদ্দেশ্য কৰি ক'বলৈ ধৰিলে—মহাৰাজ সুগ্ৰীৱ, বৰ বেয়া কথা হ'ল; আপুনি ৰাম-লক্ষ্মণৰ লগত মিত্ৰতা কৰি ৰাৱণৰ লগত শত্ৰুতা কৰিলে ॥ ৬৩ ॥

“সুগ্ৰীৱ মোৰ বন্ধুৰ ভায়েক হয়, তই গৈ বুজাই আহিবি বুলি মোক ৰাৱণে আদেশ কৰাত মই আপোনাৰ ওচৰলৈ আহিছোঁ। ৰাৱণে কবলৈ কৈছে 'তুমি কিয় ইয়ালৈ আহিছা? অতি শীঘ্ৰে সৈন্যসকলক লৈ ৰাজধানীলৈ উভতি যোৱাঁ, ॥৬৪॥

“ইন্দ্ৰাদি দেৱতাসকলেও লঙ্কাপুৰী জয় কৰিব নোৱাৰে; গতিকে তুমি বান্দৰ হৈ কেনেকৈ জয় কৰিব পাৰিবা? মই ৰামচন্দ্ৰৰ ভাৰ্য্যা সীতাকহে হৰণ কৰিছোঁ; তোমাৰ কি অপকাৰ কৰিলোঁ? মোৰ বিৰোধ নকৰিবা, তুমি মোৰ বন্ধুৰ ভাই।” এই বুলি দূতজনে সুগ্ৰীৱৰ আগত ৰাৱণে কোৱা কথাবোৰ কলেহি ॥ ৬৫ ॥

“(সুগ্ৰীৱ) মোৰ নিজৰ ভাতৃৰ নিচিনা; গতিকে তোমাৰ মঙ্গলৰ কাৰণে কওঁ মই তোমাৰ কল্যাণ সাধন কৰি



থাকিম; তুমি উভতি যোৱাঁ”—ৰাৱণে এনেকৈ কৈছে বুলি দূতজনে কোৱাৰ লগে লগে বান্দৰবোৰে তাক ধৰি প্ৰহাৰ কৰিবলৈ আৰম্ভ কৰিলে ॥ ৬৬ ॥

বান্দৰবোৰে এনেদৰে প্ৰহাৰ কৰিবলৈ ধৰাত শুকে ৰামচন্দ্ৰই শুনাকৈ চিঞৰি ক'বলৈ ধৰিলে—“হে ৰাম, মই মৰিলোঁ। দূতক এইদৰে মৰা উচিত নহয়।” চিঞৰ শুনি ৰামে নামাৰিবলৈ আদেশ দিলে। তেতিয়া বান্দৰবোৰে তেওঁক এৰি দিলে ॥ ৬৭ ॥

বান্দৰৰ হাতৰপৰা ৰক্ষা পাই সি তৎক্ষনাত আকাশলৈ উৰা মাৰিলে আৰু তাৰপৰাই ৰাৱণক কি উত্তৰ দিব লাগে সুধিলে। উত্তৰত সুগ্ৰীৱে কলে—“ককায়েকৰ বন্ধু যদিও সেই অধমক মই ককায়েক বুলি নাভাবোঁ আৰু বালীক বধ কৰাৰ দৰে তাকো বধ কৰিম ॥ ৬৮ ॥

“শ্ৰীৰামচন্দ্ৰৰ ভাৰ্য্যা সীতাক হৰণ কৰি সি ক'ত সাৰি যাব পাৰিব —এই কথাকে তুমি ৰাৱণক কবাগৈ।” সুগ্ৰীৱে এনেকৈ উত্তৰ দিয়াৰ পাছত ৰামচন্দ্ৰই দূতটোক ধৰি কেইদিনমান বান্ধি থবলৈ আদেশ দিলে ॥ ৬৯ ॥

ৰামৰ আদেশ মতে শুক বন্ধনত পৰিল। শাৰ্দ্দুল নামৰ আন এজন দূত ৰাৱণৰ ওচৰলৈ ঘূৰি গৈ ৰামৰ দল-বলৰ কথা বিৱৰি কলে। বৰ ডাঙৰ সৈন্যদল অহা খবৰ পাই ৰাৱণ বৰ চিন্তিত হ'ল ॥ ৭০ ॥

তাৰ মাজতে সাগৰ ৰামচন্দ্ৰৰ ওচৰলৈ নহা দেখি ৰামৰ অতি খং উঠিল। তেওঁ চকু ৰঙা কৰি লক্ষ্মণক ক'লে—"চোৱাঁ ভাই, সাগৰ আজিলৈকে আমাক লগ পাবলৈ অহা নাই। ই আমাক সামান্য মানুহ বুলি ভাবিছে, মই তাক আজি মজা দেখুৱাম" ॥ ৭১ ॥

এনেকৈ কৈ সাগৰ শোষণ কৰাৰ উদ্দেশ্যে ৰামচন্দ্ৰই ধনুত কাঁড় জুৰি ( ধনুৰ গুণত ) টান মাৰিলে। ৰামৰ ভয়ংকৰ ৰূপ দেখি মেদিনী কঁপিবলৈ ধৰিলে। সাগৰৰ পানী পাৰৰপৰা চাৰি ক্ৰোশ দূৰলৈ আঁতৰি গ'ল। চৌদিশ আন্ধাৰ হ'ল। সাগৰত থকা জলচৰ প্ৰাণীবোৰৰ মাজত হাঁহাকাৰ লাগিল। ॥ ৭২ ॥

তাকে দেখি ভয় খাই সাগৰে ধুনীয়া ৰূপ ধাৰণ কৰি মূল্যবান মণি-মুক্তা আদি উপহাৰ লৈ লৰালৰিকৈ ৰামৰ ওচৰলৈ আহি ৰামৰ চৰণত পৰি সেৱা জনালে ॥ ৭৩ ॥

সাগৰে হাতযোৰ কৰি মিনতি কৰি ক'বলৈ ধৰিলে—"হে নাথ, মই জড় বস্তু ; আপুনি চেতনা নিদিলে কেনেকৈ জানিম ? এতিয়া চেতনা দিলে কাৰণেই লৰালৰিকৈ আহি চৰণত পৰিছোঁ। মই আপোনাৰ কাৰণে পথ উলিয়াই দিম, আপুনি মোক কৰুণা কৰক ॥ ৭৪ ॥

"তুমি সঁচা কথাই কৈছা ; কিন্তু মোৰ কাঁড়ে ( ধনুত এবাৰ জুৰিলে ) কাম নকৰাকৈ নেৰে। গতিকে যদি নিজৰ জীৱন ৰক্ষা কৰিব খোজা তেন্তে কাঁড়পাট ক'লৈ মাৰি পঠিয়াওঁ কোৱাঁ"। ॥ ৭৫ ॥



ৰামৰ এনে কথা শুনি সাগৰে হাতযোৰ কৰি ক'লে—"উত্তৰ দিশৰ দ্ৰুমকুল্যত অহিৰসকলে বাস কৰে। তেওঁলোক অতি পাপী। আপোনাৰ কাঁড়পাটে সেইসকলক নাশ কৰক। তেতিয়াই অনাথ, দুখী আপোনাৰ এই দাসৰ সকলো তাপ দূৰ হ'ব" ॥ ৭৬ ॥

এনে নিবেদন শুনি ৰামে আনন্দ মনেৰে কাঁড় নিক্ষেপ কৰিলে। কাঁড় অতি ক্ষিপ্ৰ গতিত গুচি গ'ল আৰু পাপীক নাশ কৰি পুনৰ ঘূৰি আহি তূণত সোমাই পৰিল ॥ ৭৭ ॥

ইতিমধ্যে সাগৰে চৰণত পৰি মিনতি কৰিলে—"সেতু বান্ধি যদি সৈন্য পাৰ কৰি নিয়ে আপোনাৰ কীৰ্তি চিৰদিনলৈ থাকিব। সেতু-বন্ধনত নল অতি দক্ষ। এওঁ বিশ্বকৰ্মাৰ পুত্ৰ, আৰু বৰ লাভ কৰি থৈছে, গতিকে এৱেঁই সেতু বান্ধক ॥ ৭৮ ॥

কথাখিনি কৈ পুনৰ চৰণত পৰি সাগৰ অদৃশ্য হ'ল। সাগৰৰ কথামতে নল ৰামৰ ওচৰলৈ আহিল। শীঘ্ৰে সেতু বান্ধিবলৈ তেওঁক আদেশ দিয়া হ'ল। সৈন্যসকল লগ লাগি তেওঁ সেতু বান্ধিবলৈ ধৰিলে ॥ ৭৯ ॥

নলে যেতিয়া সকলো বীৰৰ শক্তি জাগ্ৰত কৰি চাৰিও কাষৰ গছ, পৰ্বত আদি আনি আনন্দ মনেৰে সেতু বন্ধনৰ কাম আৰম্ভ কৰিলে ৰঘুনাথে ( তাত ) শিৱৰ মূৰ্তি স্থাপন কৰিলে ॥ ৮০ ॥

এতিয়াৰপৰা ইয়াৰ নাম ৰামেশ্বৰ সেতুবন্ধ বুলি বিখ্যাত হ'ব আৰু যিজনে কাশীৰপৰা জল আনি ইয়াৰ (মূৰ্তিক)

স্নান কৰাই সেই জল সাগৰত ঢালি দিব সেইজনৰ জীৱ
মুক্তি লাভ কৰিব বুলি বিধান দিলে। ॥ ৮১ ॥

প্ৰথম দিনা ছাপন্ন ক্ৰোশ দীঘল সেতু বন্ধা হ'ল; দ্বিতীয় দিনা আশী ক্ৰোশ, তৃতীয় দিনা সকলোৱে ককাঁলত টঙালি বান্ধি চৌৰাশী ক্ৰোশ বান্ধিলে। চতুৰ্থ দিনা অষ্টাশী আৰু বাকী বিৰানব্বৈ ক্ৰোশ পঞ্চম দিনা বান্ধি শেষ কৰিলে। ক'তো একো একো খুঁত নোলালে ॥৮২॥

সেই সেতুৰেদি সমগ্ৰ সৈন্যদল পাৰ হৈ আহি ত্ৰিকূট পৰ্বত ঢাকি পেলালে। ক'তো খালি ঠাই বাকী নৰ'ল। ভায়েকক অঙ্গদৰ কান্ধত তুলি নিজে হনুমানৰ কান্ধত উঠি ৰঘুনাথো তাৰে ওখ ঠাই এডোখৰলৈ গ'ল ॥৮৩॥

তাৰপৰা বিচিত্ৰ নগৰী লঙ্কা দেখিবলৈ পালে। ৰাৱণে ওখ গবাক্ষৰপৰা বং ধেমালি চাই থকা দেখা পালে। তাৰ মাজতে শুকক এৰি দিয়া হ'ল। সি দৌৰ মাৰি ৰাৱণৰ ওচৰলৈ গ'ল আৰু বিস্তাৰিত ভাৱে সকলো জনালেগৈ ॥৮৪॥

"মহাৰাজ, আপোনাৰ আদেশক্ৰমে মই তালৈ গৈছিলোঁ। বান্দৰসকলে মোক ধৰি থ'লে কাৰণে আহিব নোৱাৰিলোঁ। এতিয়া ৰঘুনাথে এৰি দিছো যা বুলি কোৱাতহে ৰক্ষা পৰিলোঁ বুলি ভাৱি আনন্দত ল'ৰি আহিছোঁ। ॥৮৪॥

"ৰঘুনাথৰ বিবাট সৈন্যদল সাগৰ পাৰ হৈ আহিছে। তাৰ লগত যুঁজ কৰি জিকা কঠিন হব গতিকে সীতাক লৈ গৈ ৰামৰ



চৰণত পৰক। আৰু যদি যুদ্ধ কৰাৰ ইচ্ছা আছে, তেন্তে তুৰন্তে সৈন্যদল লৈ সংগ্ৰামত অৱতীৰ্ণ হওক ॥৮৬॥

"ৰামৰ সংবাদ আপোনাক কওঁ—"কিয় সীতাক হৰণ কৰিলি সংগ্ৰামৰ কাৰণে সাজু হৈ সমুখলৈ আহ: অন্যথা কালিলৈকে তোক বধ কৰিম: বধ নকৰাকৈ তোক এৰি নিদিওঁ ॥৮৭॥

"ৰাৱণক এই কথা শুনাবলৈ আছিল শুক, তয়ে কথাখিনি মনত ৰাখি কৈ দিবি' এই বুলি ৰঘুনাথে মোক কৈছিল। সেই সংবাদ অবিকল আপোনাক নিবেদন কৰিলোঁ ॥৮৮॥

এতিয়া মোৰ বুদ্ধিৰে দেখা কথা কওঁ, শুনক। ৰাম হ'ল ত্ৰিজগতৰ পতি। তেওঁক পৰাজয় কৰা কাৰো সাধ্য নাই। আপোনাৰ মতি কি হৈছে? সোনকালে সীতাক লৈ গৈ ৰামৰ চৰণত সমৰ্পণ কৰক। তাৰ বাহিৰে বচাৰ অন্য কোনো উপায় মই দেখা নাই" ॥৮৯॥

শুকৰ কথাত ৰাৱণ গুজৰি উঠিল। তেওঁ ক'বলৈ ধৰিলে—"কটা শুকেও মোক উপদেশ দিবলৈ ধৰিছে। অন্য কোনোবা হোৱা হলে নিশ্চয় মাৰি পেলালোঁহেঁতেন; কিন্তু তোৰ পূৰ্ব্বৰ গুণৰ কথা সুৱঁৰিহে এৰি দিছোঁ। গুচি যা, ইয়াৰপৰা ॥৯০॥

ৰাৱণে শুকক 'গুচি যা' বুলি খেদি দিয়াৰ লগে লগে সি ব্ৰাহ্মণ ৰূপ পালে কাৰণ সি পূৰ্ব্বতে ব্ৰাহ্মণ আছিল; অভিশাপৰ কাৰণে ৰাক্ষস হৈছিল। ৰাৱণে গুচি যাবলৈ কোৱাত সি শাপ-মুক্ত হ'ল ॥৯১॥

ব্ৰাহ্মণ শুক ঋষি এদিন ঘৰত থকা সময়ত অগস্ত্য মুনি তেওঁৰ ওচৰলৈ গ'ল। মুনিক ভোজন কৰোৱাৰ ইচ্ছাৰে শুকে তেওঁক নিমন্ত্ৰণ কৰিলে। মুনিয়ে 'স্নান, তৰ্পণ আদি কৰি আহোঁ' বুলি গ'ল। তেতিয়া বজ্ৰদংষ্ট্ৰ নামৰ ৰাক্ষস এটা তালৈ আহিল।

আৰু অগস্ত্যৰ ৰূপ ধাৰণ কৰি শুকৰ ওচৰলৈ আহি ক'লে— "মোক যদি ভোজন কৰাব খুজিছা তেন্তে মাংস ভোজন কৰাবা। প্ৰথমে এনেদৰে ছলনা কৰি খাবৰ সময়তো ৰাক্ষসে শুক পত্নীৰ ৰূপ ধাৰণ কৰি ভোজনত নৰমাংস মিহলাই দিলে ॥৯৩॥

খাদ্য দেখি অগস্ত্যৰ বৰ খং উঠিল। তেওঁ শাপ দি ক'লে— "তই মোক মানুহৰ মাংস খাবলৈ দিছ; সেই কাৰণে ৰাক্ষস হবি।" শুকে ক্ষমা কৰিবলৈ অনুৰোধ কৰিলে। ঋষিয়েও ৰাক্ষসৰ ছলনাৰ কথা গম পাই মুক্তি পোৱাৰ উপায় দি ক'লে—॥৯৪॥

"হে শুক, তুমি ৰাৱণৰ ওচৰলৈ যোৱাঁগৈ। ৰাম যেতিয়া অৱতাৰ হ'ব আৰু তুমি যেতিয়া ৰামৰ দৰ্শন লাভ কৰিবা, তেতিয়া তোমাৰ অভিশাপৰ খণ্ডন হব।" অগস্ত্যৰ কথা মতে ৰামৰ দৰ্শন পাই তেওঁ শাপমুক্ত হ'ল আৰু পূৰ্বৰ বৃত্তি লাভ কৰিলে ॥৯৫॥

ৰাৱণৰ মাতামহ মাল্যৱানেও ৰাৱণৰ ওচৰলৈ আহি ক'লে, "মই তোমাৰ হিতৰ কাৰণে কৈছোঁ, ৰাম সাক্ষাৎ নাৰায়ণ আৰু সীতা লক্ষ্মী বুলি জানি সীতাক ৰামৰ হাতত গতাই দি তেওঁৰ ধ্যান কৰাঁ ॥ ৯৬ ॥

"নগৰত নানা অমঙ্গলীয়া ঘটনাবোৰ ঘটিবলৈ আৰম্ভ কৰিছে; ৰং-ধেমালি নাইকিয়া হৈ পৰিছে। সেই কাৰণে মই তোমাক মিনতি কৰি কওঁ, হে মহাৰাজ, সীতানাথক ঈশ্বৰ বুলি জানি সীতাক ওভতাই দিয়াঁ ॥ ৯৭ ॥



মাল্যৱানৰ কথা শুনি ৰাৱণে খঙেৰে ক'লে—তুমি বুঢ়া হৈয়ো কিয় ৰামক পৰমেশ্বৰ বুলি কৈছা? সি মানুহহে আৰু বান্দৰৰ সহায় লৈছে। গতিকে ঈশ্বৰ বুলি কেনেকৈ মানিম? ॥ ৯৮ ॥

"তোমাৰ কথা শুনি শুনি মোৰ পেটত পোৱণি উঠিছে। সোনকালে ঘৰলৈ গুচি যোৱাঁ" বুলি কৈ (ৰাৱণে মাল্যৱানক) মন্ত্ৰীক লগত দি ঘৰলৈ পঠাই দিলে। তাৰ পাছত ৰাৱণ ওখ অট্টালিকাত উঠি বহিল আৰু কেনে বীৰ আহিছে চাই যুদ্ধ কৰাৰ আদেশ দিবলৈ ধৰিলে ॥ ৯৯ ॥

ৰঘুনাথে ৰাৱণক দেখা পাই এপাট কাঁড় মাৰি পঠিয়ালে। কাঁড়পাটে (ৰাৱণৰ) দহ ছত্ৰ আৰু মুকুট কাটি মাটিত পেলাই দিলে। নিজৰ ছত্ৰ আৰু মুকুট খহি পৰা দেখি ৰাৱণে বৰ লাজ পালে আৰু আকৌ কাঁড় মাৰিব পাৰে বুলি লৰা-লৰিকৈ আট্টালিকাৰপৰা নামি আহিল ॥ ১০০ ॥

তেওঁ ৰাজদৰবাৰৰ ভিতৰত সোমাল আৰু সৈন্যসকলক যুদ্ধ কৰিবলৈ যাবলৈ আদেশ দিলে। নানা অস্ত্ৰশস্ত্ৰ লৈ ম'হ, উট, গাধ, সিংহ আদিত উঠি ৰাক্ষস বীৰসকল যুঁজলৈ ওলাল ॥ ১০১ ॥

চাৰিখন দুৱাৰৰপৰা ওলাই সৈন্যদল বাহিৰ হোৱা মাত্ৰেই বান্দৰসকলে চাৰিওফালে ঘেৰি ধৰিলে। ৰাৱণৰ এজন সৈন্যয়ো ওলাবলৈ ঠাই নাপালে। বান্দৰ বীৰসকলে ৰামচন্দ্ৰৰ জয়ধ্বনি দি চিঞৰি গৰ্জন কৰিবলৈ ধৰিলে ॥ ১০২ ॥

এইদৰে বেঢ়ি লৈ বান্দৰসকলে শত্ৰুক প্ৰহাৰ কৰিবলৈ ধৰিলে। ৰাক্ষস সৈন্যবোৰেও ভয়ত পলাই নগৈ বৰং সাহসেৰে যুঁজি প্ৰাণ ত্যাগ কৰিবলৈ সাজু হ'ল। যুদ্ধ চলিবলৈ ধৰিলে। ৰামৰ কৰুণাত বান্দৰসকল দুৰ্দ্দান্ত যোদ্ধা হ'ল ॥১০৩॥

ৰাক্ষসসকলৰ শক্তি কমিবলৈ ধৰিলে। ডাঙৰ ডাঙৰ বীৰ-সকলক মাৰি বান্দৰবোৰে এক চতুৰ্থাংশ ৰাক্ষস সৈন্য শেষ কৰিলে। নিজৰ সৈন্য এনেকৈ শেষ হোৱা শুনি বীৰ যুঁজাৰু ইন্দ্ৰজিত যুদ্ধ কৰিবলৈ আগ বাঢ়ি আহিল ॥১০৪॥

আৰু বান্দৰ সৈন্যক ইন্দ্ৰজিতে অস্ত্ৰ নোলোৱাকৈয়ে মৰ্দন কৰিলে। ৰঘুনাথেও অতি শক্তিশালী ব্ৰহ্মপাশৰ শক্তি মানি লৈ কিছুসময় ব্ৰহ্মপাশত থাকি মেঘনাদক মাৰিবলৈ সাজু হৈ সমুখলৈ গ'ল। ॥১০৫॥

আৰু লক্ষ্মণৰপৰা ধনুকাঁড় খুজি ল'লে। তেতিয়া ৰামে কাঁড় মাৰিব পাৰে বুলি ভাবি ভয়ত মেঘনাদ পলাই গ'ল। তেওঁক পলাই যোৱা দেখি মিচিকিয়াই হাঁহি ৰামচন্দ্ৰই মনে মনে ভাবিলে—'এই পোৱালিটোৱেও মোৰ লগত যুঁজিবলৈ আহে' ॥১০৬॥

মাটিত বাগৰিপৰা বীৰ সকলোকে বচাবলৈ প্ৰভুৱে হনুমানক আদেশ দি ক'লে "তুমি পলম নকৰি ক্ষীৰসাগৰলৈ যোৱাঁ আৰু অগম্য দ্ৰোণপৰ্বত লৈ আহাঁগৈ ॥১০৭॥

"সেই পৰ্বতত ঔষধ আছে। তুমি আনি খুৱাই সৈন্যবিলাকক বচোৱাঁ আৰু নিজৰ কীৰ্তি দশোদিশ বিয়পাই পেলোৱাঁ।" ৰামৰ আদেশ পাই হনুমান তুৰন্তে দ্ৰোণপৰ্বতলৈ গ'ল আৰু ঔষধ খুৱাই বীৰসকলক জীৱন দান কৰিলে ॥১০৮॥



দ্ৰোণ পৰ্বত পুনৰ আগৰ ঠাইত থৈ আহি হনুমানে নিজৰ কীৰ্তি ৰাখিলে। ঔষধ খাই চেতনা ঘূৰাই পোৱাৰ পাছত বান্দৰ সৈন্যবিলাকে আনন্দত নাচিবলৈ ধৰিলে ॥১০৯॥

বান্দৰ সৈন্যই পুনৰ জয়ধ্বনি দিবলৈ ধৰা শুনি ৰাৱণে ক'লে 'মোক মাৰিবলৈ শক্তিশালী শত্ৰু ইয়ালৈ আহিছে। শক্তিশালী বীৰসকল, তোমালোক যুঁজিবলৈ সাজু হৈ যোৱাঁ; নগ'লে তোমালোকক মাৰি পেলাম ॥১১০॥

ৰাৱণৰ এনে আদেশ পাই বীৰসকলে ককাঁলত টঙালি বান্ধি বান্দৰৰ লগত যুঁজ কৰিবলৈ গ'ল। বান্দৰসকলে গছ, ভুকু, দাঁত নখ আদিৰে আক্ৰমণ কৰি ৰাৱণৰ সৈন্যদল বিনাশ কৰিলে ॥১১১॥

ৰঘুনাথে কিমান শত্ৰু মাৰিলে আৰু সুগ্ৰীৱে কিমান মাৰিলে তাৰ লেখ নাই। অঙ্গদ, হনুমান, লক্ষ্মণ আদি বীৰেও বহুত সৈন্য মাৰিলে। ৰামচন্দ্ৰৰ কৰুণা থকাৰ কাৰণে বান্দৰবোৰ শক্তিশালী হ'ল, ৰাক্ষসৰ ওপৰত কৰুণা নথকাৰ কাৰণে ৰাক্ষসবিলাক মাৰিবলৈ ধৰিলে ॥১১২॥

সৰ্বেশ্বৰ সৰ্বৰূপী প্ৰভুয়ে এনেকৈ যুঁজ কৰাৰ প্ৰয়োজনেই বা কি আছিল? তেওঁ বাক্যবাণ মাত্ৰ এৰি দিলেও সকলো ৰিপু নাশ হৈ যাব। কিন্তু মায়া অৱলম্বনৰ দ্বাৰা নৰ-ৰূপ ধাৰণ কৰি প্ৰভুৱে নৰলীলা কৰি যাবলৈ ধৰিলে। (প্ৰভুৰ) এই লীলায়ে অধম, পাপী, পতিত সকলোৰে পাপ-সন্তাপ হৰণ কৰে। ॥ ১১৩ ॥

অতিকায় বীৰসকলৰ মৃত্যু হোৱাৰ বাতৰি পাই ৰাৱণ অতিশয় দুঃখিত হ'ল আৰু ইন্দ্ৰজিতক লঙ্কা ৰক্ষা কৰাৰ ভাব দি নিজে অস্ত্ৰ-শস্ত্ৰৰে সজ্জিত হৈ ৰথত উঠি যুঁজ কৰিবলৈ সাজু হ'ল। ॥ ১১৪ ॥

কিছু সৈন্য লগত লৈ ৰাৱণ ৰামচন্দ্ৰৰ থকা ঠাইলৈ গ'ল। বান্দৰসকলে বাধা দিয়াত ৰাৱণে অনেক বান্দৰ সৈন্য বধ কৰিলে। সুগ্ৰীৱ আদি বীৰসকলেও ৰাৱণক ৰণে নোৱাৰি মাটিত বাগৰি পৰিবলৈ ধৰিলে। ॥ ১১৫ ॥

হাতত গদা লৈ ৰামৰ চৰণত দৃঢ় ভক্তি ৰাখি ওচৰত বহি থকা বিভীষণক দেখা পাই ৰাৱণ অগ্নিশৰ্মা হৈ উঠিল আৰু ইয়েই আচল শত্ৰু বুলি ভাবি শক্তিবাণ প্ৰয়োগ কৰিলে। ॥ ১১৬ ॥

বিভীষণৰ প্ৰাণনাশ কৰাৰ উদ্দেশ্যেৰে শক্তিবাণ অহা দেখি লক্ষ্মণ আগবাঢ়ি আহি বিভীষণক বচালে। শক্তিবাণ গৈ লক্ষ্মণৰ গাত লাগিল। আৰু তেওঁ তেতিয়া মূৰ্চ্ছা গ'ল। অৱশ্যে তেওঁক কোনে মূৰ্চ্ছিত কৰিব পাৰে? কিন্তু তেওঁ মানুহৰ আচৰণ কৰিলে। ॥ ১১৭ ॥

লক্ষ্মণক তুলি লৈ যাবলৈ ৰাৱণ আগবাঢ়ি আহিল; কিন্তু তুলিব নোৱাৰি তেওঁ আশ্চৰ্য্য মানিলে। লক্ষ্মণক তুলিবলৈ যোৱা দেখি হনুমানৰ খং উঠিল। তেওঁ ৰাৱণক আক্ৰমণ কৰিবলৈ আগবাঢ়ি গ'ল। ॥ ১১৮ ॥



আৰু ৰাৱণক বজ্ৰমুঠিৰে প্ৰহাৰ কৰিলে। ৰাৱণ অতি বলৱান যদিও হনুমানৰ প্ৰহাৰত তেজ বঁতিয়াই মাটিত বাগৰি পৰিল। হনুমানৰ কাৰ্য্যত লক্ষ্মণ সন্তুষ্ট হল আৰু নিজৰ শৰীৰ পাতল কৰি দিলে। তেতিয়া হনুমানে তেওঁক দাঙি ৰামচন্দ্ৰৰ ওচৰলৈ লৈ গ'ল। ॥ ১১৯ ॥

লক্ষ্মণক নাৰায়ণ বুলি জানি শক্তিয়ে এৰি দিলে। ৰাৱণে মাটিৰপৰা উঠি পুনৰ ধনুৰ্বাণ হাতত তুলি ল'লে। সীতানাথ জগন্নাথেও যুঁজ কৰাৰ উদ্দেশ্যেৰে হনুমানৰ পিঠিত উঠি হাতত ধনুৰ্বাণ তুলি ললে। ॥ ১২০ ॥

ধনুত প্ৰচণ্ড টঙ্কাৰ তুলি ৰামে ক'লে—"তই কলৈ সাৰি যাব পাৰিবি? বন্ধু-বান্ধৱেৰে সৈতে তোক আজি মাৰি পেলাম।" ৰাৱণে ৰামৰ কথা শুনি উত্তৰ দিব নোৱৰা হ'ল। তেওঁ খড়েৰে হনুমানক এপাট কাঁড় মাৰি আঘাত কৰিলে। ॥ ১২১ ॥

হনুমানৰ শৰীৰত আঘাত লগা দেখি প্ৰভুৰ অতি খং উঠিল। তেওঁ কালৰুদ্ৰৰ দৰে হৈ ৰাৱণৰ ঘোঁৰা, ৰথ, ধ্বজ, সূত, অস্ত্ৰ, পতাকা, চক্ৰ আদি কাটি পেলাই ৰাৱণকো মূৰ্চ্ছিত কৰাৰ উদ্দেশ্যেৰে বাণ মাৰিলে। ॥ ১২২ ॥

ৰঘুনাথৰ বাণ লাগি ৰাৱণ মূৰ্চ্ছিত হ'ল। তেওঁৰ হাতত ধনু ধৰি থকাৰ শক্তি নোহোৱা হ'ল, ধনু মাটিত সৰি পৰিল। তাৰ মাজতে প্ৰভুৱে মূৰৰ কিৰীটি কাটি পেলালে আৰু ৰাৱণৰ গৰ্ব্ব, অহঙ্কাৰ সকলো খৰ্ব কৰিলে। ॥ ১২৩ ॥

তাৰ পাছত প্ৰভুৱে ৰাৱণক ক'লে—"এতিয়া ঘৰলৈ যোৱাঁ ; কালিলৈ যুঁজিম।" দৰ্পচূৰ্ণ হোৱাত ৰাৱণ মৰাৰ দৰে হ'ল। যুঁজ কৰাৰ শক্তি শৰীৰত নথকাত ৰাৱণ লজ্জিত হৈ লঙ্কালৈ ঘূৰি গ'ল। ॥ ১২৪ ॥

ইফালে লক্ষ্মণ মূৰ্চ্ছিত হৈ থকাত ৰঘুনাথে সাধাৰণ মানুহে কৰাৰ দৰে শোক কৰিবলৈ ধৰিলে আৰু লক্ষ্মণক বচাবলৈ পুনৰ ঔষধ আনিবলৈ যাবলৈ হনুমানক আদেশ দিলে। আদেশ পাই হনুমান তুৰন্তে গ'ল। ॥ ১২৫ ॥

হনুমান ঔষধ আনিবলৈ যোৱা গম পাই বিঘিনি সৃষ্টি কৰাৰ উদ্দেশ্যে ৰাতিয়েই ৰাৱণ কালনেমি ৰাক্ষসৰ ওচৰ পালেগৈ। মাজৰাতি হঠাতে ৰজা অহা দেখি কালনেমিয়ে সম্মান প্ৰদৰ্শন কৰি ওচৰত থিয় হৈ ক'লে— ॥ ১২৬ ॥

"এই ৰাতিখন আপুনি কি সকামত আহিল ? মই কি কৰিব লাগে আদেশ কৰক।" এনে বিনয়পূৰ্ণ বচন শুনি ৰাৱণে সকলো কথা ভাঙি-পাতি ক'লে—"লক্ষ্মণক পুনৰ বচাবলৈ ৰামে চেষ্টা কৰিছে। ॥ ১২৭ ॥

"হনুমান আজি ঔষধ আনিবলৈ দ্ৰোণাচললৈ গৈছে। তুমি গৈ বাধাদান কৰিব লাগে। মায়াৰ দ্বাৰা মুনিৰ বেশ ধৰি তুমি হনুমানক বিমোহিত কৰাঁ। তুমি এই কাম কৰিব পাৰিবা ? ॥ ১২৮ ॥

ৰাৱণৰ এনে আদেশ পোৱাত, ৰামক ঈশ্বৰ বুলি জানি কালনেমিয়ে বিনীতভাৱে ক'লে—"তোমাৰ হিতৰ কাৰণে কিছু কথা নিৱেদন কৰিম। মহাৰাজ, শুনিলে তোমাৰ কল্যাণ হ'ব। ॥ ১২৯ ॥



"প্ৰাণৰক্ষাৰ ইচ্ছা মোৰ নাই মহাৰাজ, প্ৰাণ দিবলৈও মই সাজু আছোঁ। কিন্তু জয়ী হ'ব নোৱাৰিম বুলি জানিবা। কাৰণ তেওঁ (ৰাম) হ'ল চৌদ্ধ ভুৱনৰ গৰাকী। ভাই, বন্ধু সকলোৰে মৃত্যু ঘটাই নিজে ৰজা হৈ জীয়াই থাকিলে কি আনন্দ পোৱা যাব ? ৰাম ঈশ্বৰ ; গতিকে তুমি তুৰন্তে তেওঁৰ চৰণত শৰণ লোৱাঁ। ॥ ১৩০ ॥

"সীতাক তেওঁৰ হাতত গটাই দি বিভীষণক এই ৰাজ্য দান কৰাঁ। ৰঘুনাথে তোমাৰ সকলো বিপদ হৰণ কৰিব। তাৰ পাছত সত্য চিন্তাৰ অৰ্থে বনলৈ যোৱাঁ। নহ'লে মায়াই এই জগতত সদায় ভুলাই ৰাখিব। ॥ ১৩১ ॥

একাগ্ৰ চিত্তে ধ্যান কৰি আত্মাক চিনি পাব লাগিব। আত্মাক চিনিব নোৱাৰিলে কৌস্তুভ-কেয়ূৰ-কিৰীটি-ধাৰী ৰামচন্দ্ৰৰ দিব্য মূৰ্তি হৃদয়ত ধাৰণ কৰি তেওঁৰ নাম একান্ত চিত্তে জপ কৰিব লাগে। ॥ ১৩২ ॥

"ৰাম হ'ল জগতৰ পতি ; গতিকে তেওঁৰ লগত বৈৰীভাৱ ত্যাগ কৰি সীতা-ৰাম নাম জপ কৰাঁ।" এইখিনি কথা কৈ কালনেমি মনে মনে থাকিল। কিন্তু এনে অমৃত তুল্য বচন ৰাৱণে ক'ত শুনিব ? ॥ ১৩৩ ॥

খঙৰ কোবত ৰাৱণে কালনেমিক মাৰিবলৈ সাজু হ'ল। তেতিয়া কালনেমিয়ে পুনৰ নম্ৰভাৱে ক'লে—"আপুনি কিয় খং কৰিছে ? যদি আপোনাৰ কাম সফল হয় মই এতিয়াই যাবলৈ সাজু আছোঁ। ॥ ১৩৪ ॥

এনেকৈ কৈ তেওঁ দৌৰ মাৰি উঠি গুচি গ'ল। তেওঁ কি উপায়েৰে হনুমান উভতি যোৱাত বাধা দিব পাৰি তাৰ চিন্তা কৰিবলৈ ধৰিলে। হনুমান যোৱাৰ বাটত গৈ তেওঁ মায়াৰ বলেৰে এখন ধুনীয়া তপোবন সৃষ্টি কৰি ফল আৰু ফুলৰ গছেৰে সেই তপোবন নদন-বদন কৰি পেলালে। ॥১৩৫॥

এখন আশ্ৰম সৃষ্টি কৰি হনুমানক ছলনা কৰিবলৈ নিজে মুনীশ্বৰৰ ৰূপ লৈ শিষ্যৰ দ্বাৰা পৰিবেষ্টিত হৈ বহি থাকিল। হনুমানে তাত আশ্ৰম দেখা পাই ভাবিলে—'আগতে দেখোন ইয়াত আশ্ৰম নাছিল।' ॥ ১৩৬ ॥

গতিকে এইখন কাৰ আশ্ৰম চাইমেলি পানী খাই যোৱাৰ ইচ্ছা কৰি (হনুমান কালনেমিৰ) ওচৰলৈ গ'ল। হনুমানক দেখা পাই প্ৰতাৰণা কৰিবলৈ কালনেমিয়ে যোগীৰ ৰূপ লৈ শিৱপূজা কৰি আছিল। ॥ ১৩৭ ॥

আশ্ৰমৰ ভিতৰত দৰ্শন কৰিবলৈ সোমাই যোগেশ্বৰক দেখা পাই হনুমানে নমস্কাৰ কৰিলে আৰু নিজৰ চিনাকি দি ক'লে "মই শ্ৰীৰঘুনাথৰ দূত হনুমান। প্ৰভুৰে ঔষধ আনিবলৈ আদেশ দিয়াৰ কাৰণে ইয়ালৈ আহিছোঁ।" ॥ ১৩৮ ॥

এনেদৰে সকলো বৃত্তান্ত কোৱাৰ পাছত হনুমানে পানী খোৱাৰ ইচ্ছা কৰিলে। কালনেমিয়ে আনন্দেৰে পানী খাবলৈ দি ক'লে—"ফল-মূল, পানী যিমান ইচ্ছা খোৱাঁ"! তুমি উভতি যোৱাৰ কাৰণে লৰালৰি কৰাৰ কোনো প্ৰয়োজন নাই! ॥ ১৩৯ ॥



"মই যোগী হোৱাৰ কাৰণে সকলো কথা জানিব পাৰোঁ। ৰামে চকুৰ দৃষ্টিৰেই লক্ষ্মণক জীয়াই পেলাইছে।" তেতিয়া হনুমানৰ পিয়াহ নপলোৱাত ক'লে— ॥ ১৪০ ॥

"মোৰ বৰ পিয়াহ লাগিছে; আৰু পানী ক'ত আছে কৈ দিয়ক।" হনুমানৰ কথা শুনি ওচৰত থকা পুখুৰী দেখুৱাই দিবলৈ শিষ্য এজন লগত দি কলে— ॥ ১৪১ ॥

"যোৱাঁ, পানী খাই ইয়ালৈ ঘূৰি আহিবা। মই তোমাক এটা মন্ত্ৰ শিকাই দিম। সেই মন্ত্ৰ লৈ গ'লে সহজে ঔষধ বিচাৰি পাবা।" হনুমানে 'ভাল কথা' বুলি শলাগি পুখুৰীৰ পাৰলৈ গ'ল আৰু পানী খালেগৈ। ॥ ১৪২ ॥

সেই পুখুৰীত ঘঁৰিয়াল এজনী বাস কৰিছিল। তাই মুখ মেলি হনুমানক গিলিবলৈ আগবাঢ়ি আহিল। হনুমানে তাইৰ মুখখনত ধৰি ফালি পেলালে। তেতিয়া তাই সুন্দৰী স্ত্ৰীৰ ৰূপ ধৰি ক'বলৈ ধৰিলে—॥ ১৪৩ ॥

"মই পূৰ্বে এজনী স্বৰ্গৰ অপ্‌সৰা আছিলোঁ। মোৰ নাম 'ধ্যানমালী'। ব্ৰাহ্মণৰ অভিশাপত মোৰ ঘঁৰিয়াল ৰূপ হৈছিল। সেই ৰূপ নাশ কৰি দিয়াত মোৰ সকলো দুখ দূৰ হ'ল। এতিয়া পুনৰ সুন্দৰ ৰূপত স্বৰ্গলৈ যাব পাৰিম। ॥ ১৪৫ ॥

আপোনাক মই আৰু এটা কথা নিবেদন কৰিব খুজিছোঁ। আপুনি যাক মুনি বুলি ভাবি লৈছে, তেওঁ মুনি নহয়, তেওঁ মায়াবী কালনেমিহে, ৰাৱণৰ আজ্ঞাক্ৰমে ঔষধ

লৈ যোৱাত আপোনাক বাধা দিবলৈ ইয়ালৈ আহিছে। ॥ ১৪৫ ॥

"আৰু বাধা সৃষ্টি কৰিবলৈ ইয়ালৈ আহি এইবোৰ কৰিছে। তাক সোনকালে মাৰি আপুনি ঔষধ লৈ যাওক।" এনেকৈ কৈ ধ্যানমালী ইন্দ্ৰৰ ওচৰলৈ গ'ল। হনুমানে নজনাৰ ভাও ধৰি আশ্ৰমলৈ ঘূৰি আহিল। ॥ ১৪৬ ॥

হনুমান ওচৰলৈ অহা দেখি এতিয়া 'মোৰ কাৰ্য্যসিদ্ধি কৰিম' বুলি ভাবি কালনেমিয়ে ক'বলৈ ধৰিলে—"মই এতিয়াই তোমাক সিদ্ধিমন্ত্ৰ দিম; হনুমান, তুমি লোৱাঁ আৰু মোক গুৰু দক্ষিণা দিয়াঁ।" ॥ ১৪৭ ॥

এনে ছলনাৰ বাক্য শুনি হনুমানৰ খং উঠিল আৰু 'এয়া দক্ষিণা লোৱাঁ' বুলি অতি জোৰেৰে কালনেমিক এটা ভুকু মাৰিলে। ভুকু খোৱাৰ লগে লগে কালনেমিৰ মুনিবেশ নাইকিয়া হ'ল। সি ৰাক্ষসৰ ৰূপ ধাৰণ কৰিলে। ॥ ১৪৮ ॥

সি নানা তৰহৰ ৰাক্ষসী মায়াৰ সৃষ্টি কৰিবলৈ ধৰিলে, কিন্তু হনুমানে জোৰেৰে তাৰ মূৰত একোৰ মৰাত কালনেমি মৰি থাকিল। তেতিয়া হনুমান তৎক্ষণাত দ্ৰোণাচললৈ গ'ল আৰু গোটেই পৰ্ব্বতটো দাঙি লৈ ৰামৰ ওচৰ পালেগৈ। ॥ ১৪৯ ॥

ৰঘুনাথ তেতিয়া অতি আনন্দিত হ'ল। সুষেণে ঔষধ প্ৰয়োগ কৰাৰ লগে লগে লক্ষ্মণে চেতনা লাভ কৰি উঠি বহিল আৰু 'ৰাৱণক নমৰাকৈ নেৰেঁা' বুলি ক'লে। হনুমানৰ চেষ্টাৰ কাৰণে লক্ষ্মণ জী উঠিল বুলি ৰামে মত প্ৰকাশ কৰিলে। ॥১৫০॥



যুদ্ধ কৰাৰ মানসেৰে ৰঘুনাথ পুনৰ আগবাঢ়ি গ'ল। বান্দৰ সৈন্যও লগে লগে গ'ল। গৰুড় পখীয়ে যি দৰে সাপক মাটিত পেলায় ৰাৱণকো ৰামে তেনেকৈ বগৰাই পেলালে আৰু ৰাৱণ মূৰ্চ্ছা গ'ল। ॥ ১৫১ ॥

ৰামচন্দ্ৰৰ প্ৰচণ্ড শক্তিৰ ওচৰত পৰাজিত হৈ দুখ মনেৰে সকলো সভাসদ গোটাই সিংহাসনত বহি ৰাৱণে ক'লে—"বীৰ-সকল, মই ৰামৰ হাতত মৰিম। ॥ ১৫২ ॥

"ৰাম স্বয়ং নাৰায়ণ, তেৱেঁই চৌদ্ধ ভুৱনৰ গৰাকী। প্ৰভুৱে মানুহৰ অৱতাৰ লৈছে মোক বধ কৰিবলৈকে। মানুহৰ হাতত মোৰ মৃত্যু হ'ব বুলি ব্ৰহ্মাই মোক বৰ দিছিল। ৰঘুনাথে মানুহৰ ৰূপ লৈ আহিছে মোৰ কাল স্বৰূপে। ইয়াক কোনে খণ্ডাব পাৰিব? ॥ ১৫৩ ॥

"সূৰ্য্যবংশত অনৰণ্য নামৰ এজন বীৰ ৰজা আছিল। মই তেওঁক অকাৰণত বিৰোধ কৰাত তেওঁ অভিশাপ দি কৈছিল—"মোৰ বংশত নাৰায়ণ অৱতাৰ হ'ব আৰু তোক সবংশে নাশ কৰিব"। ॥ ১৫৪ ॥

"সেই অভিশাপ সত্য প্ৰমাণিত কৰিবলৈ ৰঘুনাথ সাজু হৈ ইয়ালৈ আহিছে। গতিকে তেওঁ মোক নিশ্চয় বধ কৰিব। ॥ ১৫৫ ॥

"মোৰ ভাই কুম্ভকৰ্ণ মূৰ্খ হ'ল। এতিয়ালৈকে সি শুয়েই আছে। যোৱাঁ, তাক জগাই ইয়ালৈ আনা।" এনে আদেশ পাই ডাঙৰ বীৰসকলে কুম্ভকৰ্ণক জগাই আনিলে। ॥ ১৫৬ ॥

শক্তিধাৰী কুম্ভকৰ্ণ আহি ককায়েকৰ চৰণৰ ওচৰত বহিলত ৰাৱণে করুণ ভাৱে ক'লে—"শুনা ভাই কুম্ভকৰ্ণ, মোৰ বৰ বিপদৰ সময় আহিছে। পুত্ৰ-নাতিৰে সৈতে বহুতো বীৰ ৰণত পৰিছে। ॥ ১৫৭ ॥

"এতিয়া মোৰ প্ৰাণ পৰ্য্যন্ত যোৱাৰ উপক্ৰম হৈছে। তুমি কিবা উপায় কৰাঁ। ৰাম অতি বলবান শত্ৰু যেন ধাৰণা হৈছে; গতিকে সাৱধানে থাকিবা। তেওঁ ইমান গভীৰ সাগৰৰ ওপৰত সেতু বান্ধি বান্দৰ সৈন্য লৈ ইয়ালৈ আহি আমাৰ বহুত বীৰ বিনাশ কৰিছে। ॥ ১৫৮ ॥

বান্দৰ বীৰসকল বৰ সাহসী যোদ্ধা। তেওঁলোকৰ একো হোৱা নাই; অথচ আমাৰ বহুতো বীৰ মৰিল। বান্দৰক বিনাশ কৰাৰ একো উপায় মই দেখা নাই। তুমি এতিয়া উপায় চিন্তা কৰাঁ। ॥ ১৫৯ ॥

দুখেৰে কোৱা ৰাৱণৰ কথাবোৰ শুনি কুম্ভকৰ্ণই বৰ জোৰেৰে হাঁহিবলৈ ধৰিলে। তাৰ পাছত ক'লে—"মই এতিয়া কি ক'ম? আগতেই কৈছিলোঁ যে ৰাম সাক্ষাৎ নাৰায়ণ আৰু সীতা তেওঁৰ যোগমায়া। ॥ ১৬০ ॥

"তেতিয়া আপুনি মোৰ কথাত কাণ নিদি ওলোটাই মোকহে খং কৰিলে। তাৰ ফলতেই আজি ইমানবোৰ বীৰৰ প্ৰাণ নাশ হ'ল। এদিন ৰাতি মই পৰ্বতৰ শিখৰত বহি আছিলোঁ। মাজৰাতি হঠাৎ নাৰদক দেখা পালোঁ। ॥ ১৬১ ॥

তেওঁ কলৈ যাব আৰু কিয় ইয়ালৈ আহিছে বুলি মই তেওঁক সুধিলোঁ। তেতিয়া তেওঁ মোক ক'লে—"শুনা কুম্ভকৰ্ণ,



সৰ্বলোক জয় কৰি তোমালোকে ইন্দ্ৰাদি দেৱতাসকলক অতিশয় নিৰ্যাতন কৰিলা। ॥ ১৬২ ॥

"দেৱতাসকলে বিষ্ণুৰ ওচৰলৈ গৈ ৰাৱণক বধ কৰাৰ কাৰণে অনুৰোধ কৰিলে। 'ব্ৰহ্মাৰ বৰদান থকাৰ কাৰণে মানুহৰ হাততহে সি মৰিব; গতিকে আপুনি মানুহৰ ৰূপ লৈ তাক বধ কৰক' বুলি ক'লে। ॥ ১৬৩ ॥

"তেওঁৰ চৰণত পৰি কৰা প্ৰাৰ্থনা শুনি বিষ্ণুৱে সেইদৰে 'বধ কৰিম' বুলি কথা দিছিল। সেই বাক্য সত্য কৰিবলৈ ৰঘুনাথ এতিয়া সাজু হৈছে। তোমালোকক তেওঁ নিশ্চয় বধ কৰিব। এনেকৈ কৈ নাৰদ গুচি গ'ল। ॥ ১৬৪ ॥

"গতিকে ৰঘুনাথ শত্ৰু নহয়, ঈশ্বৰ বুলি মানি লোৱাঁ আৰু তেওঁৰ প্ৰতি থকা বৈৰীভাৱ ত্যাগ কৰাঁ; ভক্তিৰে তেওঁৰ নাম কীৰ্ত্তন কৰাঁ। ॥ ১৬৫ ॥

"সকলো সাধনাৰ ভিতৰত ভক্তিয়েই হ'ল মুখ্য সাধনা। ভক্তিয়ে জ্ঞান দিয়ে। ভক্তিয়ে সকলোকে মুক্ত কৰে। ভক্তি-হীন ভাৱে কৰ্ম কৰিলে নিষ্ফল হয়। এইকথা জানি তুমিও ৰঘুনাথৰ চৰণত ভক্তি কৰাঁ। ॥ ১৬৬ ॥

"প্ৰভুৰ হাজাৰ অৱতাৰৰ ভিতৰত ৰাম অৱতাৰেই শ্ৰেষ্ঠ। নামমাত্ৰ ভজন কৰিলেও কষ্ট নোপোৱাকৈ সংসাৰ-সাগৰ পাৰ হৈ পূৰ্ণ স্বৰূপত হৰিয়ে বাস কৰা স্থান লাভ কৰিবা। ॥ ১৬৭ ॥

"যিজনে দিনে-নিশাই ৰামত মন সঁপি দিয়ে, তেওঁৰ মহিমা অধ্যয়নত মগ্ন হয়, তেওঁৰ কৰ্মজনিত সকলো পাপ দূৰ হয়। তেওঁ বৈকুণ্ঠৰ সকলো সুখ লাভ কৰে"। ॥ ১৬৮ ॥

কুম্ভকৰ্ণ ই কোৱা কথাবোৰ শুনি ৰাৱণে খঙত তৰ্জন-গৰ্জন কৰি ক'বলৈ ধৰিলে—"মোক জ্ঞান দিবলৈ তোক ইয়ালৈ মাতি অনা নাই। মই যিদৰে কওঁ সেইদৰে যুদ্ধ কৰিবি, আৰু যদি শুবলৈ মন আছে যা, পালেঙত শুই থাকগৈ। ॥ ১৬৯ ॥

ৰাৱণৰ কথা শুনি কুম্ভকৰ্ণ বিমৰ্ষ হল। তেওঁ মুখেৰে একো নোকোৱাকৈ যুঁজ কৰিবলৈ গুচি গল। জঁাপমাৰি দেৱাল পাৰহৈ বিকট চিঞৰ মাৰি যোৱা কুম্ভকৰ্ণক সকলোৱে কালতুল্য দেখিলে আৰু বৰ ভয় খালে। ॥ ১৭০ ॥

ডাঙৰ ডাঙৰ বান্দৰ বীৰসকলক ধৰি সি গিলিবলৈ ধৰিলে। কুম্ভকৰ্ণক তেতিয়া উৰামাৰি অহা পাখিলগা পৰ্বতৰ দৰে দেখা গৈছিল। সন্মুখত টিকিব নোৱাৰি সকলো বান্দৰ সেনা পিছ হুহঁকি গ'ল। ॥ ১৭১ ॥

ককায়েক বুলি বিভীষণে লগ পাবলৈ আহিল আৰু ভৰিত পৰি বিনীত ভাৱে ক'লে—"মই আপোনাৰ সৰু ভায়েক। মোক করুণা কৰক। লঙ্কাত মোৰ কাৰণে ঠাই নহল। ॥ ১৭২ ॥

ৰামচন্দ্ৰক পৰমেশ্বৰ বুলি জানি সীতাক তোমাৰ ঘৰত নাৰাখিবা বুলি কৈছিলোঁ। তেতিয়া ৰাৱণে মোক গোৰমাৰি গুচি যাবলৈ ক'লে। ॥ ১৭৩ ॥

চাৰিজন মন্ত্ৰীকলৈ মই ওলাই আহিলোঁ। আৰু ৰামৰ চৰণত আশ্ৰয় মাগিলোঁ। প্ৰভুৱে মোক দয়া কৰিলে। এতিয়া তেওঁৰ ওচৰত থাকিবলৈ পাই মই অতি সুখী হৈছো ॥১৭৪॥



বিভীষণৰ নম্ৰ বচন শুনি ভায়েকক কোলাত তুলি লৈ কুম্ভকৰ্ণই কলে—"ভাই তুমি চিৰঞ্জীৱী হোৱাঁ। ৰামক ঈশ্বৰ মানি তেওঁৰ নাম কীৰ্ত্তন কৰাঁ। ॥ ১৭৫ ॥

"নাৰদে আগতেই তোমাক চিনি পাইছিল। তোমাৰ ভক্তি মই এতিয়া বুজিব পাৰিছোঁ। নাৰদৰ কথা সকলো সঁচা হ'ল আৰু মহৎ হোৱা মই দেখিবলৈ পাইছোঁ। ॥ ১৭৬ ॥

"তুমি যুদ্ধৰ সময়ত ওচৰলৈ নাহিবা। আঁতৰি যোৱাঁ।" এনে বচন শুনি তেওঁ বিদায় লৈ গুচি গ'ল। হুচকুয়েদি ধাৰাসাৰে চকুৰ পানী তেওঁ ৰখাব নোৱাৰিলে। বিভীষণ উভতি যোৱাৰ পিছত বীৰ কুম্ভকৰ্ণ ই ঘূৰি ঘূৰি বহুতো সৈন্য বধ কৰিলে। বহুত বান্দৰ গছকি, মোহাৰি পিটিকি নিঃশেষ কৰিলে। ॥ ১৭৮ ॥

হাতত মুদগৰ লৈ ঘূৰি ঘূৰি এনেদৰে সৈন্যবিনাশ কৰা দেখি ৰঘুনাথৰ বৰ খং উঠিল আৰু তেওঁ বায়ব্যাস্ত্ৰ প্ৰয়োগ কৰি মুদগৰেৰে সৈতে কুম্ভকৰ্ণৰ হাত এখন কাটি পেলালে ॥১৭৯॥

হাত সৰি পৰাত বিকট শব্দ কৰি সি প্ৰভুৰ ওচৰলৈ ল'ৰি আহিল আৰু শাল গছ এজোপা উভালি মাৰিবলৈ সাজু হ'ল। তেতিয়া ৰামে ইখন হাতো কাটি পেলালে। ॥ ১৮০॥

দুয়োখন হাত সৰি পৰাত খঙেৰে গৰ্জন কৰি পুনৰ ৰঘুনাথৰ ফালে ( কুম্ভকৰ্ণ ই ) খেদি আহিল। তেতিয়া দুপাট অৰ্দ্ধচন্দ্ৰ বাণ প্ৰয়োগ কৰি তাৰ ভৰি দুখনো কাটি পেলালে। ॥ ১৮১ ॥

হাতভৰি নথকাত অতি কষ্টৰে চুচৰি ৰামক গিলিবলৈ মুখ মেলি আগবাঢ়িল ; কিন্তু ৰামে বাণমাৰি মুখখন বন্ধ কৰি দিলে। তাকে দেখি বান্দৰসকলে অতিশয় আনন্দ পালে। ॥ ১৮২ ॥

এনেদৰে প্ৰথমে হাত-ভৰি কাটি কুম্ভকৰ্ণক উঠিব নোৱাৰা কৰাৰ পাছত ইন্দ্ৰশৰ প্ৰয়োগ কৰি মূৰটো ছিঙি পেলালে। মূৰ ওফৰি গৈ নগৰৰ দুৱাৰ মুখত পৰিল। শৰীৰটো সাগৰৰ মাজত পৰিলগৈ। ॥ ১৮৩ ॥

আৰু সাগৰত থকা ঘঁৰিয়াল আদি বহুত জলচৰ জন্তু তাৰ হেচাঁত মৰি থাকিল। ইন্দ্ৰাদি দেৱতাসকলৰ মনত কষ্ট দূৰ হ'ল আৰু তেওঁলোকে ৰামৰ ওপৰত পুষ্পবৃষ্টি কৰিলে। নাৰদ, ৰামক লগ পাবলৈ বুলি আহিল। ॥ ১৮৪ ॥

তেওঁ ৰামক বহুতো স্তুতি কৰি পিছত হব লগা ঘটনাৰ কথা উল্লেখ কৰি ক'লে—"হে নাথ, এই কুম্ভকৰ্ণ এজন ডাঙৰ বীৰ আছিল এওঁ সহজেই মৰিল। এতিয়া আৰু এজন বীৰ আছে। সেইজন হল ইন্দ্ৰজিত।" ॥ ১৮৫ ॥

"তেওঁ কালিলৈ লক্ষ্মণৰ হাতত মৰিব। পৰহিলৈ আপোনাৰ হাতত ৰাৱণৰ মৃত্যু হ'ব। মুনি, দেৱতা, সিদ্ধগণ আদি সকলোৱে এই ঘটনা দেখিবলৈ পাব।" এনেকৈ নাৰদ ব্ৰহ্মালোকলৈ গুচি গ'ল। ॥ ১৮৬ ॥

ৰাৱণে কুম্ভকৰ্ণ মৰাৰ বাতৰি পাই শোকত মূৰ্চ্ছা গ'ল। ৰাৱণক সান্ত্বনা দিবলৈ ইন্দ্ৰজিত আহিল আৰু ক'লে—"মই জীয়াই থাকোতে আপুনি কিয় চিন্তা কৰিছে ? ॥ ১৮৭ ॥



"আপুনি কোনো শত্ৰুৰ বাবে ভয় নকৰিব। সকলো শত্ৰু বধ কৰি মই আপোনাৰ মনৰ দুখ দূৰ কৰিম। কুম্ভিলাস্থললৈ গৈ এতিয়াই মই হোম যজ্ঞ আৰম্ভ কৰিম। তেতিয়া অগ্নি প্ৰসন্ন হব। ॥ ১৮৮ ॥

"অগ্নিয়ে দিয়া অস্ত্ৰ লৈ মই যুঁজ কৰিম। তেতিয়া মোৰ সন্মুখত কোনো তিষ্ঠি থাকিব নোৱাৰিব।" এনেকৈ কৈ ইন্দ্ৰজিত কুম্ভিলাস্থললৈ গ'ল আৰু তাত ভক্তিৰে হোম-যজ্ঞ আৰম্ভ কৰিলে ॥১৮৯॥

ইন্দ্ৰজিতে হোম-যজ্ঞ আৰম্ভ কৰা বাতৰি বিভীষণে পালে আৰু ৰামৰ ওচৰলৈ গৈ তেওঁ ক'লে—"হে ৰঘুনাথ, ইন্দ্ৰজিতে হোম-যজ্ঞ কৰাৰ খবৰ পাই আপোনাক জনাবলৈ আহিছোঁ ॥১৯০॥

"প্ৰভু, হোম-যজ্ঞত বিঘ্ন সৃষ্টি কৰিবই লাগিব। যদি তাৰ যজ্ঞ সিদ্ধ হয়, তেতিয়া ৰাক্ষসসকল অজেয় হব। লক্ষ্মণ আৰু মোক তালৈ যাবলৈ আদেশ দিয়ক। লক্ষ্মণে নিশ্চয় তাক বধ কৰিব পাৰিব ॥১৯১॥

বিভীষণৰ কথা শুনি ৰামে কলে—"মই নিজে গৈ ইন্দ্ৰজিতক বধ কৰিম।" তেতিয়া বিভীষণে সেইজন বীৰৰ বিষয়ে সকলো কথা জনাই পুনৰ কলে—"আহাৰ নোখোৱাকৈ, ৰাতি টোপনি নোযোৱাকৈ,—দিনে-নিশাই নিয়মপূৰ্বক থাকি যি পুৰুষে বাৰ বছৰ কাল ব্ৰত উদ্‌যাপন কৰিছে তেৱেঁই ইন্দ্ৰজিতক বধ কৰিব পাৰিব ॥১৯২॥

"তেনেজন পুৰুষৰ হাতত তাৰ মৃত্যু হব বুলি ইন্দ্ৰজিতে বৰ পাইছে। তেনেকৈ থকা পুৰুষ মাত্ৰ লক্ষ্মণেই আছে; গতিকে তেওঁকেই ইন্দ্ৰজিতক মাৰিবলৈ আদেশ দিয়ক ॥১৯৩॥

"ৰঘুনাথ, আপুনি নিজে ঈশ্বৰ আৰু ভ্ৰাতৃ লক্ষ্মণ শেষনাগ। ভূমিৰ ভাৰ হৰণ কৰাৰ উদ্দেশ্যে জন্ম লৈছে। আপোনাৰ এইৰূপ ভজন কীৰ্তন কৰা কাৰণে সৃষ্টি কৰিছে ॥১৯৪॥

"তুমি সঁচা কথাই কৈছা। এই বীৰ কোন মই জানো। ৰনলৈ অহাৰপৰা লক্ষ্মণে খোৱা-শোৱা নকৰাকৈ থকা কথাও মই জানো আৰু জানিও একো নোকোৱাকৈ মই মনে মনে আছোঁ।"—ৰামে উত্তৰত এই বুলি ক'লে ॥১৯৫॥

তেওঁ লক্ষ্মণক আদেশ দি ক'লে— "তুমি তৎক্ষণাত সৈন্য-সামন্ত লৈ সাজু হোৱা আৰু ইন্দ্ৰজিতক বধ কৰাঁগৈ। বিভীষণো তোমাৰ লগত যাব আৰু ক'ত কি কি ছিদ্ৰ আছে তোমাক জনাই দিব ॥১৯৬॥

ৰঘুনাথৰ আদেশ পাই হাতত ধনু লৈ লক্ষ্মণে ৰামৰ চৰণত ধৰি ক'লে— "মোৰ বাণে আজি বীৰ ইন্দ্ৰজিতৰ প্ৰাণ লৈ পাতালৰ ভোগৱতী নৈত গৈ স্নান কৰি নিৰ্মল হব" ॥১৯৭॥

(লক্ষ্মণে) এনেদৰে কৈ ৰামক প্ৰদক্ষিণ কৰিলে আৰু সেই মুহূৰ্ততে শুভলক্ষণ উলিয়াই ৰামৰপৰা বিদায় লৈ যাত্ৰা কৰিলে। জাম্বুবান, হনুমান, অঙ্গদ আদি কিছু সৈন্য তেওঁৰ লগত লৈ গ'ল। ইন্দ্ৰজিতৰ সৈন্যদল দেখা পালে ॥১৯৮॥



আদেশমতে গৈ পাই লক্ষ্মণে যেতিয়া ধনুত কাঁড় জুৰিলে, তেতিয়া সৈন্যবোৰেও খেদা মাৰি গ'ল। বিভীষণে আগবাঢ়ি গৈ ক'লে— ॥১৯৯॥

"আগত যি ক'লা মণ্ডল এটা দেখা পাইছে, সেইবোৰ সকলো বীৰ সৈন্যৰ দল। আপুনি সকলো বীৰৰ শিৰশ্ছেদ কৰক। এতিয়াই নামাৰিলে তাৰ যজ্ঞ সিদ্ধ হোৱাৰ পাছত মাৰিব নোৱাৰিব ॥২০০॥

"এই সৈন্যবোৰ মাৰি পেলালে ইন্দ্ৰজিতো হোম-যজ্ঞ এৰি যুঁজিবলৈ ল'ৰি আহিব।" বিভীষণে এনেকৈ বুদ্ধি দিয়াত লক্ষ্মণে সৈন্যৰ ওপৰত বাণ বৃষ্টি কৰিবলৈ ধৰিলে ॥২০১॥

বান্দৰ সৈন্যবিলাকে গছ, শিলৰ টুকুৰা আদি সৈন্যদলৰ ওপৰত দলিয়াবলৈ ধৰিলে। ৰাক্ষস সৈন্যও আগবাঢ়ি আহি ভুৰ্ঘোৰ যুঁজ কৰিবলৈ ধৰিলে। লক্ষ্মণৰ শৰে বহুতক বিনাশ কৰিলে।

ইন্দ্ৰজিতে ক্ৰোধান্বিত হৈ হোম ত্যাগ কৰিলে আৰু লক্ষ্মণৰ লগত যুঁজিবলৈ আহিল ॥২০২॥

ধনু লৈ ৰথত উঠি লক্ষ্মণক ক'লে—'আজি মোৰ সন্মুখৰ পৰা সাৰি যাব নোৱাৰ'। লগতে বিভীষণক দেখি 'ৰাক্ষস কুলৰ শত্ৰু অধম' বুলি গালি পাৰিবলৈ ধৰিলে ॥২০৩॥

এনেকৈ ইন্দ্ৰজিত ৰথত উঠিল আৰু 'সকলোকে জিনি পেলাব পাৰিম' বুলি নিশ্চিত হৈ বান্দৰ সৈন্যসকললৈ কেৰেপ নকৰাকৈ 'এইবাৰহে সকলোকে ঠিক লগাম' বুলি ক'বলৈ ধৰিলে ॥২০৪॥

"প্ৰাণ বাণ প্ৰয়োগ কৰি সকলোকে মই বধ কৰিম, তোৰ শৰীৰ মাটিত বগৰাই দিম।" (ইন্দ্ৰজিতৰ) এনে কথা শুনি লক্ষ্মণৰ বৰ খং উঠিল। তেওঁ এপাট কাঁড় মাৰি তাক থিতাতে অচেতন কৰি পেলালে ॥২০৫॥

কিছু সময় মূৰ্চ্ছিত হৈ পুনৰ ইন্দ্ৰজিৎ উঠিল। আৰু তেওঁ চকু ৰঙা কৰি আগুৱাই গৈ ক'লে—"মোৰ পৰাক্ৰম বুজিব নোৱাৰি মে'লৈ কাঁড় মাৰিলি। এতিয়া পৰাক্ৰম বুজি ল। ॥২০৬॥

এইদৰে কৈ লক্ষ্মণলৈ সাতপাট কাঁড় মাৰি পঠালে। হনুমানৰ গালৈ দহপাট শৰ মাৰিলে। বিভীষণক ইন্দ্ৰজিতে প্ৰধান শত্ৰু বুলি ভাবিলে ॥২০৭॥

সেই কাৰণে তেওঁৰ গাত এশপাট শৰ প্ৰয়োগ কৰিলে। লক্ষ্মণেও শৰ নিক্ষেপ কৰি ইন্দ্ৰজিতৰ শৰীৰৰ কৱচ কাটি পেলালে। ইন্দ্ৰজিতেও এহেজাৰ শৰ প্ৰয়োগ কৰি লক্ষ্মণৰ শৰীৰৰ কৱচ টুকুৰা-টুকুৰ কৰি কাটি পেলালে ॥২০৮॥

লক্ষ্মণে পুনৰ পাঁচপাট শৰ নিক্ষেপ কৰি ইন্দ্ৰজিতৰ ঘোঁৰা, ৰথ, সাৰথি আদি কাটি পেলালে। ইন্দ্ৰজিতে লক্ষ্মণলৈ শৰ মাৰিবলৈ আকৌ হাতত ধনু তুলি ল'লে। লক্ষ্মণে তিনিপাট শৰ মাৰি ধনুখনকে কাটি ছটুকুৰা কৰিলে। পুনৰ ধনু লৈ ইন্দ্ৰজিতে লক্ষ্মণৰ ওপৰত অজস্ৰ শৰ নিক্ষেপ কৰিলে ॥২০৯॥

ইমানবোৰ শৰে চৌদিশ ছাটি পেলোৱাত বান্দৰবোৰ মহা সংকটত পৰিল। তেতিয়া লক্ষ্মণে ইন্দ্ৰজিতক বধ কৰাৰ মানসেৰে ইন্দ্ৰাস্ত্ৰ ধনুত জুৰি লৈ মনতে ৰঘুনাথক চিন্তা কৰি প্ৰতিজ্ঞা কৰি ক'লে ॥২১০॥



"যদি ধৰ্মাত্মা দাশৰথি ৰাম সচাঁকৈ জগতৰ পতি হয় তেন্তে এই শৰে গৈ ইন্দ্ৰজিতক বধ কৰক।" এইদৰে কৈ নিক্ষেপ কৰা শৰে গৈ ইন্দ্ৰজিতৰ মূৰটো ছিঙি পেলালে। তেতিয়া ইন্দ্ৰাদি দেৱতাসকলে আনন্দিত হৈ পুষ্প বৃষ্টি কৰিবলৈ ধৰিলে ॥২১১॥

পৃথিৱীৰ ভাৰ আঁতৰি যোৱাত আনন্দৰ দুন্দুভি বাজিবলৈ ধৰিলে। লক্ষ্মণে শঙ্খ-ধ্বনিৰ লগে লগে ধনুত টঙ্কাৰ কৰিবলৈ ধৰিলে। বান্দৰবিলাকে আনন্দত তেওঁক স্তুতি কৰিবলৈ ধৰিলে ॥২১২॥

তাৰ পাছত লক্ষ্মণে সসৈন্যে ৰামৰ ওচৰলৈ গ'ল আৰু তেওঁৰ চৰণত পৰি সকলো কথা নিৱেদন কৰিলে। বাতৰি পাই ৰঘুনাথ অতি আনন্দিত হ'ল। তেওঁ ক'লে—"তুমি ইন্দ্ৰজিতক বধ কৰি মুখ্য শত্ৰু এজন নাশ কৰিলা ॥২১৩॥

"এইজনক বধ কৰাত এতিয়া আৰু মোৰ শত্ৰু নাই বুলি ক'ব পাৰি ; কাৰণ ৰাৱণক মই সহজে বধ কৰিব পাৰিম।" সিফালে ইন্দ্ৰজিত-বধৰ বাতৰি পাই ৰাৱণ মূৰ্চ্ছিত হৈ পৰিল ॥২১৪॥

অলপ পাছত চেতনা পাই তেওঁ ডাঙৰ সৈন্যদল এটা যুঁজ কৰিবলৈ পঠালে আৰু নিজে তৰোৱাল এখন হাতত লৈ সীতাক কাটিবলৈ গ'ল। তাকে দেখি মন্ত্ৰী সুপাৰ্শ্ব দৌৰ মাৰি ৰাৱণৰ ওচৰলৈ গ'ল আৰু স্ত্ৰী হত্যা কৰা উচিত নহয় বুলি তেওঁক মিনতি কৰিলে ॥২১৫॥

সুপাৰ্শ্বৰ মিনতি শুনি ৰাৱণ তৎক্ষণাত প্ৰাসাদলৈ ঘূৰি আহিল। তেওঁ শোকত বিবুদ্ধি হৈ আকৌ ৰাজসভা আহ্বান কৰিলে ॥২১৬॥

সকলো মন্ত্ৰীৰ লগত পৰামৰ্শ কৰি যুদ্ধ কৰাই উচিত বুলি সিদ্ধান্ত লোৱা হ'ল। সেয়ে পুনৰ বাকী থকা সৈন্য লৈ ৰাৱণ ৰামৰ লগত যুঁজিবলৈ গ'ল ॥২১৭॥

কিন্তু ৰাৱণৰ অৱস্থা জুইত জাহ যোৱা পতঙ্গৰ দৰে হ'ল। বহুত বীৰ মৃত্যুৰ মুখত পৰিল আৰু নিজৰো বুকুত শৰৰ আঘাত লাগিল তিষ্টিব নোৱাৰি আকৌ পলায়ন কৰিলে ॥২১৮॥

এইদৰে যেতিয়া ৰাৱণ সঙ্কটত পৰিল তেতিয়া তেওঁ গুৰুৰ (শুক্ৰাচাৰ্যৰ) কথা স্মৰণ কৰিলে। আৰু তেওঁৰ ওচৰলৈ গৈ গুৰুৰ চৰণত শিৰ থৈ নিবেদন কৰিলে—"হে প্ৰভু, মই বৰ বিপদত পৰিছোঁ। সেই কাৰণে আপোনাক ক'বলৈ আহিছোঁ ॥২১৯॥

"আপুনি থাকোঁতে মই ইমান কষ্ট পাবলগীয়া হ'ল। এই ৰামে মোৰ পুত্ৰ, বন্ধু আৰু বহু বীৰ মাৰি শেষ কৰিলে। মই কেনেকৈ এতিয়া ধৈৰ্য ধৰি থাকিম?" ॥২২০॥

ৰাৱণৰ কথা শুনি সচাঁকৈয়ে বিপদত পৰিছে বুলি জানি তেওঁক উপদেশ দি গুৰুৱে ক'লে—শুনা ৰাৱণ, মই তোমাক মন্ত্ৰ এটা দিম। সেইটো লৈ গৈ ভক্তিৰে ধ্যান কৰি হোম কৰিবা। হোম সম্পূৰ্ণ কৰিব পাৰিলে তুমি অস্ত্ৰ লাভ কৰিবা ॥২২১॥



"তেতিয়া সকলো বীৰ জয় কৰিব পাৰিবা।" গুৰুৰ কথা শুনি ৰাৱণ অতিশয় আনন্দিত হৈ ঘৰলৈ উভতি গ'ল। তাত তেওঁ পাতাল সদৃশ গুহা খান্দি যজ্ঞৰ আয়োজন কৰিলে। কোনো যাতে ভিতৰ সোমাব নোৱাৰে তাৰ কাৰণে ছহৰৰ সকলো দুৱাৰ বন্ধ কৰি দিয়া হ'ল ॥২২২॥

এনেদৰে গোপনে ৰাৱণে হোম আৰম্ভ কৰিলে; কিন্তু নিজকে গোপন কৰিলেও হোমৰ ধোঁৱা লুকাই নাথাকিল। এই ধোঁৱা দেখি ৰাৱণে হোম কৰিবলৈ আৰম্ভ কৰাৰ কথা গম পাই বিভীষণে ৰামক ক'লে— ॥২২৩॥

"ৰাৱণে হোম আৰম্ভ কৰিছে। যদি তেওঁ এই হোম শেষ কৰিব পাৰে তেনেহ'লে অজেয় হ'ব। গতিকে আপুনি বান্দৰবোৰক আদেশ দিয়ক, যাতে শীঘ্ৰে গৈ হোম নষ্ট কৰি আহে" ॥২২৪॥

বিভীষণৰ কথামতে ৰামচন্দ্ৰই অঙ্গদ আৰু হনুমানক দুই কোটি সৈন্য লৈ যাবলৈ আদেশ দিলে। নগৰৰ দেৱাল জঁপ মাৰি পাৰ হৈ তেওঁলোক ৰাজপ্ৰাসাদলৈ সোমাই গ'ল। বাটত পোৱা ৰাক্ষসসকলক মাৰি পেলালে। ॥২২৫॥

বিভীষণৰ পত্নী সৰমা লঙ্কাত আছিল। তেৱেঁই ৰাৱণ লুকাই থকা ঠাইৰ সন্তেদ দিলে। গুহাৰ মুখ ডাঙৰ শিল এচটাৰে বন্ধ কৰি ৰাৱণে ভিতৰত বহি হোম কৰি আছিল। ॥২২৬॥

শিলছটা অঙ্গদে গোৰ মাৰি দিয়াত গুৰি হৈ গ'ল। তেতিয়া কিছু সৈন্য ভিতৰত সোমাল। ৰাৱণে তেতিয়াও দৃঢ় মনেৰে ধ্যান কৰি থকা দেখি বান্দৰবোৰে যজ্ঞ নষ্ট কৰাৰ ব্যৱস্থা কৰিবলৈ ধৰিলে। ॥ ২২৭ ॥

ৰাৱণে হোম কৰিবলৈ হাতত লোৱা হোমদণ্ড হনুমানে কাঢ়ি লৈ ৰাৱণৰ গালৈকে মাৰিলে; তথাপি দৃঢ় অচল হৈ ৰাৱণ ধ্যানত বহি থাকিল। তেতিয়া অঙ্গদে মন্দোদৰীক চোচোৰাই সেইখিনিলৈ লৈ আহিল। ॥ ২২৮ ॥

ৰাৱণৰ ওচৰতে মন্দোদৰীৰ বস্ত্ৰ অলঙ্কাৰ খুলি তেওঁক বিবস্ত্ৰা কৰি অপমান কৰিবলৈ ধৰিলে। তেতিয়া মন্দোদৰীয়ে কান্দি কান্দি ক'লে। ॥ ২২৯ ॥

"হে নাথ, তুমি কিয় ইমান নিলজ্জ আৰু শক্তিহীন হ'লা? পত্নীৰ করুণ ক্ৰন্দন শুনিও মনে মনে আছা। এইদৰে জীয়াই থকাতকৈ মৰাই ভাল।" মন্দোদৰীয়ে পুতেকৰ কথা সুঁৱৰি কান্দি ক'বলৈ ধৰিলে— ॥ ২৩০ ॥

"স্বামীয়ে নিজে জীয়াই থাকিবৰ কাৰণে সকলো লজ্জা ত্যাগ কৰিছে। ইন্দ্ৰজিত, তয়ো আগতে গুচি গ'লি আৰু আজি মোৰ এনে দুৰ্দশা হৈছে।" সন্মুখতে মন্দোদৰীৰ এনে করুণ বিননি শুনি ৰাৱণ উঠিল। তেওঁ হাতত খড়্গ তুলি লৈ অঙ্গদৰ কঁকালত আঘাত কৰিলে। ॥ ২৩১ ॥

এইদৰে হোম নষ্ট কৰি অঙ্গদ আদি বীৰসকল ৰামৰ ওচৰলৈ গ'লগৈ। ইফালে ৰাৱণে মন্দোদৰীক ক'বলৈ ধৰিলে— "বৰ্তমান জীয়াই থকা ভাল বুলি মই ইমানখিনি হোৱালৈকে মনে মনে বহি সহ্য কৰি আছিলো। ॥ ২৩২ ॥



"কাৰণ জীৱ জীয়াই থাকিব পাৰিলেই সংসাৰৰ কত কি বস্তু দেখিবলৈ পায়। সেই কথা চিন্তা কৰি তুমি শোক ত্যাগ কৰাঁ। অজ্ঞানতাইহে মানুহৰ এই দেহক 'মই' বুলি ভাবিবলৈ শিকায় আৰু সংসাৰৰ প্ৰতি মোহ বৃদ্ধি কৰে। ॥ ২৩৩ ॥

গতিকে অজ্ঞানতা দূৰ কৰাঁ, আত্মাক জ্ঞান স্বৰূপ বুলি জানি লৈ শোক ত্যাগ কৰাঁ। মই যুদ্ধলৈ গৈ নিশ্চয় ৰামক বধ কৰিম। যদি ৰামৰ হাতত মোৰ মৃত্যু হয় তেতিয়াও ভাল হব; কাৰণ সংসাৰ-সাগৰ পাৰ হব পাৰিম। ॥ ২৩৪ ॥

"যুদ্ধত মোৰ মৃত্যু হ'লে তুমি সীতাক বধ কৰিবা আৰু নিজে অগ্নিত প্ৰবেশ কৰি মোৰ ওচৰলৈ যাবা।" ৰাৱণৰ এনে বচন শুনি মন্দোদৰী অতি দুখিত হল। কিছু কথা নিবেদন কৰাৰ উদ্দেশ্যে তেওঁ ক'বলৈ ধৰিলে—শুনক মহাৰাজ, ॥ ২৩৫ ॥

"ৰাম সাক্ষাৎ জগন্নাথ হৰি। তেওঁৰ লগত যুঁজ কৰি কোনেও জিকিব নোৱাৰে। যিজনে বৈৱস্বত মনুক মৎস্য ৰূপ ধাৰণ কৰি ৰক্ষা কৰিছিল, যিজনে কূৰ্ম ৰূপ ধৰি মন্দৰ পৰ্বত পিঠিত তুলি লৈছিল, ॥ ২৩৬ ॥

"হিৰণ্যাক্ষক যিজনে বৰাহ ৰূপ ধৰি বধ কৰিছিল, সেইজনৰ লগত যুঁজিবলৈ গৈ আজিলৈকে কোনো ঘূৰি অহা নাই। ডাঙৰ দৈত্য হিৰণ্যকশিপুক নৰসিংহ ৰূপ ধৰি তেৱেঁই বধ কৰিলে। বামন ৰূপ ধাৰণ কৰি বলিৰ ৰাজ্য তেৱেঁই কাঢ়ি ললে। ॥ ২৩৭ ॥

"পৰশুৰাম ৰূপেৰে পৃথিৱীৰ সকলো ক্ষত্ৰিয় বিনাশ কৰোঁতাও তেওঁৱেঁই। সেইজনেই আজি ৰামচন্দ্ৰৰ ৰূপ লৈ তোমাক বধ কৰিবলৈ আগবাঢ়িছে। তেওঁক অৱহেলা কৰি সীতাক হৰণ কৰা উচিত হোৱা নাই। সেই কাৰণে এতিয়া এনে বিপদবোৰ হৈছে। ইন্দ্ৰজিতেও প্ৰাণ দিব লগীয়া হ'ল। ॥ ২৩৮ ॥

"গতিকে হে মহাৰাজ, আপুনি সীতাক শ্ৰীৰামৰ হাতত সমৰ্পণ কৰক। ৰামভক্ত বিভীষণে লঙ্কাত ৰাজত্ব কৰক। আপুনি সকলো ত্যাগ কৰক আৰু ব'লক আমি বনলৈ যাওঁ।" মন্দোদৰীৰ এনে কথা শুনি ৰাৱণে ক'বলৈ ধৰিলে—। ॥২৩৯॥

"হে মন্দোদৰী, ইন্দ্ৰজিত, কুম্ভকৰ্ণ আদি ডাঙৰ ডাঙৰ বীৰসকল মৰি শেষ হল। ইমানখিনি হৈ যোৱাৰ পাছত কেনেকৈ গৈ মই ( ৰামচন্দ্ৰৰ ) ভৰিত পৰোঁ ? শত্ৰুৰ সন্মুখত আত্ম-সমৰ্পণ কৰি জীয়াই থকাতকৈ মৰণেই শ্ৰেয়ঃ। ॥ ২৪০ ॥

"ৰঘুনাথক বিষ্ণু আৰু সীতাক লক্ষ্মী বুলি মই জানো। জানিও মই সীতাক হৰণ কৰিছোঁ। গতিকে ভয় কৰিম কিয় ? ৰামৰ হাতত মৰিবলৈকে মই এই কাম কৰিছোঁ ॥ ২৪১ ॥

"সেই কাৰণে মই পুনৰ ৰঘুনাথৰ লগত যুঁজ কৰিবলৈ যাম। তেওঁ মোক বধ কৰিলে উত্তম হব। সংসাৰৰ কষ্টৰ পৰা মই মুক্তি পাম। তুমি ইয়াত থাকিবা। মই সিপুৰীলৈ যাম। ॥২৪২॥



"খং আৰু বিষৰ নৈ অবিৰাম ভাৱে বৈ গৈ আছে। তাৰ মাজতে চাকনৈয়া ৰূপে যুগ আৱৰ্তিত হৈছে। পুত্ৰ আদি সকলো মাছৰ দৰে; কামভাৱৰ জাল অতি ডাঙৰ আৰু টান; কিন্তু সেই টান জালখন ফালি মই প্ৰভুৰ সমীপলৈ যাম" ॥২৪৩॥

মন্দোদৰীক এই কথাবোৰ কৈ ৰাৱণে ৰথ এখন অনালে আৰু তাত উঠি ৰঘুনাথৰ লগত যুঁজিবলৈ গল। ৰাৱণক দেখি ৰামচন্দ্ৰৰ বান্দৰ সৈন্যবোৰে ভয় খালে ॥২৪৪॥

ৰাৱণ গৈ ৰণভূমি পালত হনুমান আগবাঢ়ি আহিল। ৰাৱণক ৰগৰাই পেলোৱাৰ মানসেৰে হনুমানে ভুকু এটা মাৰিলে। এই বজ্ৰকঠিন ভুকু বুকুত লগাত ৰাৱণ আঠুৰ ওপৰত ভৰদি বাগৰি পৰিল আৰু মূৰ্চ্ছিত হল। ॥২৪৫॥

চেতনা পাই উঠি ৰাৱণে হনুমানৰ বীৰত্বক শলাগি 'ধন্য হনুমান' বুলি ক'লে। ৰাৱণৰ প্ৰশংসা শুনি তেওঁৰ অহঙ্কাৰ খৰ্ব কৰাৰ উদ্দেশ্যে হনুমানে ক'লে— ॥২৪৬॥

"তুমি মোক কিয় প্ৰশংসা কৰিছা ? মোৰ ভুকু খোৱাৰ পাছতো তুমি কথা ক'ব পৰা দেখি মই নিজকে ধিক্কাৰ দিছোঁ। আহাঁ, মোক ভুকু এটা মাৰাঁ আৰু ময়ো তোমাক এভুকু মাৰোঁ। এইবাৰ মাৰিলে পুনৰ উঠিবলৈ নিদিওঁ" ॥২৪৭॥

হনুমানে ঠিক কথা কৈছে বুলি ৰাৱণে হনুমানৰ বুকুত ভুকু এটা শোধালে: কিন্তু হনুমানে যেতিয়া পুনৰ ভুকু মাৰিবলৈ গ'ল তেতিয়া ৰাৱণ খন্তেকতে অন্য ফালে পলাই গ'ল ॥২৪৮॥

ৰাৱণৰ লগত চাৰিজন বীৰ মন্ত্ৰী আছিল। অঙ্গদ, হনুমান, নীল আৰু নল এই চাৰিজন বীৰ গৈ সিহঁতক মাৰি পেলালে ॥২৪৯॥

বীৰ চাৰিজনক মাৰি পেলোৱাত ৰাৱণ ক্ৰুদ্ধ হৈ উঠিল। তেওঁ বৰষুণৰ টোপালৰ দৰে ঘনকৈ ৰামৰ ওপৰত বাণ নিক্ষেপ কৰিবলৈ ধৰিলে। বাণৰ আঘাতত বান্দৰবোৰ জৰ্জৰিত হ'ল ॥২৫০॥

বান্দৰৰ এনে অৱস্থা দেখি ত্ৰিলোকপতি ৰঘুনাথ আগবাঢ়ি গ'ল। তেওঁ ভিন ভিন কৌশলেৰে যুদ্ধ কৰিবলৈ ধৰিলে। ৰাৱণে ৰথত উঠি যুদ্ধ কৰিছিল আৰু ৰামে মাটিত থিয় হৈ যুঁজি আছিল। তাকে দেখি ইন্দ্ৰই নিজৰ অতি উৎকৃষ্ট ৰথ এখন শ্ৰীৰামৰ কাৰণে পঠাই দিলে ॥২৫১॥

(ইন্দ্ৰৰ) সাৰথি মাতলি ৰথ লৈ ৰামৰ ওচৰলৈ আহিল। তেওঁ হাতযোৰ কৰি (ৰামক) ক'লে—"হে নাথ, ইন্দ্ৰৰ আদেশ-ক্ৰমে মই ৰথ লৈ উপস্থিত হৈছোঁ, আপুনি ইয়াত উঠক ॥২৫২॥

এইদৰে নিবেদন কৰি মাতলি আগবাঢ়ি অহা দেখি সীতানাথে (ৰথত) উঠাই উচিত হ'ব বুলি ভাবি তিনিবাৰ ৰথখন পৰিক্ৰমা কৰি ৰথত উঠিল। তাৰ পিছত যুদ্ধই আৰু ভয়াবহ ৰূপ ল'লে। ৰাৱণে যি শৰ মাৰে, ৰামে তাক লগে লগেই কাটি পেলাবলৈ ধৰিলে ॥২৫৩॥

প্ৰভুৱে যেতিয়া সকলো অস্ত্ৰ কাটি পেলালে তেতিয়া ৰাৱণে ৰাক্ষসাস্ত্ৰ প্ৰয়োগ কৰিলে। এই অস্ত্ৰ সৰ্পৰ ৰূপ লৈ



যাবলৈ ধৰিলে। তেতিয়া ৰামচন্দ্ৰই এনে এবিধ বান প্ৰয়োগ কৰিলে যি গৰুড়পক্ষী হৈ দেখি গ'ল ॥২৫৪॥

সেই গৰুড়পক্ষীয়ে সাপবোৰক ছিঙি টুকুৰা-টুকুৰ কৰি পেলাবলৈ ধৰিলে। তেতিয়া ৰাৱণ ৰামৰ ওচৰলৈ আহিল আৰু প্ৰচণ্ড শৰ বৃষ্টি কৰি ৰামচন্দ্ৰক বগৰাই পেলাবলৈ চেষ্টা কৰি অলপ ঠেলা মাৰিলে। সাৰথি মাতলিকো আঘাত কৰিলে। ৰথৰ পতাকা তললৈ খহাই পেলালে ॥২৫৫॥

ঘোঁৰাবোৰৰ ওপৰত অজস্ৰ শৰ বৰ্ষণ কৰিলে। তেতিয়া দেৱতাসকল, পিতৃসকল, ঋষিসকল আচৰিত হল আৰু সকলোৱে দুখ প্ৰকাশ কৰিবলৈ ধৰিলে। লীলা দেখুৱাই প্ৰভুৱে যেতিয়া দুখিত হোৱা যেন কৰিলে, তেতিয়া বিভীষণ আদি সকলো বান্দৰ সৈন্যই ভয় খালে ॥২৫৬॥

দহখন হাত আৰু দহোটা শিৰ থকা ভয়ঙ্কৰ ৰাৱণে সৈন্যক পৰ্বতৰ দাৰে বিশাল ৰূপত ৰামৰ লগত যুঁজিবলৈ ধৰিলে। তাকে দেখি প্ৰভুৱে খণ্ডত কালাগ্নিৰ ৰূপ ধাৰণ কৰি ৰাৱণৰ দহোটা মূৰ কাটি পেলোৱাৰ মানসেৰে ধনুত কাড় জুৰিলে ॥২৫৭॥

ৰামৰ কালাগ্নিৰ দৰে ভয়ঙ্কৰ ৰূপ হোৱা দেখি পৃথিৱী ভয়ত কঁপিবলৈ ধৰিলে। ৰাৱণৰ মনত ভয় সোমাল। চাৰিও ফালে অদ্ভুত ঘটনা ঘটিবলৈ ধৰিলে। প্ৰভুৱে এতিয়া কি কৰিব বুলি সকলো আতঙ্কিত হ'ল ॥২৫৮॥

ৰাৱণক কেনেকৈ বধ কৰিব তাকে চাবলৈ আকাশৰ সকলো দেৱতা আৰু গনসকলে ৰাম-ৰাৱণৰ যুদ্ধ বং চোৱাদি চাই থাকিল। ইফালে দিন ৰাতিৰ প্ৰভেদ নোহোৱাকৈ বহুকাল যুদ্ধ চলিল। ॥ ২৫৯ ॥

ৰাৱণৰ মূৰ কাটিবলৈ প্ৰভুৱে বান প্ৰয়োগ কৰিলে আৰু গছৰ ফল সৰি পৰাদি মূৰবোৰ সৰি পৰিল ; কিন্তু মূৰবোৰ ছিগি পৰাৰ লগে লগে তেওঁৰ (ৰাৱণৰ) নতুন মূৰ গজিবলৈ ধৰিলে। এনেদৰে এশ এটি মূৰ ছিঙি পেলোৱাৰ পাছতো নতুনকৈ মূৰ ওলোৱা দেখি ৰামচন্দ্ৰ আচৰিত হল। ॥ ২৬০ ॥

"বীৰ দৈত্যসকলক যিবোৰ বাণ প্ৰয়োগ কৰি বধ কৰা হৈছিল, সেই সকলো বাণ ৰাৱণৰ ওপৰত প্ৰয়োগ কৰি মূৰ কাটি ছিঙি পেলোৱাৰ পাছতো পুনৰ নতুন মূৰৰ সৃষ্টি হৈছে। এতিয়া কি কৰা উচিত ?" ॥ ২৬১ ॥

এইদৰে ৰঘুনাথ চিন্তিত হোৱা দেখি বিভীষণ সন্মুখলৈ আহিল আৰু কি কাৰণত তেনে হৈছে তেওঁ বিৱৰি ক'বলৈ ধৰিলে—"পূৰ্বে ব্ৰহ্মাই মূৰ ছিগি পৰিলে পুনৰ সৃষ্টি হ'ব বুলি ৰাৱণক বৰ দিছিল। তদুপৰি ৰাৱণৰ নাভিমণ্ডল অমৃতেৰে ভৰি আছে।" ॥ ২৬২ ॥

"আপুনি সেই অমৃত শোষণ কৰি দিয়ক, অমৃত শুকাই গ'লেই ৰাৱণৰ মৃত্যু ঘটিব আৰু জী নুঠে।" হাতযোৰ কৰি এই গোপন কথা বিভীষণে জনোৱাত ৰামে ততালিকে বাণ নিক্ষেপ কৰি অমৃতখিনি শোষণ কৰিলে। ॥ ২৬৩ ॥



বিভীষণে কৈ দিয়াৰ কাৰণে ৰামে অমৃত শোষণ কৰিলে বুলি ভাবি ৰাৱণে খঙেৰে বিভীষণক লক্ষ্য কৰি শৰ বৰ্ষণ কৰিলে। কিন্তু ৰামে ততালিকে মূৰবোৰ ছিঙি শক্তি হৰণ কৰাত কেৱল এটা মূৰ লৈ ৰাৱণে যুঁজ কৰিবলৈ ধৰিলে। ॥ ২৬৪ ॥

তেতিয়া মাতলি আগবাঢ়ি গৈ হাতযোৰ কৰি ক'লে—"হে নাথ, ৰাৱণে এতিয়াও যুঁজ কৰি আছে যেতিয়া অস্ত্ৰ প্ৰয়োগ কৰক। ব্ৰহ্মাস্ত্ৰ প্ৰয়োগেই তাক বধ কৰাৰ একমাত্ৰ উপায় ; নহলে সি কাটিলেও নমৰিব।" ॥ ২৬৫ ॥

মাতলিৰ কথা শুনি প্ৰভু ৰামচন্দ্ৰই এপাট বাণ হাতত ল'লে। তাত অগ্নি, বায়ু আৰু সূৰ্য আদি লোকপাল সকলো বিৰাজমান আছিল। বিধিপূৰ্বক সেই বাণ মন্ত্ৰপূত কৰি তেওঁৰ ধনুত জুৰিলে। তাকে দেখি সকলো প্ৰাণীয়ে ভয় খালে। পৃথিৱীও কঁপিবলৈ ধৰিলে। ॥ ২৬৬ ॥

ৰাৱণৰ বুকুলৈ লক্ষ্য কৰি যেতিয়া ৰামে বাণ এৰিলে তেতিয়া ৰাৱণ বাণৰ আঘাতত মাটিত বাগৰি পৰিল। বাকী থকা ৰাক্ষস সকলো পলাই গ'ল। তেতিয়া ৰামৰ জয় হ'ল বুলি সকলো আনন্দিত হ'ল। ॥ ২৬৭ ॥

দুন্দুভি বাজিবলৈ ধৰিলে। প্ৰভু ৰামৰ ওপৰত পুষ্পবৃষ্টি হ'ল। অপ্সৰাসকলে নৃত্য কৰিবলৈ ধৰিলে। ঋষিসকলৰ দুখকষ্ট নিৰাময় হোৱাত আনন্দিত হ'ল। ৰাৱণৰ শৰীৰৰপৰা সূৰ্যৰ পোহৰৰ দৰে জ্যোতি ওলাই ৰামৰ শৰীৰত গৈ বিলীন হ'ল। ॥ ২৬৮ ॥

বিষ্ণুদ্বেষী পৰস্ত্ৰীৰত, ব্ৰহ্মঘাতী ৰাক্ষস এইদৰে ৰামচন্দ্ৰত বিলীন হোৱা দেখি দেৱতাসকল আচৰিত হ'ল। তেতিয়া নাৰদে গৈ কিয় এনে ঘটনা হ'ল বুজাই ক'লে। ॥ ২৬৯ ॥

"ৰাৱণে সীতানাথ প্ৰভুৰ অজস্ৰ ধ্যান কৰিছিল কাৰণে ইমান সহজে সংসাৰ-সাগৰ পাৰ হ'ল। ভক্তিৰে, ভয় কৰি অথবা অন্য যি কোনো প্ৰকাৰে সীতাপতিৰ ধ্যান কৰিলে সংসাৰ-সাগৰ পাৰ হোৱা যায়। ॥ ২৭০ ॥

এই দৰে দেৱতাসকল, পিতৃ আৰু গণ আদিয়ে কথা-বতৰা পাতি থাকোঁতে ৰামে ৰাৱণক বধ কৰি ধনু-কাঁড় সামৰি থ'লে। কোটি সূৰ্যৰ সমান তেজ থকা জগন্নাথে জগতৰ সকলো দুখ দূৰ কৰিলে। ॥ ২৭১ ॥

সুগ্ৰীৱ, বিভীষণ, লক্ষ্মণ, অঙ্গদ, জাম্বুবান আৰু হনুমান আদি বীৰসকলক প্ৰভুৱে তেতিয়া কলে—"তোমালোকৰ সহায়ৰ কাৰণে মই ৰাৱণক বধ কৰিব পাৰিলোঁ; গতিকে তোমালোকৰ কীৰ্তি তিনিও লোকত বিয়পি পৰিব"। ॥ ২৭২ ॥

(ৰাৱণ-বধৰ পাছত) তেওঁৰ সকলো ৰাণী আহি শোকাকুল হৈ কান্দিবলৈ ধৰিল। ককায়েক মৰিল বুলি জানি বিভীষণে মাটিত বাগৰি বাগৰি কান্দিবলৈ ধৰিলে। তেতিয়া ৰামচন্দ্ৰই লক্ষ্মণক সকলোকে বুজাই সান্ত্বনা দিবলৈ আদেশ দি ক'লে— ॥ ২৭৩ ॥

"ককায়েকৰ পাৰলৌকিক ক্ৰিয়া আদি কৰি ৰাণীসকলক সান্ত্বনা দিবলৈ তুমি বিভীষণক কোৱাঁগৈ।" তেতিয়া লক্ষ্মণে



গৈ বিভীষণক ক'লে—"তুমি কিয় এনেকা নজনাৰ দৰে হৈ মাটিত বাগৰি কান্দি আছা ?" ॥ ২৭৪ ॥

"তুমি যাক ককাই বুলি কৈছা, আগৰ জন্মত তেওঁ কোন আছিল জানা জানো ? গঙ্গাৰ বালি যিদৰে এঠাইত গোট খাই পুনৰ পানীত গৈ মিলি যায়গৈ, ঠিক তেনেকৈ এই সংসাৰতো মানুহবোৰে অহা যোৱা কৰে। ইয়াত আপোন বুলিবলৈ কোনো নাই।" ॥ ২৭৫ ॥

"এই সংসাৰ মিছা বুলি জানি মনৰ অজ্ঞানতা দূৰ কৰাঁ আৰু শ্ৰীৰামৰ চৰণ ধ্যান কৰাঁ। প্ৰাৰব্ধ কৰ্ম অতি শক্তিশালী। তাক ভোগ কৰিবই লাগিব। গতিকে ৰাজকাৰ্য সম্পাদন কৰি ভাল-বেয়া সকলো ধৈৰ্যেৰে সহ্য কৰাঁ।" ॥২৭৬॥

তুমি এতিয়া গৈ কান্দোনত ভাগি পৰা ৰাণীসকলক সান্ত্বনা দিয়াঁ আৰু ককায়েৰাৰ দাহ-সংস্কাৰ কৰাঁ।" লক্ষ্মণে এইদৰে বুজোৱাত বিভীষণ ততালিকে উঠিল। ॥ ২৭৭ ॥

ৰামৰ ওচৰলৈ গৈ তেওঁ নিবেদন কৰিলে —"হে নাথ, আপোনাৰ আদেশ শিৰোধাৰ্য কৰিছোঁ। তথাপি মোৰ মনত এটা শঙ্কা উপজিছে, আপুনি তাক দূৰ কৰক। ॥ ২৭৮ ॥

"এওঁ ( ৰাৱণ ) অতি ক্ৰুৰ আৰু পৰস্ত্ৰীহৰণকাৰী। এওঁৰ পাৰলৌকিক ক্ৰিয়া সম্পাদন কৰা উচিত হব জানো ?" বিভীষণৰ এনে কথা শুনি ৰামে আনন্দেৰে ক'লে – । ॥ ২৭৯ ॥

"জীয়াই থকালৈকেহে কাৰোবাৰ প্ৰতি শত্ৰুতা থাকে, মৃত্যুৰ পিছত শত্ৰুতা ৰখা উচিত নহয়। গতিকে মই এতিয়া (ৰাৱণক) শত্ৰু বুলি ভবা নাই। তুমিও গৈ ৰাণীসকলক সান্ত্বনা দিয়া আৰু শৱদেহৰ দাহ সংস্কাৰ কাৰ্য সম্পাদন কৰাঁ"— । ॥ ২৮০ ॥

ৰামৰ বচন শুনি 'প্ৰভুৱে উচিত কথাকে কৈছে' বুলি (বিভীষণে) বিধিপূৰ্বক সকলো কাম শেষ কৰিলে। ৰাণী-সকলকো বুজাই বঢ়াই ঘৰত থ'লে আৰু নিজে পুনৰ ৰামৰ ওচৰলৈ আহিল। ॥ ২৮১ ॥

ইন্দ্ৰৰ সাৰথি মাতলি ৰামৰপৰা বিদায় লৈ স্বৰ্গলৈ গুচি গ'ল। ৰঘুনাথে আনন্দেৰে লক্ষ্মণক আদেশ দিলে— "তুমি মোৰহৈ বিভীষণৰ অভিষেক কৰাঁ। তেওঁ সিংহাসনত আৰোহণ কৰক"। ॥ ২৮১ ॥

ৰামৰ আদেশক্ৰমে লক্ষ্মণে বিভীষণক অভিষিক্ত কৰি সিংহাসনত বহুৱালে আৰু উভতি আহি সকলো কথা ৰামক ক'লেহি। ॥ ২৮৩ ॥

ৰঘুনাথৰ নিজৰ প্ৰতিজ্ঞা পূৰ্ণ হোৱাত অতিশয় আনন্দিত হ'ল আৰু সুগ্ৰীৱক প্ৰশংসা কৰি ক'বলৈ ধৰিলে "তোমাৰ সহায়ত সকলো কাৰ্য সম্পন্ন হ'ল। হনুমানক উদ্দেশ্য কৰি পুনৰ ক'লে—তুমি বিভীষণৰ আদেশ লৈ সীতাৰ ওচৰলৈ যোৱাঁ আৰু সবিশেষ তেওঁক কোৱাঁগৈ। তেওঁ শুনি সুখী হওক। ॥ ২৮৪ ॥



"তেওঁ কি কয় আহি শীঘ্ৰে আমাক জনাবা।" আদেশ পাই হনুমানে বিভীষণক সুধি সীতাৰ ওচৰলৈ গ'ল আৰু তেওঁৰ চৰণত সেৱা জনালেগৈ। সীতা গছ এজোপাৰ তলত বহি আছিল। তেওঁ চকু তুলি হনুমানলৈ চালে। ॥২৮৫॥

হনুমানক চিনিব পাৰি সীতা আনন্দিত হ'ল। যেতিয়া সকলো কথা তেওঁক বিৱৰি ক'লে তেতিয়া অতিশয় সুখীহৈ তেওঁ হনুমানক ক'বলৈ ধৰিলে---"তুমি মোক অতি আনন্দিত কৰিলা। এতিয়া মই তোমাক কি উপহাৰ দিম? ॥২৮৬॥

"কোনো মূল্যৱান বস্তু আদিকেই মই তুমি কোৱা প্ৰিয় কথাৰ সমান মূল্যৱান দেখা নাই।" হনুমানে তেতিয়া টপৰাই মাত লগালে—"জগতপতি ৰাম সুখী হ'লেই ময়ো সুখী। অন্য ধন-দৌলতৰ মোৰ প্ৰয়োজন নাই" ॥২৮৭॥

আনন্দিত হৈ সীতাই ক'লে—"তুমি ৰামক ক'বা মই তেওঁৰ দৰ্শন লাভ কৰিবলৈ বিচাৰোঁ।" হনুমানে ৰামৰ ওচৰলৈ গৈ সীতাই কোৱা কথাবোৰ নিবেদন কৰিলে ॥২৮৮॥

হনুমানৰ কথা শুনি ৰাম বিভীষণৰ ওচৰলৈ গ'ল। তেওঁ বিভীষণক কলে "সীতাক স্নান আদি কৰাই নিৰ্মল কৰি শুদ্ধ বস্ত্ৰ-অলঙ্কাৰ পৰিধান কৰাই মোৰ ওচৰলৈ অনাৰ ব্যৱস্থা কৰাঁ" ॥২৮৯॥

আদেশ পাই হনুমানক লগত লৈ বিভীষণ গ'ল আৰু সীতাক স্নান কৰোৱাৰ সকলো ব্যৱস্থা কৰিলে। তেওঁ পিন্ধিবৰ কাৰণে পৰিষ্কাৰ কাপোৰ আৰু অলঙ্কাৰ যোগাৰ কৰিলে ॥২৯০॥

তাৰ পাছত সীতাক দোলাত তুলি লৈ বিভীষণো লগে লগে গ'ল। সীতাক দৰ্শন কৰিবলৈ বান্দৰবোৰে আহি বেঢ়ি ধৰিলে। লগত থোৱা ৰখীয়াবোৰে বান্দৰবোৰক খেদি পঠালে ॥২৯১॥

তেতিয়া বান্দৰবোৰৰ মাজত কোলাহলৰ সৃষ্টি হ'ল। এই কথা জানি ৰামে ক'লে—"কিয় বান্দৰবোৰক আঁতৰাই দিছা? মাতৃজ্ঞান কৰি তেওঁলোকে সীতাক দৰ্শন কৰিবলৈ বিচাৰিছে। সীতা দোলাত উঠিব নালাগে, খোজ কাঢ়ি আহক" ॥২৯২॥

স্বামীৰ আদেশ শুনি জননী সীতা দোলাৰপৰা নামিল আৰু ৰামচন্দ্ৰৰ চৰণত পৰিবলৈ হৰষিত মনেৰে আগবাঢ়ি গ'ল। ৰাৱণ বধ কৰা কাৰ্য সম্পূৰ্ণ কৰাৰ উদ্দেশ্যে তেওঁ মায়াসীতাৰ ৰূপ লৈ আছিল এতিয়া সেই কাম শেষ হোৱাত তেওঁ সুখী হ'ল ॥২৯৩॥

পূৰ্বতে অগ্নিত আত্মগোপন কৰি থকা সীতাক উলিয়াই অনাৰ অৰ্থে সীতাৰ ওপৰত দোষাৰোপ কৰি ৰামচন্দ্ৰই ক'লে—"তুমি ইমান দিন আনৰ ঘৰত থাকিলা। এতিয়া কিয় মোৰ ওচৰলৈ আহিছা?" সীতা যে নিষ্কলঙ্ক এই কথা প্ৰমাণ কৰিবলৈ সীতাই লক্ষ্মণক আদেশ দিলে ॥২৯৪॥

"লক্ষ্মণ, তুমি শীঘ্ৰে জুই জ্বলোৱাঁ, মই তাত প্ৰৱেশ কৰিম। মই যদি সত্যত আছোঁ জুইৰ মাজতো বাচি থাকিম; নহলে এতিয়াই পুৰি মৰিম।" জননীৰ আদেশ পাই আৰু ৰামৰ অনুমোদনক্ৰমে লক্ষ্মণে একুৰা ডাঙৰ জুই জ্বলালে ॥২৯৫॥



সীতাই অগ্নিক প্ৰদক্ষিণ কৰি ওচৰত থিয় হ'ল। দেৱতা, ব্ৰাহ্মণ আদিক স্মৰণ কৰি ৰামৰ চৰণ ধ্যান কৰিলে। তাৰ পাছত সকলোকে সাক্ষী কৰি, হাতযোৰ কৰি অগ্নিক ক'লে— ॥২৯৬॥

"যিদৰে মই ৰামৰ চৰণ ধ্যান কৰি দিন কটাইছোঁ, সেই-দৰে অগ্নিৰ তাপ যেন মোৰ কাৰণে শীতল হওক।" এনেকৈ কৈ সীতা অগ্নিত প্ৰৱেশ কৰিলে। তেতিয়া সকলোৰে মন দুখত ভাগি পৰিল ॥২৯৭॥

সীতাই এনেকৈ অগ্নিত প্ৰৱেশ কৰা দেখি ইন্দ্ৰাদি লোকপালসকল আৰু ব্ৰহ্মা আদি দেৱতাসকল গোট খাই ৰঘুনাথৰ স্তুতি কৰিবলৈ ধৰিলে ॥২৯৮॥

অগ্নিয়েও বস্ত্ৰ, অলঙ্কাৰেৰে বিভূষিতা সীতাক দাঙি লৈ ৰামৰ চৰণত পৰি ক'লে—আজিলৈকে আপোনাৰ ন্যাস হিচাপে মই সীতাক ৰাখিলোঁ। এতিয়া কাম সিদ্ধি হ'ল কাৰণে সীতাক ঘূৰাই দিছোঁ, গ্ৰহণ কৰক" ॥২৯৯॥

অগ্নিয়ে যেতিয়া এইদৰে কৈ সীতাক প্ৰত্যৰ্পণ কৰিলে, তেতিয়া ৰঘুনাথে আনন্দ মনেৰে সীতাক গ্ৰহণ কৰি কোলাত বহুৱাই ল'লে। সেই সময়ত ইন্দ্ৰয়ো ভক্তিৰে সৈতে ৰামক স্তুতি কৰিলে। সকলোৰে মন আনন্দেৰে পৰিপূৰ্ণ হ'ল ॥৩০০॥

সেই সময়তেই শিৱ আহি ৰামক ক'লে—"মই তোমাক দৰ্শন কৰিবলৈ পুনৰ অযোধ্যালৈ যাম। এতিয়া তোমাৰ পিতৃ আহিছে, তেওঁক দৰ্শন কৰা" ॥৩০১॥

শিৱৰ কথা শুনি ৰামচন্দ্ৰ দশৰথৰ ওচৰলৈ গৈ পিতাকৰ চৰণত পৰি সেৱা জনালে। দশৰথে ৰামক আলিঙ্গন কৰি ক'লে—"তুমি মোক সংসাৰ-সাগৰ পাৰ কৰালা।" ইয়াকে কৈ তেওঁ আনন্দ মনেৰে স্বৰ্গলৈ গুচি গ'ল ॥৩০২॥

তেতিয়া ৰামচন্দ্ৰই অমৃত বৰ্ষণ কৰি যুদ্ধত মৰা বান্দৰ সৈন্যবোৰ জীয়াই দিবলৈ ক'লে ; ইন্দ্ৰই অমৃত বৰ্ষণ কৰিলে আৰু বান্দৰ সৈন্য সকলো জী উঠিল ॥৩০৩॥

বিভীষণে ৰামৰ চৰণত বিনীত নিৱেদন কৰি ক'লে—পূতস্নান কৰি বস্ত্ৰ-অলঙ্কাৰ পিন্ধি আপুনি আজিৰ দিনটো ইয়াতে থাকক। হে করুণা-নিধান, আপুনি মোৰ প্ৰতি প্ৰসন্ন হওক" ॥৩০৪॥

এনে অনুৰোধ শুনি ৰামে ক'লে—"স্নান কৰি যোৱা ভাল হ'ব বুলি মই জানো ; কিন্তু ভাই ভৰতে জঁটা ধাৰণ কৰি মোলৈ অপেক্ষা কৰি ৰৈ আছে। তেওঁক এৰি মই কেনেকৈ স্নান কৰোঁ ? তুমি সুগ্ৰীৱ আদি বীৰসকলক যথাযোগ্য উপহাৰ দি আপ্যায়িত কৰাঁগৈ ॥৩০৫॥

ৰামৰ এনে আদেশ পাই বিভীষণে চৌদিশে ধন-ৰত্ন বিতৰণ কৰিলে। যাৰ যি মন যায় সেই বস্তু লৈ সৈন্যসকল তৃপ্ত হ'ল। তেতিয়া সকলো বান্দৰ সৈন্যক ৰামচন্দ্ৰই বিদায় দিলে আৰু বান্দৰবোৰো আনন্দেৰে সাগৰ পাৰ হৈ গুচি গ'ল ॥৩০৬॥

'সকলো কাম শেষ হ'ল যেতিয়া ইয়াত থাকি কি লাভ হব ? বৰঞ্চ অযোধ্যালৈকে যোৱা ভাল' বুলি ৰামচন্দ্ৰই সীতা



আৰু লক্ষ্মণক লৈ ৰথত উঠিল। সুগ্ৰীৱ, অঙ্গদ আৰু বিভীষণক নিজ নিজ ৰাজ্যত গৈ ৰাজত্ব কৰিবলৈ আদেশ দিলে ॥৩০৭॥

তেওঁলোক সকলোৱে নম্ৰভাৱে অযোধ্যালৈ যোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে। তেওঁলোকৰ আগ্ৰহ দেখি পুষ্পক ৰথত উঠি বহিবলৈ ৰামে আদেশ দিলে। আদেশ পাই তিনিওজন ৰথত উঠিল ॥৩০৮॥

বিভীষণো নিজৰ মন্ত্ৰীবৰ্গৰ সৈতে ৰথত উঠি বহিল। সুগ্ৰীৱৰ সৈন্য সকলো উঠিল। সকলোৰে সৈতে সীতানাথ ৰথত উঠি যোৱা দেখি বান্দৰবোৰে আনন্দত জপিয়াবলৈ ধৰিলে ॥৩০৯॥

সৈন্যেৰে সৈতে বিমানত উঠি শ্ৰীৰামে বিমান চলাবলৈ আদেশ দিলে। ৰামচন্দ্ৰক লৈ আকাশ-পথেদি যোৱা বিমানৰ শোভা অপূৰ্ব হৈছিল ॥৩১০॥

পুষ্পক বিমান যেতিয়া আকাশ-মাৰ্গেদি বেগেৰে যাবলৈ ধৰিলে, তেতিয়া পৃথিৱীৰ ক'ত কি ঘটনা হৈছিল সীতাই জানক বুলি ৰামচন্দ্ৰই দেখুৱাই যাবলৈ ধৰিলে ॥৩১১॥

(ৰামে ক'লে) সেয়াই অগম্য লঙ্কাপুৰী য'লৈ সহজে কোনো যাব নোৱাৰে।' সেই খন হ'ল ৰণভূমি ; তাতে ৰাৱণ, কুম্ভকৰ্ণ আদি বীৰসকলে প্ৰবলভাৱে যুদ্ধ কৰি মৃত্যুবৰণ কৰিছিল। তাৰ আগৰ ঠাই ডোখৰতে লক্ষ্মণে ইন্দ্ৰজিতক বধ কৰিছিল ॥৩১২॥

"সেইখন সাগৰত সেতু বান্ধি মই সাগৰ পাৰ হৈছিলো। তাত মই ৰামেশ্বৰ নামৰ শিৱৰ লিঙ্গ স্থাপন কৰিছোঁ। চাৰিজন মন্ত্ৰীসহ বিভীষণে আহি এই ঠাইতে আশ্ৰয় বিচাৰিছিল। এইখন হ'ল কিষ্কিন্ধ্যা নগৰী, য'ত সুগ্ৰীৱে ৰাজত্ব কৰে ॥৩১৩॥

সীতাক এই কথাবোৰ কৈ ৰামচন্দ্ৰই তাৰাক লৈ আনিবলৈ সুগ্ৰীৱক আদেশ দিলে। অন্যান্য ৰাণীৰ সৈতে তাৰা আহি বিমানত উঠাৰ পাছত ৰামে বালীক বধ কৰা ঠাইডোখৰ দেখুউৱাৰ পাছত (সীতাক) ক'লে— ॥৩১৪॥

চোৱাঁ সীতা, সেয়াই পঞ্চৱটী বন, তাতেই মই বহুত ৰাক্ষস বধ কৰিছিলোঁ। সৌ আশ্ৰমখন অগস্ত্য ঋষিৰ। তাৰ সন্মুখত থকাখন সুতীক্ষ্ণ ঋষিৰ আশ্ৰম। তাত বহুত ঋষিয়ে বাস কৰে। সৌৱা চিত্ৰকূট পৰ্বত। ভৰতে আমাক লগ পাবলৈ তালৈকে আহিছিল ॥৩১৫॥

"যমুনা নৈৰ পাৰত থকা আশ্ৰমখন ভৰদ্বাজ ঋষিৰ আশ্ৰম আৰু সন্মুখৰ এই নৈখনলৈ চোৱাঁ; এয়াই গঙ্গা। দেখিলেই মন ভাল লাগি যায়। অলপ দূৰৈৰ সৌখন সৰয়ূ নদী আৰু এইখন হ'ল অযোধ্যা নগৰী। নত হৈ ভক্তিৰে তুমি অযোধ্যাক প্ৰনাম জনোৱাঁ।" ॥৩১৬॥

এইদৰেই সীতাক সকলো দেখুৱাই গৈ (ভৰদ্বাজ আশ্ৰমৰ ওচৰত) শ্ৰীৰাম বিমানৰপৰা নামিল আৰু ঋষিক প্ৰণাম কৰি কুশল বাৰ্তা সুধিলে। নিজৰ বৃদ্ধা মাতৃ কুশলে জীয়াই আছেনে নাই তাকো সুধিলে ॥৩১৭॥



তেওঁৰ কথা চিন্তা কৰি চৌদ্ধ বছৰ কাল ব্ৰতাচাৰী ৰূপে কটোৱা ভৰতৰ বাতৰি ল'লে। তেতিয়া ভৰদ্বাজ ঋষিয়ে সকলোৰে কুশল বাৰ্তা দি ক'লে—"ভৰতে মাথোন কষ্ট কৰি দিন যাপন কৰিছে ॥৩১৮॥

আপুনি বনত থকাৰ কাৰণে তেওঁ কেৱল ফলাহাৰ কৰা জঁটা-বল্কল ধাৰণ কৰি আছে। আপোনাৰ খৰমযোৰকে সিংহাসনত থৈ আপোনাতে দেহ-প্ৰাণ অৰ্পণ কৰি কাল কটাইছে ॥৩১৯॥

"আপুনি ৰাক্ষসসকলক বিনাশ কৰি যি কাৰ্য কৰিলে, সেইবোৰ মই জানিব পাৰিছোঁ আৰু আপুনিয়ে যে সাক্ষাৎ ব্ৰহ্ম এইকথা স্বীকাৰ কৰিছোঁ ॥৩২০॥

ব্ৰহ্মাকে আদি কৰি দেৱতাসকল দুখ-কষ্ট নাশ কৰাৰ উদ্দেশ্যে অৱতাৰ লৈ আপুনি যিবোৰ লীলা প্ৰদৰ্শন কৰিলে, সেইবোৰ কীৰ্ত্তন কৰিলে সহজেই মানুহ সংসাৰ-সাগৰ পাৰ হব পাৰিব ॥৩২১॥

ব্ৰহ্মাৰ অনুৰোধক্ৰমে এইৰূপ ধাৰণ কৰি আপুনি ৰাৱণক বধ কৰিলে। লোকহিতকাৰী আৰু অনেক কাম আপুনি কৰিব। আপোনাৰ প্ৰশংসাত চৌদ্ধ ভুৱন মুখৰিত হব ॥৩২২॥

"প্ৰভু আজি মোৰ ঘৰ পৱিত্ৰ কৰি এৰাতি আশ্ৰমত থাকক।" এইদৰে ভৰদ্বাজ ঋষিয়ে প্ৰাৰ্থনা কৰাত তেওঁ মান্তি হ'ল। ঋষিয়ে ৰামক সসৈন্যে সন্মান কৰি ধন্য হ'ল ॥৩২৩॥

ৰামচন্দ্ৰই হনুমানক আদেশ দি ক'লে—'মোৰ প্ৰিয় সখা গুহ শৃংগবেৰত আছে; মই ইয়ালৈ অহাৰ বাতৰি তেওঁক

দিয়াঁগৈ। লগতে নন্দীগ্ৰামলৈ গৈ ভাই ভৰতকো সীতা আৰু মোৰ বাতৰি দিবা। ॥ ৩২৪ ॥

"মই সম্পন্ন কৰা সকলো কাৰ্যৰ বিৱৰণ তুমি ভৰতক দিবা আৰু তেওঁৰ বাতৰি লৈ পুনৰ ঘূৰি আহিবা।" শ্ৰীৰামৰ আদেশক্ৰমে মানুহৰ ৰূপ ধাৰণ কৰি গৈ (হনুমানে) গুহক সীতা-ৰামৰ বাতৰি দিলে। ॥ ৩২৫ ॥

তাৰ পিছত সৰযূ নদী পাৰহৈ অযোধ্যা নগৰী দেখিলে আৰু অলপ দূৰ গৈ নন্দীগ্ৰাম দেখা পালে আৰু চিনিব পাৰিলে। ফুল লেৰেলি গৈ যিদৰে শুকাই যায়, নন্দীগ্ৰামৰ প্ৰজাৰ অৱস্থাও তেনে বিবৰ্ণ দেখি হনুমানৰ মন করুণাৰে উপচি উঠিল। ॥ ৩২৬ ॥

ভৰতে জঁটা ধাৰণ কৰি ৰামক চিন্তি বহি থকা দেখিবলৈ পালে। ৰামৰ খৰমযোৰক গৰাকী বুলি ভাবি লৈ নিজে সেৱক ৰূপে তেওঁ দেশ শাসন কৰিছিল। ॥ ৩২৭ ।

মন্ত্ৰীসকলেও গেৰুৱা বসন পিন্ধি ৰাম-নাম কীৰ্ত্তন কৰি থকা দেখিবলৈ পালে তেতিয়া হাতযোৰ কৰি হনুমানে ভৰতৰ সকলো দুখ-কষ্ট আতৰ কৰিব পৰা বচন ক'বলৈ ধৰিলে— ॥ ৩২৮ ॥

"আপুনি যাৰ কথা চিন্তা কৰি আছে সেই সীতা-ৰাম আহি পাইছে। আপোনাক এই বাতৰি দিবলৈ প্ৰভুৱে মোক আগতীয়াকৈ পঠাইছে। সীতা আৰু লক্ষ্মণৰ সৈতে ত্ৰিলোকপতি হৰি কুশলে আছে। ॥ ৩২৯ ॥



লগত কোন কোন বীৰ আহিছে হনুমানে তাৰ বিৱৰণো দিলে। ভৰতে তেওঁক আলিঙ্গন কৰি সুগ্ৰীৱৰ লগত ৰামৰ কেনেকৈ মিত্ৰতা হল সুধিলে। তেতিয়া হনুমানে ক'লে— ॥৩৩০॥

সীতাক ৰাৱণে হৰণ কৰাৰ পাছত অতি দুখিত হৈ ৰঘুনাথ সীতাক বিচাৰি ঋষ্যমুক পৰ্ব্বতলৈ গল। তাতেই সুগ্ৰীৱৰ লগত মিত্ৰতা হল। সতী লঙ্কাত আছিল। সুগ্ৰীৱৰ সহায়ত ৰাম লঙ্কালৈ গ'ল। ॥ ৩৩১ ॥

লঙ্কাত প্ৰচণ্ড যুদ্ধ কৰি ৰাৱণ আদিক (ৰাক্ষসক) বধ কৰি, বিভীষণক লঙ্কাৰ ৰজা পাতি ৰাম অযোধ্যালৈ ঘূৰি আহিছে।" এইদৰে হনুমানৰপৰা সকলো বাতৰি শুনাৰ পাছত ভায়েকক নগৰখন ধুনীয়াকৈ সজাবলৈ আদেশ দি ভৰতে ক'লে— ॥ ৩৩২ ॥

"হে শত্ৰুঘ্ন, তুমি নগৰখন সজোৱাৰ ব্যৱস্থা কৰাঁ সকলো দেৱালয়ত বিধিপূৰ্ব্বক পূজা আৰম্ভ হওক। সূত, বৈতালিক, কসবী আদি বন্দীসকলক মুক্তি দিয়া। সকলোবোৰ ৰামৰ ওচৰলৈ যাওক। ॥৩৩৩॥

"ডাঙৰ সৈন্যদল লৈ ৰাণী-সকলেৰে সৈতে ব্ৰাহ্মণক সন্মুখত ৰাখি যাবলৈ মন্ত্ৰীসকলক নিৰ্দেশ দিয়াঁ।" ভৰতৰ আদেশ অনুসৰি হাতত উপহাৰ লৈ হৰষিত মনেৰে সৈন্যদল যাবলৈ আগবাঢ়িল ॥ ৩৩৪ ॥

নিজেও ৰামৰ খৰমযোৰ শিৰত থৈ ভৰত ভায়েকৰ লগত খোজকাঢ়ি যাবলৈ ধৰিলে। সিফালে শ্ৰীৰাম উঠি অহা

কৰাৰ উদ্দেশ্যেৰে ৰামে ৰাজপাট গ্ৰহণ কৰিলে। ভৰতে মূৰৰ জ'টা কাটি স্নান কৰি পবিত্ৰ হ'ল।" ॥ ৩৪৬ ॥

সীতা আৰু ৰামেও স্নান কৰি অপূৰ্ব সাজ পিন্ধি চন্দনৰ মালাৰে সুশোভিত হ'ল। সীতা-ৰাম ৰথত উঠি বহিল। সুগ্ৰীৱ, বিভীষণ আদি কিছুমান ৰথত উঠিল ; অন্য কিছুমান ঘোঁৰা আৰু হাতীত উঠি বহিল। ॥ ৩৪৭ ॥

ভৰত ৰামৰ সাৰথি হ'ল। শত্ৰুঘ্নই বগা ছত্ৰ হাতত লৈ থিয় হ'ল। লক্ষ্মণে বিচনীৰে বিচিবলৈ ধৰিলে। সুগ্ৰীৱ আৰু বিভীষণে চোঁৱৰ দোলাবলৈ ধৰিলে। ॥ ৩৪৮ ॥

মানুহৰ কথা দূৰৈত থাকক, দেৱতাসকলেও ৰামনাম কীৰ্ত্তন কৰিবলৈ ধৰিলে। ভেৰী, মৃদঙ্গ, শঙ্খ, নাগেৰা আদিৰ ধ্বনিৰে চৌদিশ মুখৰিত হ'ল। ৰামচন্দ্ৰই অযোধ্যালৈ যাত্ৰা কৰিলে। ॥ ৩৪৯ ॥

নগৰত প্ৰবেশ কৰাৰ লগে লগে লৰা বুঢ়া সকলো পুৰবাসী শ্ৰীৰামৰ দৰ্শন কৰিবলৈ ওলাই আহিল। তেওঁলোকে পীতাম্বৰধাৰী কিৰীটি আৰু বস্ত্ৰ-ভূষণেৰে শোভিত শ্যাম-সুন্দৰ ৰামক ৰথত বহি থকা দেখা পালে। ॥ ৩৫০ ॥

ডাঙৰ ৰঙা চকুজুৰিৰে বুকুত দীঘল মুকুতাৰ মালা পিন্ধি ফুল চন্দনেৰে সুশোভিত ৰামচন্দ্ৰক দেখি সকলো আনন্দিত হ'ল। স্ত্ৰীসকলে নগৰলৈ সীতা, ৰাম অহা বাতৰি পাই চঞ্চল হৈ উঠিল। ॥ ৩৫১ ॥



ঘৰৰ কামবন এৰি তেওঁলোক ঘৰৰ ওপৰত উঠিল আৰু ফুল, আখৈ আদি ছটিয়াই প্ৰভুক দৰ্শন কৰিলে। ৰামৰ মোহন মূৰুতি চাই স্ত্ৰীসকলে নিজৰ মনতে তেওঁক আলিঙ্গন কৰিলে। ॥ ৩৫২ ॥

ঈষৎ হাঁহিৰে প্ৰজাবৃন্দলৈ চাই য'ত পূৰ্ব্বে দশৰথ ৰজা ৰহিছিল সেই ৰাজসভাত ৰামচন্দ্ৰ উপস্থিত হ'লগৈ। কৌশল্যা আদি মাতৃসকলক সন্মান দৰ্শাই ৰামচন্দ্ৰই সুগ্ৰীৱৰ থকাৰ ব্যৱস্থা কৰিবলৈ নিৰ্দেশ দি ক'লে। ॥ ৩৫৩ ॥

"ভাই, তুমি সুগ্ৰীৱ থকাৰ ব্যৱস্থা সেই ঘৰটোত কৰিবা য'ত পূৰ্ব্বে মই বাস কৰিছিলোঁ।" আদেশ অনুসৰি ভৰতে অন্যলোক সকলৰো থকাৰ ব্যৱস্থা কৰিলে। ॥ ৩৫৪ ॥

ৰামচন্দ্ৰই নিজেই আদেশ দিয়ক বুলি মনতে ভাবি ভৰতে সুগ্ৰীৱক ক'লে—"সাগৰৰ জল আনিবৰ কাৰণে বীৰসকলক চৌদিশে পঠাবলগীয়া হ'ল। ॥ ৩৫৫ ॥

"এতিয়া শ্ৰীৰামচন্দ্ৰৰ অভিষেকৰ সময় হৈছেহি।" ভৰতৰ কথা শুনি জাম্বুবান, হনুমান, অঙ্গদ আৰু সুষেণ, এই চাৰিজন বীৰ চৌদিশে গৈ সাগৰৰ জল লৈ আহিল। ॥ ৩৫৬ ॥

সেই জল লৈ ভৰত বশিষ্ঠ গুৰুৰ ওচৰলৈ গ'ল আৰু বিনীত ভাবে ক'লে—"মই চাৰিখন সাগৰৰ জল গোটাই আনিছোঁ, আপুনি এই জল ছটিয়াই এতিয়াই ৰামচন্দ্ৰৰ অভিষেক কাৰ্য সম্পন্ন কৰক।" ॥ ৩৫৭ ॥

ভৰতৰ নিবেদন শুনি গুৰুৱে ৰামচন্দ্ৰক তেতিয়াই সিংহাসনৰ ওপৰত বহুৱালে আৰু গৌতম, বাল্মীকি, জাৱালী আদি যিসকল ঋষি সেই সময়ত উপস্থিত আছিল, তেওঁলোকৰ সহায়ত ৰামৰ অভিষেক কৰিলে। ॥ ৩৫৮ ॥

কন্যা আৰু ব্ৰাহ্মণসকলে তুলসী-কুশ হাতত লৈ মন্ত্ৰপাঠ পূৰ্বক সাগৰৰ শুদ্ধজল ৰামৰ ওপৰত ছটিয়ালে। শত্ৰুঘ্নই শ্বেতছত্ৰ হাতত লৈ প্ৰভুৰ ওচৰত থিয় হ'ল। সুগ্ৰীৱ আৰু বিভীষণে চোঁৱৰেৰে বা দিলে। ॥ ৩৫৯ ॥

বায়ুয়ে সুবৰ্ণমালা প্ৰদান কৰিলে। ইন্দ্ৰই নানা ৰত্নখচিত হাৰ ৰামচন্দ্ৰক পিন্ধাই দিলে। দেৱতা, গণ আদিয়ে গীত গাবলৈ ধৰিলে; অপ্সৰাসকলে নৃত্য কৰিলে। দেৱদুন্দুভি বাজিল আৰু চৌদিশে পুষ্পবৃষ্টি হ'ল। ॥ ৩৬০ ॥

শিৰত কিৰীটি আৰু পীতাম্বৰ মালাধাৰী গম্ভীৰ মুখমণ্ডলেৰে শ্যাম বৰণীয়া ৰামচন্দ্ৰক এককোটী কামদেৱতাৰ সমান সুন্দৰ দেখা গৈছিল। তেওঁৰ বাওঁফালে সীতাক লৈ সিংহাসনত বহিল আৰু চৌদিশে দৃষ্টি নিক্ষেপ কৰিলে। স্বয়ং সদাশিৱই তেওঁক দৰ্শন কৰিবলৈ পাৰ্বতীক লৈ উপস্থিত হ'লহি। ॥ ৩৬১ ॥

ডম্ ডম্ শব্দেৰে ডম্বৰু বাজিবলৈ ধৰিলে। নন্দী-ভৃঙ্গী আৰু তাল-বেতালে নৃত্য কৰিলে। শম্ভুৰ পিছে পিছে দেৱতা সকলো আহি উপস্থিত হ'ল। সকলোৱে ৰামৰ স্তুতি কৰি গুচি গ'ল। ॥ ৩৬২ ॥



সৰ্বগুণনিধি ৰাম সিংহাসনত উঠাত নানা বাদ্যযন্ত্ৰ বাজি উঠিল। দেৱতা, ঋষি আদিয়ে তেওঁৰ স্তৱ কৰি চৰণত পৰিল। পুষ্পবৃষ্টি হ'ল। সীতা আৰু লক্ষ্মণৰ লগত থকাত প্ৰভুৰ শোভা পূৰ্ণ ৰূপত প্ৰকাশিত হ'ল। ॥ ৩৬৩ ॥

ৰঘুনাথ ৰজা হোৱাত চৌদিশে ফুল ফুলিবলৈ ধৰিলে। গোন্ধ নথকা ফুলবোৰতো গোন্ধ ওলাবলৈ ধৰিলে। প্ৰভুৱে ধেনু-দান, বৃষভ-দান, সুবৰ্ণ-দান কৰিলে। বস্ত্ৰ, ভূষণ, অলঙ্কাৰ আদিও দান কৰি তেওঁ সকলোৰে দাৰিদ্ৰ হৰণ কৰিলে ॥৩৬৪॥

দানৰদ্বাৰা ব্ৰাহ্মণসকলক সন্তুষ্ট কৰি ৰঘুনাথে সুগ্ৰীৱক সূৰ্যৰ সমান উজ্জ্বল মালা এধাৰ প্ৰদান কৰিলে। অঙ্গদক সসম্মানে বাজুবন্ধ এডাল দিলে। সীতাকো ৰামচন্দ্ৰই মূল্যবান মালা এধাৰি উপহাৰ দিলে। ॥ ৩৬৫ ॥

মালাধাৰ হনুমানক দিবলৈ মন কৰি আদেশৰ কাৰণে সীতাই ৰামৰ মুখলৈ চালে। ৰঘুনাথে "তোমাৰ যাক দিবলৈ মন গৈছে তেওঁকে দিবা" বুলি ইঙ্গিত দিয়াত প্ৰিয় হনুমানক সীতাই মালাধাৰ প্ৰদান কৰিলে। ॥ ৩৬৬ ॥

তেতিয়া হনুমানৰ সন্মান আৰু বাঢ়িল। প্ৰভুৱে হনুমানক ক'লে—"তুমি মোৰপৰা যি বৰ বিচাৰা, মই তাকে প্ৰদান কৰিম।" হনুমানে তেতিয়া আনন্দেৰে হাতযোৰ কৰি নিজৰ মনৰ কথা প্ৰকাশ কৰি ক'লে— ॥ ৩৬৭ ॥

"স্বামী, পৃথিৱী যেতিয়ালৈকে থাকিব, মানুহে সিমান দিনলৈ আপোনাৰ নাম স্মৰণ কৰি থাকিব, মোৰ শৰীৰ যেন আপোনৰ নাম শুনিবলৈ সিমান দিন জীয়াই থাকে। আপোনাৰ নাম-স্মৰণত পোৱাৰ সমান আনন্দ অন্য একোৱেই পোৱা নাই। গতিকে সেই আনন্দৰপৰা যেন কাহানিও বঞ্চিত হবলগীয়া নহয়।" ॥ ৩৬৮ ॥

এনে অনুৰোধ শুনি ৰামে সেয়াই হব বুলি কৈ ক'লে—"এক কল্প শেষ হোৱাৰ পাছত তোমাৰ মুক্তি হব।" তাৰ পিছত জানকীয়ে ক'লে—"সকলো প্ৰকাৰৰ সুখভোগ তোমাৰ কাৰণে যেন সহজলভ্য হয়।" ॥ ৩৬৯ ॥

সীতাই এইদৰে আশীৰ্বাদ দিয়াৰ পাছত বীৰ হনুমানে ৰাম-সীতাৰপৰা বিদায় মাগিলে। আনন্দাশ্ৰু টুকি তেওঁ তপস্যা কৰাৰ মানসেৰে হিমালয়লৈ গুচি গল। প্ৰভুৱে (ৰামচন্দ্ৰই) গুহকো নিজৰ ঘৰলৈ ঘূৰি গৈ নাম স্মৰণ কৰি জীৱন কটাবলৈ উপদেশ দিলে। ॥ ৩৭০ ॥

"প্ৰাৰব্ধ কৰ্ম অতি শক্তিশালী। ইয়াক ভোগ নকৰাকৈ থকাৰ উপায় নাই।" এই বুলি কৈ গুহক আলিঙ্গন কৰি ভূষণ আদি দিলে, লগতে (তেওঁৰ ৰাজ্যত) কিছু ৰাজ্যও যো... ...ত কৰি দিলে। ॥ ৩৭১ ॥

তত্ত্বজ্ঞানৰ কথা শুনি গুহই বেচি আনন্দ পালে আৰু ৰামৰ চৰণত মন অৰ্পণ কৰি ঘৰলৈ গুচি গল। সুগ্ৰীৱ, বিভীষণ আদিও ৰামৰপৰা বিদায় লৈ গুচি গল। সেৱক লক্ষ্মণক লৈ ৰামচন্দ্ৰই ৰাজকাৰ্য চলাবলৈ ধৰিলে। ॥ ৩৭২ ॥



সকলো কৰ্মৰ গৰাকী আত্মা ৰূপে নিৰ্মল অকৰ্তা প্ৰভুৱে সংসাৰৰ মানুহৰ সন্মুখত উদাহৰণ দাঙি ধৰিবলৈ অশ্বমেধ যজ্ঞ আদি ডাঙৰ যজ্ঞ সম্পাদন কৰিলে। ॥ ৩৭৩ ॥

ৰামচন্দ্ৰ ৰজা হোৱাৰ পাছত ৰাজ্যৰ প্ৰজাৰ সকলো দুখ-কষ্ট নাইকিয়া হল। বিধবাসকলেও দুখত কন্দা-কটা কৰিবলৈ এৰিলে। বেমাৰ-আজাৰবোৰ নাইকিয়া হ'ল। চোৰ, ডকাইতৰ উপদ্ৰৱ নাইকিয়া হল। ॥ ৩৭৪ ॥

বুঢ়াসকল দীৰ্ঘজীৱী হল। শিশুৰ অকাল মৃত্যু নোহোৱা হ'ল। ৰজাই সকলোকে পুত্ৰৰ দৰে পালন কৰিবলৈ ধৰিলে। সময়ত বৰষুণ হবলৈ ধৰিলে। বৰ্ণাশ্ৰম ধৰ্ম পালন কৰি, ৰামনাম কীৰ্ত্তন কৰি প্ৰজাই সুখেৰে কাল কটাবলৈ ধৰিলে। ॥৩৭৫॥

এক অযুত বছৰ প্ৰভুৱে এইদৰে ৰাজ্য শাসন কৰি পৃথিৱীত মানুহৰ দুখ-কষ্ট নিৰ্মূল কৰিলে। শিৱই পাৰ্বতীক কোৱা এই কাহিনী শুনিলে সকলোৰে পাপ নাশ হ'ব। ॥ ৩৭৬ ॥

যিজনে ৰামৰ কাহিনী আনক কৈ শুনাব পাৰে, তেওঁ সদায় ধন-সম্পদ, পুত্ৰ, ৰাজ্য আদিৰে পৰিপূৰ্ণ হৈ থাকিব। ॥ ৩৭৭ ॥

যি তিৰোতাৰ বাৰে বাৰে সন্তান জন্ম হৈ মৰি থাকে, তেনে তিৰোতাই শুনিলে সন্তান দীৰ্ঘায়ু হয়। বন্ধ্যা স্ত্ৰী-সকলেও ৰামৰ কৃপাত সু-পুত্ৰ লাভ কৰে। তেওঁলোক ৰোগ ব্যাধি অথবা বেমাৰ-আজাৰৰপৰা ৰক্ষা পৰে। ॥ ৩৭৮ ॥

যি এই ৰামৰ কথা শুনিব, দেৱতাসকল তেওঁলোকৰ প্ৰতি প্ৰসন্ন হব। সকলো বিপদ-আপদ নাশ হৈ তেওঁলোক সকলোৱে সন্মানিত হৈ থাকিব। ॥ ৩৭৯ ॥

তেনে লোকৰ ধৰ্ম-সম্পত্তি, সন্তান-সম্পত্তি বৃদ্ধি হব। পৰিয়াল-পৰিজন, বন্ধু-বান্ধৱ সকলোৱে দ্বাৰা সন্মানিত হব। ৰামৰ চৰণ চিন্তি, তেওঁৰ নাম কীৰ্ত্তন কৰিলে আৰু কি কি ফল লাভ হব তাৰ বৰ্ণনা কৰি শেষ কৰিব নোৱাৰি। তেনে লোক অতি সহজে সংসাৰ-সাগৰ পাৰ হয়। ॥ ৩৮০ ॥

শম্ভুৱে সকলো বেদ মন্থন কৰিও ৰামনামৰ সমান গূঢ় তত্ত্ব বেলেগ এটা বিচাৰি নোপোৱাত এই প্ৰিয় নামটোকে গ্ৰহণ কৰিলে আৰু এই নামতত্ত্ব আধ্যাত্মিক ৰূপত পাৰ্বতীক প্ৰদান কৰিলে। এই তত্ত্ব শুনিলে সকলো অনায়াসে সংসাৰ সাগৰ পাৰ হব পাৰি। ॥ ৩৮১ ॥

ইতি শ্ৰীৰামায়ণ যুদ্ধ কাণ্ড সমাপ্ত।

# উত্তৰ কাণ্ড

শম্ভুৰ মুখৰপৰা ৰামৰ ৰাজ্যাভিষেক পৰ্য্যন্ত বিৱৰণ শুনি পাৰ্বতীয়ে পিছৰ লীলাবোৰৰ কথাও শুনিবলৈ মন মেলিলে। গতিকে তেওঁ পৃথিৱীত কিমান দিন ৰাজত্ব কৰিলে, কি কি কাম কৰিলে, কি ধৰণে বৈকুণ্ঠধামলৈ গ'ল ইত্যাদি সবিশেষ জনাৰ মানসেৰে ক'লে—॥১॥

"হে শম্ভু, ৰঘুনাথৰ সম্পূৰ্ণ লীলাৰ কথা আপুনি কৃপা কৰি মোক জনাওক।" সদাশিৱৰ চৰণত পৰি পাৰ্বতীয়ে এইদৰে অনুৰোধ কৰাত শিৱই আনন্দেৰে ক'বলৈ ধৰিলে—॥২॥

ৰামচন্দ্ৰই ৰাৱণ বধ কৰি আহি ৰাজ্য শাসন কৰিবলৈ আৰম্ভ কৰাৰ পাছত এদিন বহুত ঋষি ৰামক লগ পাবলৈ আহিল। দুৰ্বাসা, ভৃগু, অঙ্গিৰা, কশ্যপ, ৰামদেৱ, বিশ্বামিত্ৰ, অসিত, স্কন্ধ আৰু সপ্তৰ্ষিও আহিল ॥৩॥

অগস্ত্য মুনিও শিষ্যবৰ্গক লৈ ওলালহি। দুৱাৰ মুখত তেওঁলোকৰ আগমনৰ বাতৰি পাই ৰামচন্দ্ৰই ততালিকে সকলোকে ভিতৰলৈ মাতি পঠালে আৰু বহিবলৈ আসন দি পূজা-সেৱা কৰিলে। ৰামৰ শুশ্ৰূষাত তেওঁলোক আনন্দিত হ'ল ॥৪॥

প্ৰথমে ৰামচন্দ্ৰই আদৰ-সাদৰ কৰি সকলোকে কুশল প্ৰশ্ন কৰিলে। ঋষিসকলেও ৰামৰ কুশল বাতৰি লৈ ক'লে— "প্ৰভু, ইন্দ্ৰজিতক বধ কৰি এটা বৰ ডাঙৰ কাম কৰা হ'ল। পৃথিৱীৰ ডাঙৰ বোজা লাঘৱ হ'ল।" ॥৫॥

"ৰাৱণ আৰু কুম্ভকৰ্ণও কম ডাঙৰ বীৰ নহয় ; কিন্তু ইন্দ্ৰজিত অতি ভয়ংকৰ আছিল। আপোনালোকৰ বিনে এই বীৰসকলক বধ কৰাৰ কাৰো সাধ্য নাছিল। লঙ্কাৰ সকলো দুৰাত্মাৰ মৰণ মিলাৰ কাৰণে বৰ ভাল হৈছে। সত্য পথত থকা জন একমাত্ৰ বিভীষণ আছিল ; আৰু তেওঁ স্বৰ্ণলঙ্কা লাভ কৰিলে। ॥৬॥

ৰাক্ষসসকলক বধ কৰি পূৰ্বতে দিয়া অভয় বচন আপুনি সাৰ্থক কৰিলে। আপোনাৰ কাৰ্য্যৰদ্বাৰা আমি সকলো কৃতাৰ্থ হৈছোঁ" ॥ ৭ ॥

ঋষিসকলৰ এনে বচন শুনি ৰামচন্দ্ৰ আচৰিত হ'ল আৰু কি কাৰণত ইন্দ্ৰজিতক ৰাৱণতকৈ ভয়ঙ্কৰ বীৰ বুলি কৈছে সুধিলে। তেতিয়া অগস্ত্যই আগবাঢ়ি আহি ইন্দ্ৰজিত কিয় ডাঙৰ বীৰ সেই কথা বিস্তাৰিতভাৱে ক'বলৈ আৰম্ভ কৰিলে। ॥৮॥

ব্ৰহ্মাৰ পুত্ৰ পুলস্ত্য তপস্যা কৰিবলৈ এবাৰ সুমেৰু পৰ্বতলৈ গৈছিল। তেওঁ ৰজা তৃণবিন্দুৰ ৰাজ্যৰ ওচৰত আশ্ৰম পাতি তপস্যা আৰম্ভ কৰিছিল। সেই ঠাইত আকৌ দেৱকন্যা সকলে নৃত্য-গীত কৰি আনন্দ মনেৰে বিচৰণ কৰি ফুৰিছিল ॥৯॥

দেৱকন্যাসকলৰ নৃত্য-গীতে মুনিৰ তপস্যাত বিঘিনিৰ সৃষ্টি কৰিলে। সেই কাৰণে তেওঁ এদিন ক'লে—"যিগৰাকী স্ত্ৰী মোৰ চকুৰ আগত আহি পৰিব তেওঁ গৰ্ভৱতী হ'ব।" ঋষিৰ



কথা শুনি সকলো দেৱকন্যা পলাই গ'ল। একমাত্ৰ তৃণবিন্দুৰ জীয়েকে তেওঁৰ কথালৈ কাণ নিদি সমুখলৈ গ'ল আৰু তেওঁ ততালিকে গৰ্ভৱতী হ'ল ॥১০॥

তেতিয়া ভয়ত থৰ থৰকৈ কঁপি তেওঁ পিতাকৰ ওচৰলৈ গ'ল। ৰজাই ঋষিৰ বচন সত্য হ'ল বুলি জানিব পাৰি জীয়েকক লৈ গৈ পুলস্ত্য মুনিক গতালে। ঋষিয়েও আনন্দেৰে কন্যাটি গ্ৰহণ কৰিলে ॥১১॥

তেওঁৰ পুত্ৰ হ'ল বিশ্ৰৱা। বিশ্ৰৱাক ব্ৰহ্মজ্ঞানী বুলি জানিব পাৰি অগস্ত্য মুনিয়ে নিজৰ জীয়েকক বিশ্ৰৱাৰ হাতত অৰ্পণ কৰিলে। তেওঁলোকৰ পুত্ৰ হ'ল কুবেৰ। অনেক তপস্যা কৰি ব্ৰহ্মাক সন্তুষ্ট কৰাৰ কাৰণে কুবেৰ অতুলনীয় ধন-সম্পত্তিৰ গৰাকী হ'ল। ॥১২॥

ধন-সম্পদ দিয়াৰ উপৰিও ব্ৰহ্মাই তেওঁক পুষ্পক ৰথ প্ৰদান কৰিলে। এই ৰথত উঠি পিতাকৰ ওচৰলৈ আহি তেওঁ ক'লে —"তপস্যাৰ ফলত মই অজস্ৰ ধন পাইছোঁ ; কিন্তু বাস কৰিবৰ কাৰণে স্থান পোৱা নাই। মই ক'ত বাস কৰিম আপুনি কওক।" ॥১৩॥

লঙ্কা তেতিয়া জনবসতিহীন হৈ পৰি আছিল। কুবেৰৰ অনুৰোধ শুনি বিশ্ৰৱাই কুবেৰক তাতে থাকিবলৈ অনুমতি দিলে। পূৰ্বতে ৰাক্ষসসকলে তাত ৰাজত্ব কৰিছিল। বিশ্বকৰ্মাই ৰাক্ষসসকলৰ কাৰণে লঙ্কানগৰী নিৰ্মাণ কৰি দিছিল। ॥১৪॥

কিন্তু বিষ্ণুৱে ৰাক্ষসসকলক পৰাজিত কৰাত তেওঁলোক পলাই গৈ পাতালত থাকিবলৈ ল'লে। সেই কাৰণে লঙ্কাখন

জনশূন্য হৈ পৰি আছিল। বিশ্ৰৱাৰ আদেশমতে কুবেৰ লঙ্কাত থাকিবলৈ ধৰিলে। ॥১৫॥

এদিনাখন সুমালী নামৰ ৰাক্ষস এজনে জীয়েক কৈকসীক লৈ পৃথিৱীৰ বং-তামচা চাবলৈ পাতালৰপৰা ওলাই আহিছিল। কুবেৰো সেই সময়ত পুষ্পক ৰথত উঠি ফুৰিবলৈ ওলাইছিল। ॥১৬॥

সুমালীৰ চকু কুবেৰৰ ওপৰত পৰিল। তেওঁ যে এজন ডাঙৰ বীৰ এই কথা ৰাক্ষসে বুজিব পাৰিলে। নিজৰ বংশত এনে এজন বীৰ কি উপায়ে জন্ম হ'ব পাৰে, তাকে চিন্তা কৰি জীয়েক কৈকসীক ক'বলৈ ধৰিলে,—"শুনা কন্যা, ইমান দিন হ'ল তোমালৈ দৰা এটা ওলোৱা নাই। যৌৱন কাল পাৰ হ'বৰেই হ'ল। ॥১৭॥

"গতিকে তুমি বিশ্ৰৱা ঋষিৰ ওচৰলৈ যোৱা আৰু তেওঁৰ চৰণত দাসীৰূপে হাতযোৰ কৰি ঋতু দান বিচাৰা। তেতিয়া তোমাৰ কুবেৰৰ দৰে বীৰ পুত্ৰ জন্ম হ'ব।" এই বুলি কৈ তেওঁ জীয়েকক বিশ্ৰৱাৰ ওচৰলৈ পঠালে। ॥১৮॥

কৈকসীও তৎক্ষণাত গৈ বিশ্ৰৱাৰ সন্মুখত থিয় হ'ল। তেওঁ তললৈ মূৰ কৰি ভৰিৰ আঙুলিৰে মাটিত লিখিবলৈ আৰম্ভ কৰিলে। কৈকসীক এইদৰে থকা দেখি বিশ্ৰৱাই তেওঁ কাৰ ছোৱালী, কিয় আহিছে ইত্যাদি সুধিলে। ॥১৯॥

তেতিয়া কৈকসীয়ে অতি লজ্জিতভাৱে "ধ্যানৰ বলেৰে নিজেই সকলো কথা জানি লওক" বুলি ক'লে। ঋষিয়ে অলপ



চিন্তা কৰিয়ে (কন্যাটি) পুত্ৰ লাভৰ ইচ্ছাৰে আহিছে বুলি জানিব পাৰিলে। ॥২০॥

"তুমি অসময়ত ঋতুদান বিচাৰি আহিলা; সেই কাৰণে ভয়ঙ্কৰ পুত্ৰ দুজনৰ জন্ম হব।" ঋষিৰ কথা শুনি কিদৰে সুপুত্ৰ জন্ম দিব পাৰি তাকে ভাবি কৈকসী চিন্তিত হ'ল। ॥২১॥

হাতযোৰ কৰি তেওঁ নম্ৰভাৱে ঋষিক ক'লে "আপুনি স্বামী হৈ মোক কিয় এনে পুত্ৰ দান দিব খুজিছে?" ঋষিৰ তেওঁলৈ দয়া উপজিল আৰু তৃতীয় পুত্ৰ ৰামভক্ত আৰু বুদ্ধিমান হ'ব বুলি ক'লে। ॥২২॥

কৈকসীক এইদৰে পুত্ৰদান কৰাত তেওঁ আনন্দ মনেৰে গুচি গ'ল। ঋষিও ধ্যানত বহিল। গৰ্ভধাৰণ সম্পূৰ্ণ হ'লত দহখন মুখ আৰু বিছখন হাত লৈ ৰাৱণৰ জন্ম হ'ল। তেওঁৰ জন্মৰ সময়ত নানা অমঙ্গলীয়া ঘটনা ঘটিবলৈ ধৰিলে। পৃথিৱী থৰ্থৰ্কৈ কঁপি উঠিল। ॥২৩॥

ৰাৱণৰ পিছত বীৰ কুম্ভকৰ্ণৰ জন্ম হ'ল। তাৰ পাছত শূৰ্পনখা হ'ল আৰু শেষত গুণনিধান বিভীষণৰ জন্ম হ'ল। শান্ত আত্মা বিভীষণে শাস্ত্ৰ আদি শুনি কাল কটাইছিল। আটাইতকৈ দুৰাত্মা হ'ল কুম্ভকৰ্ণ। তেওঁ ঋষি-মুনিসকলক বিচাৰি বিচাৰি ধৰি খাই ফুৰিছিল ॥ ২৪ ॥

ভনীয়েক শূৰ্পনখাও কম দুষ্টাত্মা নাছিল। সেয়েহে প্ৰভুৰ প্ৰতাপত তাইৰ নাক-কাণ কটা গৈছিল। ৰাৱণৰ

কথা ক'বই নালাগে সি পৃথিৱীৰ ৰোগৰ দৰে তিনিও লোকক ভয়ভীত কৰি ডাঙৰ হ'বলৈ ধৰিলে ॥ ২৫ ॥

প্ৰতি হৃদয়ত আত্মাৰূপে বাস কৰি থকা সৰ্বান্তৰ্যামী প্ৰভুৱে নৰৰূপ লৈ ৰাৱণ আদিৰ বিষয়ে প্ৰশ্ন কৰাত মই এই কথাবোৰ নিবেদন কৰিছোঁ ॥ ২৬ ॥

আপুনি ব্ৰহ্মস্বৰূপ বুলি জানি, আপোনাৰ অনুগ্ৰহ লাভ কৰি মই এই দৰে ঘূৰি ফুৰিব পাৰিছোঁ।" অগস্ত্য মুনিয়ে এইদৰে কোৱা শুনি ৰামে সত্য প্ৰকাশ কৰি ক'লে— ॥ ২৭ ॥

"এই জগত মায়া মাত্ৰ বুলি জানি এইখনক লৈ আনন্দিত নহ'বা। মোৰ নাম-কীৰ্তনেই পাপ নাশ কৰি সংসাৰ সাগৰ পাৰ হোৱাৰ একমাত্ৰ উপায় বুলি নিশ্চিত জানিবা ॥ ২৮ ॥

অগস্ত্যই পুনৰ ক'বলৈ ধৰিলে—"এদিন পুষ্পক ৰথত উঠি কুবেৰ পিতাকৰ ওচৰলৈ যোৱা দেখি কৈকসীয়ে নিজৰ পুতেকসকলক ক'লে—"সকলো সম্পদেৰে ধনী কুবেৰক দেখিছানে কেনেকৈ পুষ্পক ৰথত উঠি ফুৰিছে। দেখিলেই কেনে তেজস্বী যেন লাগে। ॥২৯।

"তোমালোকেও যি কোনো উপায়েৰে সকলোৰে ওপৰত অধিকাৰ লাভ কৰিবলৈ চেষ্টা কৰাঁ।" ৰাৱণে মাকৰ কথা শুনি প্ৰতিজ্ঞা কৰিলে—"আই, তুমি চিন্তা নকৰিবা, মই এওঁতকৈ ডাঙৰ হ'ম" ॥৩০॥



কৈকসীক এইদৰে কৈ ৰাৱণ তপস্যা কৰিবলৈ গোকৰ্ণেশ্বৰলৈ গ'ল আৰু ঘোৰ তপস্যাত নিমগ্ন হ'ল। ৰাৱণৰ লগত কুম্ভকৰ্ণ আৰু বিভীষণেও গৈ তপস্যা কৰিবলৈ ধৰিলে। ॥৩১॥

তপস্যা কৰি থাকোঁতে কুম্ভকৰ্ণৰ এক অযুত বছৰ পাৰ হ'ল। বিভীষণে পাঁচ হাজাৰ বছৰ এটা ভৰিৰ ওপৰত থিয় হৈ তপস্যা কৰিলে। ৰাৱণে কৰা তপস্যাৰ বৰ্ণনা কৰি অন্ত কৰিব নোৱাৰি। ॥৩২॥

দহ হাজাৰ বছৰ তপস্যা কৰাৰ পাছত তেওঁ নিজৰ এটা মূৰ কাটি (অগ্নিত) আহুতি দি হোম কৰিলে। তাৰ পাছত প্ৰতি দহ হাজাৰ বছৰত মূৰে মূৰে এটাকৈ মূৰ কাটি হোম কৰি যেতিয়া শেষৰটো মূৰ কাটিবলৈ সাজু হ'ল, তেতিয়া ব্ৰহ্মা আৱিৰ্ভাৱ হৈ ক'লে— ॥ ৩৩ ॥

"হে ৰাৱণ, তোমাক কি বৰ লাগে কোৱা।" ব্ৰহ্মাই এইদৰে দয়া কৰি সোধাত তেওঁ বৰ প্ৰাৰ্থনা কৰি ক'লে—"হে নাথ, মোক অমৰত্ব প্ৰদান কৰক। মানুহলৈ মই ভয় নকৰোঁ; অন্য কোনেও যেন মোক বধ কৰিব নোৱাৰে"। ॥ ৩৪ ॥

( ৰাৱণে ) বিচৰামতে বৰ দান কৰি ব্ৰহ্মাই কটা মূৰ কেইটাও পুনৰ জোৰা লগাই দিলে। তাৰ পাছত ( ব্ৰহ্মা ) বিভীষণৰ ওচৰলৈ গ'ল আৰু তেওঁক কি বৰ লাগে সুধিলে। ॥ ৩৫ ॥

বিভীষণে আনন্দ মনেৰে বৰ প্ৰাৰ্থনা কৰি ক'লে—"হে নাথ, মোৰ যেন নিৰন্তৰ ধৰ্মত মতি হয়। অধৰ্ম আচৰণত প্ৰবৃত্তি যেন কাহানিও নহয়।" ব্ৰহ্মাই আৰু অধিক দয়া কৰি ক'লে—"নোখোজাকৈ মই তোমাক কল্পান্ত পৰ্য্যন্ত আয়ুস প্ৰদান কৰিলোঁ" ॥৩৬॥

তাৰ পাছত ব্ৰহ্মা কুম্ভকৰ্ণৰ ওচৰলৈ আহিল আৰু ক'লে —"তোমাকো বৰ প্ৰদান কৰিম ; কি বৰ লাগে কোৱা।" ঠিক সময়ত বাণী গৈ কুম্ভকৰ্ণৰ জিভাত স্থিত হ'লগৈ ॥৩৭॥

বাণীৰ প্ৰভাৱত মোহগ্ৰস্ত হৈ তেওঁ ভাল-বেয়া একো ঠিক কৰিব নোৱৰা হ'ল। গতিকে কি বৰ খুজিব ভাবি নাপাই মূৰ্খৰ দৰে ক'লে—মই যেন ছমাহলৈকে নিদ্ৰাত মগ্ন হৈ থাকিব পাৰোঁ। মাত্ৰ এদিন খোৱা-বোৱাৰ কাৰণে মোৰ টোপনি ভাগক ॥৩৮॥

বিচৰামতেই ব্ৰহ্মাই তেওঁক বৰ দান কৰিলে। এনে বৰ বিচৰাত দেৱতাসকল হৰষিত হ'ল। জিভাৰপৰা বাণী আঁতৰি যোৱাৰ পাছত কুম্ভকৰ্ণৰ মনত বৰ দুখ লাগিল ; কিন্তু এয়া ঈশ্বৰৰে ইচ্ছা আছিল বুলি ভাবি তেওঁ মনে মনে থাকিল ॥৩৯॥

কৈকসীৰ পিতাক সুমালীয়ে এই বাতৰি পাই প্ৰহস্ত আদি বীৰসকলক লগত লৈ ৰাৱণৰ ওচৰলৈ আহিল আৰু আনন্দেৰে ক'লে—"হে পুত্ৰ, তুমি বৰ ডাঙৰ কাম কৰিলা। বিষ্ণুৰ ভয় তুমি দূৰ কৰিলা ॥৪০॥

"পূৰ্বতে ৰাক্ষসসকলে লঙ্কাত ৰাজত্ব কৰিছিল। কিন্তু বিষ্ণুৱে সকলোকে ছেদেলি-ভেদেলি কৰি খেদি পঠালে।



তেওঁক বলে নোৱাৰি আমি সকলোৱে পলাই পাতালত আশ্ৰয় ললোঁগৈ। এতিয়া তুমি সাহস দিয়াতহে এইবোৰ কথা ক'ব পাৰিছোঁ ॥৪১॥

"আজি-কালি কুবেৰে লঙ্কাত ৰাজত্ব কৰে। তুমি যেনেকৈ পাৰা তেওঁৰপৰা লঙ্কা জয় কৰি লোৱা। কাৰণ লঙ্কাৰ দৰে ঠাই অন্য ক'তো পাবলৈ নাই। ৰজাৰ বন্ধুত্বৰ ধৰ্ম নাথাকে; গতিকে কেনেকৈ কাঢ়ি ল'ম বুলি তুমি চিন্তা নকৰিবা" ॥৪২॥

সুমালীৰ কথা শুনি ৰাৱণে ক'লে ; "মই লংকা কেনেকৈ কাঢ়ি লওঁ ? কাৰণ তেওঁ (কুবেৰ) মোৰ জ্যেষ্ঠ ভ্ৰাতৃ; গতিকে পিতৃতুল্য। মই অন্য কোনোবা ঠাইত গৈ থাকিম।" ৰাৱণৰ কথা শুনি প্ৰহস্ত আগবাঢ়ি আহিল আৰু তেওঁৰ মন ঘূৰাবলৈ চেষ্টা কৰি (প্ৰহস্তই) ক'লে—॥৪৩॥

"হে নাথ, দেৱতা আৰু দৈত্য, সকলোবোৰ কাশ্যপৰ সন্তান আছিল; কিন্তু তেওঁলোকেও নিজৰ মাজত যুদ্ধ কৰিছিল। গতিকে কুবেৰ থাকিলেও আপুনি লঙ্কা জয় কৰক।" তেওঁৰ এনে প্ৰাৰ্থনা শুনি ৰাৱণ সন্তুষ্ট হ'ল। ॥ ৪৪ ॥

"তুমি ভাল কথাকে কৈছা" বুলি ৰাৱণ ততালিকে ত্ৰিকূটলৈ গ'ল আৰু তেওঁ কুবেৰক লঙ্কাৰপৰা খেদি পঠিয়ালে। কুবেৰ পিতৃৰ আদেশ অনুসৰি কৈলাসলৈ গ'ল আৰু তাতে তপস্যা কৰিবলৈ ধৰিলে। ॥ ৪৪ ॥

শিৱ সন্তুষ্ট হৈ বিশ্বকৰ্মাৰ হতুৱাই কৈলাসত অলকাপুৰী নামৰ সুন্দৰ নগৰ এখন সজাই দিলে। কুবেৰ তাতে দিক্‌পাল

হৈ থাকিবলৈ ল'লে। শম্ভুৰ করুণা পাই তেওঁ আনন্দ-সাগৰত ভাহি থাকিল। ॥ ৪৬ ॥

ৰাক্ষস ৰাৱণে আনন্দেৰে লঙ্কাত ৰাজত্ব কৰিবলৈ ধৰিলে। তপস্যাৰ বলত পৃথিৱীত সকলোকে জয় কৰি ৰাৱণে সকলোৰে মনত সন্ত্রাসৰ সৃষ্টি কৰিলে। বিদ্যুৎ জিহ্বা নামৰ নিশাচৰ এজনৰ লগত ভনীয়েক শূৰ্পনখাৰ বিয়া পাতিলে। ময় ৰাক্ষসৰ জীয়েক মন্দোদৰীক নিজে বিয়া কৰালোঁ ॥৪৭॥

মন্দোদৰীৰ লগতে তেওঁ অমোঘ শক্তিও লাভ কৰিলে। প্রহ্লাদৰ বংশৰ কন্যাৰ লগত কুম্ভকৰ্ণৰ বিয়া হ'ল। শৈলুষ নামৰ গন্ধৰ্বৰাজ এজনৰ জীয়েকক বিভীষণে বিয়া কৰালে ॥৪৮॥

ৰাৱণৰ এজন অতি বলৱান পুত্ৰৰ জন্ম হ'ল। জন্মৰ লগে লগে মেঘৰ দৰে গৰ্জন কৰি শিশুটিয়ে কান্দিবলৈ ধৰিলে। সেই কাৰণে সেই শিশুটিৰ নাম মেঘনাদ থোৱা হ'ল। মেঘনাদৰ শক্তি কিমান (সেই কথা) কোৱাৰ সাধ্য নাই ॥৪৯॥

ইফালে কুম্ভকৰ্ণক টোপনিয়ে বৰকৈ হেঁচা মাৰি ধৰাত শুবৰ কাৰণে ঠাই বিচাৰি তেওঁ ৰাৱণৰ ওচৰত প্ৰাৰ্থনা জনালে। তেওঁক শুবলৈ দিবৰ কাৰণে ডাঙৰ গুহা এটা সাজু কৰা হ'ল। তাতে কুম্ভকৰ্ণ গভীৰ টোপনি গ'ল ॥৫০॥

ৰাৱণে ব্ৰহ্মা আদি দেৱতা আৰু দৈত্যসকলৰ ধন-সম্পদ লুটপাত কৰি উপদ্ৰৱ কৰিবলৈ ধৰিলে। কুবেৰে এই



কথা জানিব পাৰি এনে উপদ্ৰৱ নকৰিবা বুলি দূত এজনৰ হতুৱাই ৰাৱণলৈ খবৰ পঠালে ॥৫১॥

দূতৰ মুখত এনে কথা শুনি ৰাৱণ ক্ষুব্ধ হ'ল আৰু খঙেৰে গৈ কুবেৰৰপৰা পুষ্পক ৰথখন কাঢ়ি লৈ আহিল। তাৰ পাছত যম আৰু বৰুণক জয় কৰি ইন্দ্ৰকো জয় কৰিবলৈ স্বৰ্গ পালেগৈ ॥৫২॥

ইন্দ্ৰই অতি সহজে ৰাৱণক ধৰি বান্ধি থ'লে। ৰাৱণ এইদৰে পৰাজিত হোৱাত দেৱতাসকল আনন্দিত হ'ল। কিন্তু মেঘনাদে যেতিয়া এই কথা গম পালে, তেতিয়া তেওঁ খঙেৰে স্বৰ্গলৈ আহিল আৰু ইন্দ্ৰৰ লগত ভয়ানক যুদ্ধ কৰি জয়ী হ'ল ॥৫৩॥

ৰাৱণক বান্ধোনৰপৰা মোকলাই ইন্দ্ৰকো বন্দী কৰি লগতে লৈ মেঘনাদ লঙ্কালৈ ঘূৰি আহিল। ইন্দ্ৰকো জয় কৰাৰ কাৰণে তেতিয়াৰেপৰা তেওঁৰ নাম ইন্দ্ৰজিত হ'ল। এই কথা গম পাই ব্ৰহ্মা লঙ্কালৈ আহিল আৰু মেঘনাদক অনেক বৰ দি ইন্দ্ৰক মোকোলাই আনিলে ॥৫৪॥

ব্ৰহ্মাই ইন্দ্ৰক লৈ যোৱাৰ পাছত ৰাৱণে আকৌ পৃথিৱী জয় কৰাৰ কাৰণে যুদ্ধ কৰিবলৈ ধৰিলে। কৈলাস পৰ্বত কিমান গধুৰ বুলি ওজন ল'বলৈ ৰাৱণে এদিন পৰ্বতখনকে হাতৰ তলুৱাত তুলি ল'লে ॥৫৫॥

নন্দীশ্বৰ নামৰ মুনিয়ে এদিন ৰাৱণক শাও দি ক'লে— "মানুহ আৰু বান্দৰ শত্ৰু হৈ সহজে তোক বধ কৰিব।"

তাৰ পাছত তেওঁ কার্তবীর্যৰ লগত যুঁজ কৰিবলৈ গ'ল; কিন্তু তেওঁক বাৱণে ক'ত বলে পাৰে? মুনিয়ে তাক বান্ধি থ'লে ॥৫৬॥

তেতিয়া পুলস্ত্য ঋষিয়ে, "ই মোৰ নাতি হয়" বুলি এৰি দিবলৈ খাটনি ধৰাতহে মুনিয়ে বান্ধ মোকোলাই দিলে। ৰাৱণ লজ্জিত হৈ ঘূৰি আহিল। কিন্তু সি পুনৰ বালীক জয় কৰাৰ উদ্দেশ্যে বহুত সৈন্য লৈ গ'ল। বালীয়ে তাক ধৰি কাষলতিৰ তলত সুমুৱাই থ'লে ॥৫৭॥

এইদৰে (কাষলতিৰ তলত ভৰাই) বালীয়ে চাৰিখন সাগৰ প্রদক্ষিণ কৰি আহি ৰাৱণক এৰি দিলে। তেতিয়া বালীৰ লগত মিত্রতা কৰি ৰাৱণ ঘূৰি আহিল। বাকী যত যিমান বীৰ আছিল সকলোকে মাৰি কাটি খাস্তাং কৰিলে। এনেহেন শক্তিশালী বীৰকো আপুনি (ৰামে) বধ কৰিছে ॥৫৮॥

আপুনি সাক্ষাৎ নাৰায়ণ। এই দৃশ্যমান বিশ্বজগত আপোনাৰেই স্বৰূপ মাত্র। আপোনাৰ নাভিকমলৰপৰা ব্রহ্মাৰ উৎপত্তি হৈছে। বাণী আৰু অগ্নি আপোনাৰ মুখৰপৰা ওলাইছে ॥৫৯॥

আপোনাৰ বাহুৰপৰা লোকপালসমূহৰ সৃষ্টি হৈছে। চকুৰপৰা চন্দ্র, সূর্য আৰু বিভিন্ন দিশ, কাণৰপৰা শব্দ, শ্বাস-প্রশ্বাসৰপৰা সকলোৰে প্রাণ আৰু নাকৰপৰা অশ্বিনী কুমাৰ যুগলৰ সৃষ্টি হৈছে ॥৬০॥

আপোনাৰ জঙ্ঘা, জানু, উৰু আৰু জঘনৰপৰা ভুবঃ আদি লোক হৈছে, কুক্ষিদেশৰপৰা চাৰিখন সাগৰ হৈছে,



স্তনৰপৰা ইন্দ্র, বৰুণ হৈছে আৰু বীর্যৰপৰা তপস্বী বালখিল্য আদি মুনিসকলৰ সৃষ্টি হৈছে ॥৬১॥

ধর্মাধর্ম বিচাৰকাৰী যমৰ সৃষ্টি হৈছে লিঙ্গৰপৰা। গুহ্য প্রদেশৰপৰা মৃত্যুৰ সৃষ্টি হৈছে। ক্রোধৰপৰা ৰুদ্রৰ উৎপত্তি হৈছে; হাড়ৰপৰা পর্বতসমূহ, চুলিৰপৰা ডাৱৰ, ঔষধিসমূহ নোমৰপৰা আৰু নখৰপৰা খৰ (গাধ) আদি জন্তুৰ সৃষ্টি হৈছে ॥৬২॥

আপুনিয়েই পুৰুষ-ৰূপে বিশ্বাত্মা; মায়া আপোনাৰ সহচৰী। আপুনিয়েই দেৱতাসকলক অমৃত পান কৰাইছে। এই সংসাৰ আপোনাৰেই সৃষ্টি আৰু আপোনাৰ আধাৰতে আমি সকলো জীয়াই আছোঁ ॥৬৩॥

যিদৰে গাখীৰত ঘিঁউ মিহলি হৈ থাকে ঠিক সেইদৰে আপুনি সর্বত্র বিৰাজমান। আপোনাৰ তেজৰ প্রভাৱত সূর্যই পোহৰ বিলাইছে। আপোনাক প্রকাশিত কৰাৰ প্রয়োজন নাই ॥৬৪॥

জ্ঞানীসকলে আপোনাৰ স্বৰূপ বুজি পায়; কিন্তু মূঢ়সকলে আপোনাক নেদেখি বিপদত পৰে। বেদদর্শী যোগীসকলে বিশ্বজগতত শ্রীৰাম কিদৰে ব্যাপ্ত হৈ আছে সেই বিষয়ে অনুসন্ধান কৰি বিচাৰি পায় ॥৬৫॥

আপোনাৰ অনুগ্রহ লাভ কৰাৰ কাৰণে এইখিনি কথা মই আপোনাক নিবেদন কৰিলোঁ। মোক ক্ষমা কৰিব।

অদ্বিতীয়, চিন্ময়, নিত্য, প্ৰভুৰ নাম ভক্তিপূৰ্বক কীৰ্তন কৰিয়েই মই অপূৰ্ব আনন্দ লাভ কৰোঁ ॥৬৬॥

অগস্ত্যই ৰামৰ সমুখলৈ গৈ এইদৰে কোৱাত ৰামচন্দ্ৰই তেওঁৰ মুখলৈ চাই পুনৰ সুধিলে—"বালী আৰু সুগ্ৰীৱৰ জন্ম-বৃত্তান্ত আপুনি বৰ্ণনা কৰক ॥৬৭॥

"বালী আৰু সুগ্ৰীৱ দুয়ো ইন্দ্ৰপুত্ৰ বুলি শুনিছোঁ। কিন্তু কিদৰে এওঁলোকৰ জন্ম হ'ল সেই বিষয়ে বিস্তাৰিতভাৱে শুনাৰ ইচ্ছা হৈছে।" ৰামৰ এনে আগ্ৰহ দেখি অগস্ত্য মুনিয়ে আনন্দেৰে বিস্তাৰিত বিৱৰণ দিবলৈ ধৰিলে ॥৬৮॥

সুমেৰু পৰ্বতৰ শৃঙ্গত ব্ৰহ্মাৰ চাৰিশ যোজন ডাঙৰ সভা এখন বহিছিল। বিষ্ণুক সন্তুষ্ট কৰিবলৈ ব্ৰহ্মা তাত ধ্যানমগ্ন হ'ল। ভক্তিৰসত গদ্‌গদ্ হৈ তেওঁৰ দুচকুৰেদি চকুপানী ব'বলৈ ধৰিলে। সেই চকুপানীৰপৰা বান্দৰ এটাৰ উৎপত্তি হোৱাত সকলো আচৰিত হ'ল ॥৬৯॥

সেই বান্দৰৰ প্ৰতি ব্ৰহ্মাৰ দয়া উপজিল আৰু ক'লে— "তুমি কেইদিনমান মোৰ ওচৰত থাকিবা। তেতিয়া তোমাৰ কল্যাণ হব।" ব্ৰহ্মাৰ কথামতে সেই বান্দৰ তাতে ফল-মূল খাই থাকিবলৈ ল'লে ॥৭০॥

এদিন পানী খাবলৈ ইচ্ছা কৰি বান্দৰটো ওচৰৰে কুঁৱা এটালৈ গ'ল। সেই কুঁৱাত নিজৰ ছাঁ দেখি অন্য এজন বীৰ আছে বুলি ভাবি ল'লে আৰু ধৰিবলৈ জাপ মাৰি পানীত সোমাল; কিন্তু কাকো নাপাই পুনৰ কুঁৱাৰপৰা বাহিৰ ওলাই আহিল ॥৭১॥



পানীৰপৰা ওলাই দেখিলে যে সি বান্দৰ গুচি ধুনীয়া তিৰোতা এগৰাকীৰ ৰূপ লৈছে। স্ত্ৰীৰ ৰূপ লাভ কৰাত তাৰ মনত দুখ হল। এনেতে ইন্দ্ৰ এই নাৰীক দেখি গভীৰভাৱে আকৰ্ষিত হল। ফলত তেওঁৰ বীৰ্যপাত হৈ (সেই নাৰীৰ) বাল প্ৰদেশত (অৰ্থাৎ নেজত) পৰিল ॥৭২॥

সেই বীৰ্যৰপৰা ল'ৰা এটাৰ জন্ম হল। বাল প্ৰদেশত বীৰ্য পৰি জন্ম হোৱাৰ কাৰণে তাৰ নাম বালী হল। ইন্দ্ৰই সেই লৰাক নিজৰ পুত্ৰ বুলি সোণৰ মালা এধাৰ প্ৰদান কৰিলে। পিতৃৰ দান হিচাবে বালীয়ে সেই উপহাৰ গ্ৰহণ কৰিলে ॥৭৩॥

সেই সময়ত সূৰ্যও সেই ঠাইত উপস্থিত হ'লহি আৰু একে গৰাকী নাৰীৰ ওপৰতে চকু পৰি তেৰোঁ প্ৰলোভিত হল। তেওঁৰো বীৰ্যপাত হৈ (সেই নাৰীৰ) গ্ৰীৱাত পৰিল। ফলত (নাৰীগৰাকীৰ) গ্ৰীৱাৰপৰা এটি পুত্ৰৰ উৎপত্তি হল। গ্ৰীৱাৰপৰা হোৱা কাৰণে তাৰ নাম সুগ্ৰীৱ হল ॥৭৪॥

সূৰ্য্যয়ো নিজৰ পুত্ৰক শক্তিশালী সাহায্য দিয়াৰ অৰ্থে হনুমানক তেওঁৰ সহায়কাৰী ৰূপে ৰাখি নিজে সূৰ্যলোকলৈ গুচি গল। সেই বান্দৰ স্ত্ৰীয়ে এইদৰে অতি সহজে দুজন পুত্ৰ লাভ কৰিলে। ॥ ৭৫ ॥

এদিন বালী আৰু সুগ্ৰীৱ, এই পুত্ৰ দুজনক লৈ মাকৰ টোপনি গল। পুৱা সাৰ পাই দেখিলে—তাই স্ত্ৰী গুচি পুনৰ বান্দৰ হৈ আছে। স্ত্ৰী ৰূপত পুত্ৰ দুজন লাভ কৰি পুনৰ পুৰুষ হোৱাত পুত্ৰ দুজনক লৈ বান্দৰটো ব্ৰহ্মাৰ ওচৰলৈ গল আৰু ব্ৰহ্মাক প্ৰণতি জনালেগৈ। ॥ ৭৬ ॥

তেওঁলোকৰ প্ৰতি ব্ৰহ্মা প্ৰসন্ন হ'ল আৰু কিষ্কিন্ধ্যাপুৰী তেওঁলোকক প্ৰদান কৰাৰ ইচ্ছা প্ৰকাশ কৰিলে। ব্ৰহ্মাই দেৱদূত এজনক মাতি ক'লে— ॥ ৭৭ ॥

"এই বান্দৰটোক কিষ্কিন্ধ্যাপুৰীলৈ লৈ গৈ ৰাজতিলক দিয়া। সপ্তদ্বীপত যিমানবোৰ বান্দৰ আছে সকলোৰে ওপৰত ই ৰাজত্ব কৰক। শ্ৰীনাৰায়ণে যেতিয়া পৃথিৱীৰ ভাৰ হৰণ কৰাৰ উদ্দেশ্যেৰে অৱতাৰ ল'ব, তেতিয়া তেওঁক সহায় কৰিবলৈ ইহঁত সাজু থাকিব। ॥ ৭৮ ॥

ব্ৰহ্মাৰ আদেশমতে কিষ্কিন্ধ্যালৈ নি বান্দৰক ৰজা পতা হ'ল। সেই ঋক্ষাধিপতিৰ পুতেক দুজনেই বালী, সুগ্ৰীৱ বুলি পূৰ্বতে আপোনাক কৈছোঁ। আপুনি সকলো জানে যদিও মই পুনৰ জ্ঞাপন কৰিলোঁ। ॥ ৭৯ ॥

কিষ্কিন্ধ্যা তেতিয়াৰ পৰা বান্দৰসকলৰ হ'ল; সুগ্ৰীৱে এতিয়াও কিষ্কিন্ধ্যাত ৰাজত্ব কৰি আছে। আপুনি সৰ্বেশ্বৰ গতিকে আৰুনো কি কম? নিত্যানন্দ স্বৰূপ প্ৰভুৱে পৃথিৱীৰ ভাৰ লাঘৱ কৰিছে আৰু ব্ৰহ্মাক সুখী কৰিছে। ॥ ৮০ ॥

ৰঘুনাথৰ লগত সম্পৰ্ক থকাৰ কাৰণে বালী আৰু সুগ্ৰীৱৰ জন্ম আৰু গুণৰ কীৰ্ত্তন কৰিলেও সকলো পাপ নাশ হয়। ॥ ৮১ ॥

এইখিনি মাত্ৰ ক'লে আপোনাৰ কৰ্মৰ বিৱৰণ সম্পূৰ্ণ হব নোৱাৰে। তথাপি পৃথিৱীৰ লোকে পাপ নাশ হওক বুলি এইখিনি মাত্ৰ বৰ্ণনা কৰে। কিন্তু ৰাৱণে সীতাক হৰণ



কৰি নিয়াৰ আঁচল উদ্দেশ্য কি আছিল সেই বিষয়ে মই আ
কম। ॥ ৮২ ॥

ট
য়

এদিন ৰাৱণে সনৎকুমাৰ ঋষিক লগ পাই সুধিলে ধন
"হে ব্ৰাহ্মণ, দেৱতাসকলৰ আধাৰ কোন, কাক আশ্ৰয়
তেওঁলোকে শত্ৰু জয় কৰে? ॥ ৮৩ ॥

ওচৰলৈ
হ সৰ্বজ্ঞ
কান আছে

"ব্ৰহ্মা আদি দেৱতাসকলে কাৰ পূজা-অৰ্চনা
যোগীসকলে সংসাৰ-সাগৰ পাৰ হবৰ কাৰণে কাৰ ধ্যান
সকলোৰে ওপৰৰ সেই ডাঙৰ ব্যক্তিজন কোন? ।" ॥ ৯৭ ॥
চিন্তা কৰি উলিয়াব নোৱাৰিলোঁ। আপুনি চিন্তা কৰি
দিয়ক"। ॥ ৮৪ ॥

ৰীৰ ইয়াত নাই।
ৰীৰ শ্বেতদ্বীপত

ঋষিয়ে ৰাৱণৰ এনে গুৰুত্বপূৰ্ণ প্ৰশ্ন শুনি
প্ৰশ্ন সোধাৰ উদ্দেশ্য বুজিব পাৰি ক'লে—"শুন
সমান ডাঙৰ পুৰুষ অন্য কোনো নাই। অথবা বিষ্ণুৰ হাতত
সকলোৰে আধাৰ তেৱেঁই। ॥ ৮৫ ॥ শ্বেতদ্বীপত বাস কৰে।
ত তেনেই তুচ্ছ। ॥৯৭॥

"তেৱেঁই নিজৰ নাভিকমলৰপৰা ব্ৰহ্মাৰ সৃ ই পুষ্পক ৰথত উঠি
বিশ্বচৰাচৰ সৃষ্টি কৰাইছে। হৰিৰ আ াৰ পিছত ৰথ নচলা
শত্ৰু জয় কৰে। যোগীসকলে । নামি খোজ কাঢ়িয়েই

ৰাৱণ আ
ণ কৰিলে—"বিষ্ণু ৰ খোজেঁতেই ধুনীয়া
শ্বেতদ্বীপ " ৰাৱণ লেহি। এজনীয়ে তেওঁৰ
তিৰোতাবোৰে বাঁ
॥ ৮৭ ॥

যিসকলে দেৱতাৰ হাতত মৃত্যু বৰণ কৰে তেওঁলোক
তেওঁ স্বৰ্গলৈ যায় আৰু তাত নানা বিধ স্বৰ্গ সুখ ভোগ কৰি
দেৱদূ কালান্তৰত পুনৰ পৃথিৱীত জন্ম গ্ৰহণ কৰে। কিন্তু হৰিৰ
তত মৃত্যু বৰণ কৰাজনে তৎক্ষণাত মুক্তি লাভ কৰে। তেওঁৰ
ৰ জন্ম নহয়।" ॥ ৮৮ ॥
দিয়াঁ।

ওপৰত ই ঋষিৰ কথা শুনি ৰাৱণ আনন্দিত হ'ল। তেওঁ হৰিৰ
হৰণ কৰা যুদ্ধ কৰি তেওঁৰ হাতত মৃত্যু বৰণ কৰি মুক্তি লাভ কৰাৰ
কৰিবলৈ ইচ্ছা কৰিলে। ঋষিয়ে তেওঁৰ মনৰ কথা বুজিব পাৰি
ব্ৰহ্মাৰ দ দি ক'লে— । ॥ ৮৯ ॥

পতা হল। ৰাৱণ, তুমি মনত যি কথা ভাবিছা সেয়া পূৰ্ণ হব যে
সুগ্ৰীৱ বুলি ক নাই। এতিয়া মই হৰিৰ ৰূপৰ বৰ্ণনা দিওঁ শুনা—
জানে যদিও মই ম, চন্দ্ৰ, সূৰ্য্য, পৃথিৱী, দৈত্য-দানৱ সকলোতে হৰি
কিষ্কিন্ধ্যা ॥ ৯০ ॥

এতিয়াও কিষ্কিন্ধ্যাৰেই প্ৰভুৰ ভিন ভিন ৰূপ আৰু বিৰাট ৰূপ।
সৰ্বেশ্বৰ গতিকে অ শ্যামৰ ৰূপ হল—প্ৰভুৰ সূক্ষ্মৰূপ। প্ৰভুৰ ৰূপ
পৃথিৱীৰ ভাৰ ৰূপ দেখা পোৱা যায়। ইক্ষাকু কুলত দশৰ
কৰিছে। ॥ ৮০ ॥ মৰ ৰূপ লৈ হৰিয়ে জন্ম লব। ॥ ৯১ ॥

ৰঘুনাথৰ ল আদেশত সীতা আৰু লক্ষ্মণৰ সৈতে তে
সুগ্ৰীৱৰ জন্ম আৰ স কৰিবলৈ যাব। সেইজনেই হৰি বুলি চি
হয়। ॥ ৮১ ॥ ভক্তি কৰিবা।" সনৎকুমাৰে এইদৰে কে

এইখিনি মাত্ৰ ণ) আপোনাক চিনি পাইছিল। ॥ ৯২ ॥

হব নোৱাৰে। তথাপি ৰ লগত বিৰোধ কৰি তেওঁৰ হাতত ম
বুলি এইখিনি মাত্ৰ বৰ্ণ পোৱাৰ উদ্দেশ্যেৰে তেওঁ সীতাক হ



কৰিছিল। ৰাৱণ বুদ্ধিমান আছিল। সীতাক লক্ষ্মী বুলিও
তেওঁ চিনি পাইছিল। ॥ ৯৩ ॥

যিজনে (মানৱ) এই কাহিনী পঢ়ে, শুনে বা আনক পঢ়ি
শুনায়, সেইজনৰ সকলো পাপ নাশ হয়। যিজনে সদায়
শুনি থাকে, তেওঁৰ আয়ুস বৃদ্ধি হয়। মিত্ৰ-লাভ আৰু ধন
লাভ হয়। ॥ ৯৪ ॥

এদিন নাৰদে সমগ্ৰ পৃথিৱী ঘূৰি ফুৰি ৰাৱণৰ ওচৰলৈ
আহিল। তেওঁৰ চৰণত পৰি ৰাৱণে সুধিলে,—"হে সৰ্বজ্ঞ
মুনি, এই পৃথিৱীত আটাইতকৈ শক্তিশালী বীৰ কোন আছে
কওক। মোৰ তেওঁৰ লগত যুঁজ কৰিবৰ ইচ্ছা হৈছে।" ॥ ৯৫ ॥

ৰাৱণৰ এনে কথা শুনি ঋষিয়ে কিছুপৰ চিন্তা কৰি
ক'লে—"তোমাৰ লগত যুঁজিব পৰা কোনো বীৰ ইয়াত নাই।
তোমাৰ মনোবাঞ্ছা পূৰ্ণ কৰিব পৰা সকলো বীৰ শ্বেতদ্বীপত
বাস কৰে, তুমি তালৈকে যোৱাঁ। ॥ ৯৬ ॥

যিজনে সদায় বিষ্ণুৰ পূজা কৰে অথবা বিষ্ণুৰ হাতত
মৃত্যু বৰণ কৰে, তেনে মহাত্মা শ্বেতদ্বীপত বাস কৰে।
ত্ৰৈলোক্যৰ বীৰসকল তেওঁলোকৰ সন্মুখত তেনেই তুচ্ছ। ॥৯৭॥

নাৰদৰ কথা শুনি ৰাৱণ তেতিয়াই পুষ্পক ৰথত উঠি
শ্বেতদ্বীপলৈ বুলি ওলাল। কিছুদূৰ যোৱাৰ পিছত ৰথ নচলা
হ'ল। কিন্তু অদম্য সাহসেৰে ৰথৰপৰা নামি খোজ কাঢ়িয়েই
ৰাৱণ আগবাঢ়িল। ॥ ৯৮ ॥

শ্বেতদ্বীপ পাই তাত সোমাব খোজোঁতেই ধুনীয়া
তিৰোতাবোৰে ৰাৱণক বেৰি ধৰিলেহি। এজনীয়ে তেওঁৰ

হাতত ধৰি 'ক'ৰ পৰা আহিছে, কিয় আহিছে' সুধিলে। লগে লগে আৰু বহুত তিৰোতা আহি তেওঁক বেঢ়ি ধৰিলেহি।
॥ ৯৯ ॥

যেনেতেনে সি তিৰোতাবোৰৰ হাতৰ পৰা ৰক্ষা পাই ঘূৰি আহিল আৰু আচৰিত হৈ ভাবিবলৈ ধৰিলে,--'যি কোনো উপায়েৰে বিষ্ণুৰ হাতত মৰিবই লাগিব।' সেই কাৰণে বিষ্ণুৰ হাতত মৰিবলৈকে সি ছলনা কৰি সীতাক হৰণ কৰিলে আৰু লঙ্কালৈ লৈ গৈ মাতৃৰ শুশ্ৰূষা কৰাৰ ব্যৱস্থা কৰিলে।
॥ ১০০ ॥

"আপুনি ৰাম-নামধাৰী পৰমেশ্বৰ। সকলোৰে সাক্ষী, জগতৰ পতি। আপুনি নজনা কথা একো নাই; গতিকে মইনো কি ক'ম? পৃথিৱীৰ মানুহে আপোনাৰ চৰিত্ৰৰ কীৰ্তন কৰি থাকিবলৈ আপুনি নানা ধৰণৰ লীলা কৰি দেখুৱাইছে।"
॥১০১॥

এইদৰে ৰামৰ স্তুতি কৰি অগস্ত্য মুনি গুচি গ'ল। শ্ৰীৰামে সংসাৰী মানুহৰ দৰে বিষয়-সুখ ভোগ কৰি থাকিবলৈ ধৰিলে। এনেতে এদিন পুষ্পক বিমান কুবেৰৰ ওচৰৰ পৰা ঘূৰি আহিল আৰু (ৰামক) ক'লে—"হে নাথ, কুবেৰে মোক কলে যে—
॥১০২॥

ৰাৱণে তোমাক জয় কৰিছিল কাৰণে তুমি ৰাৱণৰ সেৱা কৰিছিলা, এতিয়া ৰামচন্দ্ৰই জয় কৰাত তুমি তেওঁৰ অধীন হ'লা। গতিকে তুমি প্ৰভুৰ ওচৰলৈ গৈ তেওঁৰ সেৱা কৰাঁ। তেওঁ বৈকুণ্ঠলৈ যোৱাৰ পাছতহে মোৰ ওচৰলৈ আহিবা
॥১০৩॥



মই গৈ পোৱা মাত্ৰকে কুবেৰে মোক এইদৰে ক'লে—সেই কাৰণে পুনৰ আপোনাৰ ওচৰলৈ উভতি আহিছোঁ। পুষ্পকৰ মিনতি শুনি ৰঘুনাথে ক'লে—"মই যেতিয়াই মনত পেলাম তেতিয়াই মোৰ ওচৰলৈ গুচি আহিবা, এতিয়া যোৱাগৈ।" ॥১০৪॥

পুষ্পকক এইদৰে পঠাই দি ৰামচন্দ্ৰই ৰাজত্ব কৰিবলৈ ধৰিলে। প্ৰভুৰ ৰাজত্বত বুঢ়াসকলো বহুদিন জীয়াই থকা হ'ল; শিশুসকলৰ মৃত্যু নোহোৱা হ'ল। সকলো মানুহে আনন্দেৰে বাস কৰিবলৈ ধৰিলে। এনেতে এদিন ৰাজ্যত আচৰিত ঘটনা এটা ঘটিল ॥১০৫॥

ব্ৰাহ্মণ-পুত্ৰ এজনৰ মৃত্যু হ'ল। লৰাটিৰ পিতাক কান্দি কান্দি ৰামৰ ওচৰলৈ আহিল। কি কাৰণত এনে অঘটন হ'ল জানিবলৈ ৰামে কিছুপৰ চিন্তা কৰিলে। তেতিয়া তেওঁ গম পালে যে হাবিৰ মাজত বহি শূদ্ৰ এজনে তপস্যা কৰি আছে। তেওঁ গৈ তাক বধ কৰিলে ॥১০৬॥

তপস্বী শূদ্ৰক বধ কৰাৰ লগে লগে ব্ৰাহ্মণ-পুত্ৰ জী উঠিল। শূদ্ৰজনেও পৰম ধাম লাভ কৰিলে। এইদৰে বৰ্ণ ধৰ্ম পালন কৰাত সকলো লোক সন্তুষ্ট হল। তাৰ পাছত জল, স্থল সকলোতে তেওঁ কোটি শিৱ-লিঙ্গ স্থাপন কৰালে ॥১০৭॥

পৃথিৱীৰ মানুহৰ কল্যাণৰ উদ্দেশ্যে তেওঁ ৰামৰ কথা প্ৰচাৰ কৰালে। একপত্নী-ব্ৰতচাৰী ৰাজৰ্ষিৰ দৰে থাকি, তেওঁৰ একমাত্ৰ প্ৰিয়া সীতাক সকলো প্ৰকাৰৰ সাংসাৰিক

সুখ ভোগ কৰালে। এইদৰে আদৰ্শ দৃষ্টান্ত ৰূপে লোকসকলক শিক্ষা দিয়াৰ অৰ্থে ৰামচন্দ্ৰই বহুবিধ ৰাজকাৰ্য সম্পাদন কৰিলে ॥১০৮॥

দহহেজাৰ বছৰ ৰাজত্ব কৰাৰ পাছত এদিন সীতাই ৰামক ক'লে—"স্বামী, মই আপোনাৰ চৰণৰ দাসী; কিন্তু ব্ৰহ্মা আদি দেৱতাসকল আহি মোৰ ওচৰত প্ৰাৰ্থনা কৰিবলৈ ধৰিছে ॥১০৯॥

"তেওঁলোকৰ মিনতি হৈছে—মই প্ৰথমে বৈকুণ্ঠধামলৈ যাত্ৰা কৰিব লাগে। তেতিয়া মোৰ পাছে পাছে প্ৰভুও বৈকুণ্ঠলৈ যাব। এতিয়া কি কৰা উচিত আপুনি কৰক" ॥১১০॥

ৰামচন্দ্ৰই ক'লে,—"তেওঁলোকে ঠিক কথাই কৈছে। এতিয়া লোক-অপবাদত মই তোমাক ত্যাগ কৰি বনলৈ পঠাম। তুমি গৈ বাল্মীকিৰ আশ্ৰমত থাকিবা ॥১১১॥

তুমি গৰ্ভৱতী হৈ আছা। তোমাৰ দুজন বীৰ পুত্ৰৰ জন্ম হব। তাৰ পাছত পুনৰ তুমি মোৰ ওচৰলৈ আহি জনগণৰ সন্মুখত শপত খাই নিজৰ পবিত্ৰতা প্ৰমাণ কৰিবা। তেতিয়া পৃথিৱীয়ে ফাঁট মেলিব আৰু পৃথিৱীৰ গৰ্ভত সোমাই তুমি বৈকুণ্ঠলৈ যাবা ॥১১২॥

এইদৰে তুমি আগতেই যাবা। তুমি যোৱাৰ কিছুদিনৰ পাছত ময়ো গুচি যাম। বেছিদিন আৰু ইয়াত নাথাকোঁ।" জানকীক এইদৰে কৈ ৰামচন্দ্ৰ ৰাজসভালৈ গ'ল আৰু সভাসদসকলক সুধিলে—"প্ৰজাসকলে আমাৰ নিন্দা বা



প্ৰশংসা ক'ত কেনেদৰে কৰে সকলো মোক বিৱৰি কোৱাঁ। ॥১১৩॥

সকলোৱে উত্তৰ দিলে—"প্ৰভু, সকলোৱে মুখত আপোনাৰ প্ৰশংসাহে শুনিছোঁ।" মাত্ৰ এজন লোকে কলে—"মই নিন্দা কৰা শুনিছোঁ, প্ৰভু! মানুহে কয়—ৰাৱণে বনৰপৰা হৰণ কৰি নি কিছুদিন নিজৰ লগত ৰাখি অপৱিত্ৰ কৰা সীতাক আনি কিয় ৰামচন্দ্ৰই নিজৰ লগত থৈছে? ॥১১৪॥

"এনে স্ত্ৰী যদি পৱিত্ৰ হয়, তেন্তে পতিতাবোৰো দেখোন পৱিত্ৰ হৈ থাকিব? এইদৰে এটা মাত্ৰ অপযশ প্ৰভুৰ আছে।" ৰামে এই কথা শুনা মাত্ৰকে লক্ষ্মণক মাতি পঠালে ॥১১৫॥

লক্ষ্মণ ওচৰলৈ আহিলত শুনিবলৈ অতি কঠোৰ আদেশ দি ৰামে কলে—"ভাই, মই সীতাক পৱিত্ৰ বুলি ঘৰলৈ অনাৰ কাৰণে লোক-অপবাদ পাবলগীয়া হল। সেই কাৰণে সীতাক ত্যাগ কৰাৰ সিদ্ধান্ত লৈছোঁ ॥১১৬॥

"তুমি সীতাক ৰথত তুলি লৈ গৈ বাল্মিকীৰ আশ্ৰমৰ ওচৰৰ হাবিখনত থৈ আহাঁ। মোক আৰু একো নুসুধিবা। কালিলৈ পুৱা তুমি সীতাক বনত থৈ আহিবা, এয়ে মোৰ আদেশ" ॥১১৭॥

এনে আদেশ পাই লক্ষ্মণ মহা সংকটত পৰিল। পাছদিনা ৰাতিপুৱাই তেওঁ ধুনীয়া ৰথত তুলি সীতাক বনলৈ নি এৰি থৈ আহিল। এইদৰে অকলশৰীয়াকৈ বনত

এৰি থৈ অহাত সীতাই দুখত বিলাপ কৰি কান্দিবলৈ ধৰিলে ॥১১৮॥

বাল্মীকিৰ শিষ্যসকলে সীতাই অকলশৰে হাবিত বহি কান্দি থকা দেখা পাই ঋষিক জনালে। ঋষি লবালৰিকৈ সীতাৰ ওচৰলৈ আহিল আৰু তেওঁক পূজা আদি কৰি আশ্রমলৈ লৈ গল। সীতাক লোকজননী বুলি জানি বাল্মীকিয়ে আশ্রমৰ স্ত্রীসকলৰ দ্বাৰা সীতাৰ শুশ্রূষা কৰালে ॥১১৯॥

ঋষিপত্নীসকলেও লক্ষ্মীজ্ঞানেৰে সীতাক সেৱা-পূজা কৰি নিজে ধন্য মানিলে। সিফালে সীতাপতিয়ে সংসাৰৰ সুখ-ভোগৰ প্রতি বিৰক্ত হৈ মনে মনে সন্যাস গ্রহণ কৰি যোগীৰ দৰে হৈ পৰিল ॥১২০॥

ভগৱানৰ লীলাৰ কথা শুনি সংসাৰৰ লোক সকল মুক্ত হওক বুলি প্রভুয়ে মানুহৰ ৰূপ ল'লে আৰু বয়োবৃদ্ধসকলে যি ধৰণৰ সজ কাম কৰে তেনে কাম কৰি দিনবোৰ অতিবাহিত কৰিবলৈ ধৰিলে ॥১২১॥

লক্ষ্মণ ৰামৰ লগত আছিল। যেওঁ এদিন 'আটাইতকৈ বিষতুল্য কর্ম কি' বুলি ৰামক সুধিলে। ৰামচন্দ্রই ৰজা নৃগৰ কাহিনী বর্ণনা কৰি ব্রহ্মস্ব[১] হৰণেই বিষতুল্য কর্ম বুলি বর্ণনা কৰিলে শুনি লক্ষ্মণে সন্তোষ পালে আৰু পুনৰ সুধিলে—॥১২২॥

"হে নাথ, আপুনি জ্ঞানস্বৰূপ, সকলো দেহীৰ আত্ম-নিয়ন্তা, পৃথিৱীৰ ভাৰ হৰণ কৰিবলৈকে এই ৰূপ লৈছে। ভক্তসকলে

১—ব্রহ্মস্ব ব্রাহ্মণৰ সম্পত্তি—ধার্মিক ৰজা নৃগই নজনাকৈ ব্রাহ্মণৰ গৰু নিজৰ বুলি দান কৰাৰ কাৰণে ব্রহ্মস্ব হৰণৰ পাপ হৈছিল।



আত্মাৰূপী ভগৱানৰ এই লীলাৰ কথা জানে আৰু লোকৰ প্রতি দয়া-পৰবশ হৈ এনে লীলাৰ আশ্রয় লৈছে বুলি কোৱা মেলা কৰে ॥১২৩॥

"প্রভু, মই এনে দয়ালু গৱাকীৰ চৰণত আশ্রয় লৈছো। এই সংসাৰ-সাগৰ পাৰহোৱাৰ উপায় মোক কৈ দিয়ক যাতে সুখেৰে ইয়াৰ ভোগ শেষ কৰি পৰম ধামলৈ যাব পাৰোঁ। ॥১২৪॥

লক্ষ্মণৰ এনে বচন শুনি ৰঘুনাথৰ মুখমণ্ডল প্রসন্ন হৈ উঠিল। নিজৰ ভায়েক লক্ষ্মণৰ মনৰ সংশয় দূৰ কৰি তেওঁক সেই জ্ঞান প্রদান কৰিলে যি জ্ঞান সংসাৰ-সাগৰ পাৰ হোৱাৰ কাৰণে সেতু-স্বৰূপ বুলি বেদতো বর্ণিত হৈছে ॥১২৫॥

ৰামচন্দ্রই কলে—"প্রথমে বর্ণ ধর্ম পালন কৰিবা; তাৰ পাছত দশ ইন্দ্রিয় আৰু মনৰ ওপৰত নিয়ন্ত্রণ ৰাখি গুৰু-বচনৰ আশ্রয় ল'বা। আত্মজ্ঞান লাভৰ ইচ্ছাৰে একনিষ্ঠভাৱে গুৰুৰ সেৱা কৰিলে এই জ্ঞান লাভ হয়। এই দৰে বহুলোক সংসাৰ সাগৰ পাৰ হৈছে ॥১২৬॥

"ফল লাভৰ ইচ্ছা কৰি কর্ম কৰিলে বাৰে বাৰে সংসাৰত জন্ম গ্রহণ কৰি ফলভোগ কৰিবলগীয়া হয়। পৰিণাম স্বৰূপে সংসাৰৰ মৃত্যুৰ পাপ-চক্রত জীৱ ঘূৰি ফুৰে ॥১২৭॥

"অজ্ঞানতাই মানুহক শত্রুৰ দৰে সংসাৰ-চক্রত ঘূৰাই ফুৰায়। এক মাত্র জ্ঞানেহে অজ্ঞানতা নষ্ট কৰিব পাৰে। কর্মই অজ্ঞানতা দূৰ কৰিব নোৱাৰে ॥১২৮॥

"জ্ঞানহীন কর্মই অজ্ঞানতাৰ বিনাশ নকৰে; বৰং এনে কর্মৰ স্বাভাৱিক ধর্মই মানুহক পুনঃ পুনঃ পৃথিৱীলৈ টানি

আনে। গতিকে বিবেচনা-সম্পন্নলোকে জ্ঞান-লাভৰ চেষ্টা কৰে ॥১২৯॥

"বিদ্যা অৰ্থাৎ তত্ত্বজ্ঞান লাভ কৰাত সহায় কৰিবৰ কাৰণে কৰ্মৰ প্ৰয়োজন হয় বুলি কোনো কোনোৱে কয় ; কিন্তু প্ৰকৃততে তত্ত্বজ্ঞান লাভ কৰাৰ কাৰণে কোনো প্ৰকাৰৰ সাহায্যৰ আৱশ্যক নাই ॥১৩০॥

"দেহাশ্ৰিত কৰ্মই অহংকাৰৰ সৃষ্টি কৰে ; কিন্তু আত্মজ্ঞান বা বিদ্যাই অহঙ্কাৰ বিনাশ কৰে। গতিকে বিদ্যাই কৰ্মৰ সাহায্য নোলোৱাকৈ মুক্তি সাধন কৰিবলৈ সক্ষম ॥১৩১॥

তৈত্তিৰীয় শ্ৰুতিসমূহেও উল্লেখ কৰিছে যে বিদ্যাই কাৰো সাহায্য নিবিচাৰে। এই কথা জানি সকলোৱে আত্মজ্ঞান বা বিদ্যা লাভ কৰা চেষ্টা কৰাৰ উচিত ॥১৩২॥

'তত্ত্বমসি' শব্দৰ অৰ্থ ভালকৈ জানি লোৱাৰ প্ৰয়োজন। এই শব্দত থকা তিনিটা পদৰ প্ৰতি মনোযোগ দিবা। 'তত্' শব্দৰ অৰ্থ পৰমাত্মা, 'ত্বম্' শব্দৰ অৰ্থ জীৱাত্মা। এই দুটাৰ মাজৰ ঐক্য বুজাবলৈ অসি পদ ব্যৱহাৰ কৰা হৈছে। এই পদ দিনে নিশাই ধ্যান কৰিবা ॥১৩৩॥

"মায়াৰ দ্বাৰা সৃষ্টি হোৱা এই পঞ্চভূত শৰীৰৰ মৃত্যু অনিবাৰ্য। কিন্তু এই দেহেই সংসাৰৰ সুখ-দুখৰ সাধন স্বৰূপ। বহুত লোকে দেহক স্থূলোপাধি বুলিও কয় ॥১৩৪॥

দশ ইন্দ্ৰিয় মন আৰু পঞ্চভূত, এই ষোলটা উপাদানেৰে গঠিত স্থূলোপাধি এই দেহে ভোগ কৰে ; এই কথা বুজিব পাৰিলে দেহ-ভাব বিনাশ হয় ॥১৩৫॥



"জীৱ সদায় শুদ্ধ। ই স্ফটিকৰ দৰে নিৰ্মল আৰু মুক্ত। কিন্তু সঙ্গদোষৰ কাৰণে শৰীৰক 'মই' বুলি ভাবে। শৰীৰ আৰু আত্মাৰ পাৰ্থক্য যেতিয়াই বুজি পায়, তেতিয়াই জীৱ মুক্ত হয়। ॥১৩৬॥

"ৰঙা ৰঙৰ লগত থাকিলে যিদৰে স্ফটিকে ৰঙা বৰণ লয়, সেইদৰে আত্মায়ো উপাধিৰ লগত থাকি নিজকে উপাধি বুলি ধৰি লয়। কিন্তু যি দৰে স্ফটিকৰ ৰঙা ৰং নাই আত্মাও উপাধিহীন বুলি জানিবা। ॥১৩৭॥

"বুদ্ধিৰ জাগ্ৰত, স্বপ্ন, সুষুপ্তি নামেৰে তিনিটা বৃত্তি আছে। ব্ৰহ্মৰ স্বৰূপ বুজিব পাৰিলে এই বৃত্তিবোৰ যে মিথ্যা সেই কথা বুজিব পাৰি। গতিকে জ্ঞানীজনে বৃত্তি নিৰোধ কৰি উপাধি-বৰ্জিত আত্মাক জনা উচিত। ॥১৩৮॥

"আত্মাৰ সুখ, দুখ একো নাই কিন্তু অজ্ঞানতা হেতু সুখ-দুখ থকা যেন লাগে। যিদৰে ৰচীডালকো অজ্ঞানতাৰ কাৰণে সাপ বুলি ভবা হয়, ঠিক সেই দৰে ঈশ্বৰক জগত বুলি ভুল কৰা হয়। ॥১৩৯॥

"ইচ্ছা, বুদ্ধি আদি অহঙ্কাৰৰ ধৰ্মবোৰ সংচিত আত্মাত থকা যেন ধাৰণা হয়। কিন্তু আত্মা প্ৰকৃততে সাক্ষী স্বৰূপ। তাপ যিদৰে লোহাৰ সৰ্বত্ৰ বিয়পি থাকে, সেইদৰে আত্মা সকলোতে ব্যাপ্ত, কিন্তু ই সদায় পৃথক। ॥১৪০॥

"গুৰু আৰু বেদৰ উপদেশ লাভ কৰি আত্মাক চিনি ল'ব পাৰিলেহে মুক্ত হোৱা সম্ভৱ। আত্মাৰ প্ৰকৃত স্বৰূপ বুজি পোৱাৰ বাহিৰে মুক্তিৰ অন্য উপায় নাই। ॥১৪১॥

আত্মাক চিনি পাবলৈ প্ৰথমে নিৰ্জন ঠাইত বহি লৈ দহ ইন্দ্ৰিয়ক জয় কৰিব লাগিব। তেতিয়াহে সমগ্ৰ জগতত প্ৰকাশ স্বৰূপ আত্মা সত্বাক বুজি লৈ নিজৰ পূৰ্ণৰূপ আত্মাক উপলব্ধি কৰিব পাৰি। ॥১৪২॥

"অজ্ঞান অৱস্থাৰ জগতখন ওঙ্কাৰ বাচক কিন্তু যেতিয়া অ, উ, ম এই তিনিওটা আখৰ সাক্ষীৰে সৈতে আত্মাত লীন হয় তেতিয়া উপাধিহিত নিৰ্মল আত্মাহে মাথোন অৱশিষ্ট থাকে। ॥১৪৩॥

"জ্ঞানৰ দ্বাৰা যেতিয়া জীৱই সেই নিৰ্মল আত্মাক মই বুলি চিনি পায়, তেতিয়া তাক জীৱন্মুক্ত বুলি কোৱা হয়। সকলো ইন্দ্ৰিয় দমন কৰি কামাদি নাশ কৰি সমাধিস্থ হ'বলৈ অভ্যাস কৰাজনে সহজে হৰিৰ দৰ্শন লাভ কৰে। ॥১৪৪॥

"পূৰ্ণ, অনন্ত, আত্মাৰূপৰ ধ্যানত মগ্ন সুখ আৰু দুখক প্ৰাৰব্ধ কৰ্মৰ ফল বুলি জানি নিৰুদ্বেগ চিত্তে সহ্য কৰিব পৰাজন মৃত্যুৰ পাছত মোতে লীন হয়। ॥১৪৫॥

"আদি, অন্ত, মধ্য সকলো সময়ত শৰীৰ চেতনাইহে পূৰ্ণানন্দ প্ৰাপ্তিত বাধাৰ সৃষ্টি কৰে। সেই কথা বুজি আত্মচিন্তাত মগ্ন হোৱাজন নদীৰ পানী সাগৰত মিলি যোৱাৰ দৰে মোতে বিলীন হয়। ॥১৪৬॥



"আত্মা নিত্য, এই জগত মিথ্যা, এই কথা ৰচীডাল সাপ নহয় বুলি বুজি পোৱাৰ দৰে বুজিব নোৱাৰিলে মোৰ চৰণত আশ্ৰয় লবা, অন্যথা অজ্ঞানতা দূৰ নহয়। ॥১৪৭॥

"বেদৰ সাৰ স্বৰূপ মই কোৱা এই গোপন কথাবোৰ ভালদৰে চিন্তা কৰা জনৰ কোটি জন্মৰ সহস্ৰ পাপ নাশ হয়। গতিকে হে ভাই, এই জগত যাদুৰ দৰে মিথ্যা বুলি জানি লৈ মোৰ প্ৰতি ভক্তি ৰাখি আনন্দ স্বৰূপ হৈ থাকাঁ। ॥১৪৮॥

"আনন্দ মনেৰে মোৰ এই সগুণ স্বৰূপ ধ্যান কৰাঁ, অথবা নিৰ্গুণ পৰিপূৰ্ণ আত্মাৰূপ ধ্যান কৰিবা। দুয়ো ক্ষেত্ৰতে মোৰেই ধ্যান কৰাৰ দৰে হব। তেনে জনে ভৰিৰে স্পৰ্শ কৰা ঠাই-ডোখৰো পৱিত্ৰ হব। ॥ ১৪৯ ॥

"গুৰুৰ চৰণত শ্ৰদ্ধাভক্তি ৰাখি মোৰ কথাবোৰ শ্ৰুতিৰ সাৰ স্বৰূপ বুলি ভাবি পাঠ কৰাজনৰ সকলো অজ্ঞনতা দূৰ হয়। তেওঁ সংসাৰসাগৰ পাৰ হৈ মোৰ স্বৰূপ লাভ কৰে। ॥ ১৫০ ॥

এদিনাখন যমুনা নদীৰ পাৰত বসবাস কৰা মুনীশ্বৰসকলৰ লগত ভাৰ্গৱ আৰু চ্যৱন মুনি ৰঘুনাথৰ ওচৰলৈ আহিল। ৰামে সকলোকে আদৰ-সাদৰ কৰি বহুৱাই সুধিলে—॥ ১৫১ ॥

"মই ব্ৰাহ্মণসকলৰ সেৱক। আপোনালোক মোৰ ওচৰলৈ অহাত (মই নিজকে) ধন্য মানিছোঁ। সেৱকে কি কাম কৰিব লাগে আদেশ কৰক।" তেতিয়া চ্যৱনে আগবাঢ়ি আহি ক'লে— ॥ ১৫২ ॥

১৫

"হে নাথ, মধু নামেৰে শিৱৰ প্ৰিয় দৈত্য এজন আছিল। সন্তুষ্ট হৈ শিৱই তাক অমোঘ ত্ৰিশূল এডাল প্ৰদান কৰিছিল। কুম্ভিনসী নামৰ ৰাৱণৰ ভনীয়েক এজনীক সি বিয়া কৰাইছিল। তাৰ এটি পুত্ৰ জন্ম হল; সি ৰাক্ষসৰ চৰিত্ৰ আয়ত্ত কৰিলে। ॥ ১৫৩ ॥

"তাৰ নাম লৱণ। সি ৰাৱণৰ দৰে আচৰণ কৰে। হাতত (শিৱই দিয়া) ত্ৰিশূলডাল লৈ ঋষিসকলৰ কামত বিঘিনিৰ সৃষ্টি কৰি সি কষ্ট দি ফুৰিছে। তাৰ অত্যাচাৰৰপৰা হাত সাৰিবৰ উপায় বিচাৰি আমি আপোনাৰ ওচৰলৈ আহিছোঁ।" ৰামে ঋষিসকলৰ কথা শুনি তেওঁলোকক নিশ্চিন্ত হবলৈ ক'লে। ॥ ১৫৪ ॥

আৰু ভায়েকসকলক মাতি কোনে লৱণ ৰাক্ষসক বধ কৰি ঋষিসকলক ৰক্ষা কৰিব পাৰিব বুলি সুধিলে। ভৰতে হাতযোৰ কৰি নিজে যোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে। শত্ৰুঘ্নই বিনীত ভাৱে উচিত যুক্তি দৰ্শাই কলে— ॥ ১৫৫ ॥

"লক্ষ্মণে আপোনাৰ লগত বনলৈ গৈ বহুত কাম কৰিলে। ভৰতেও যোগীৰ দৰে বাস কৰি অনেক কষ্ট কৰিলে; গতিকে যদি প্ৰভুৱে আদেশ দিয়ে, মই আনন্দেৰে গৈ এই কাম সমাধা কৰিম।" (শত্ৰুঘ্নৰ) কথা শুনি ৰাম অতি প্ৰসন্ন হল। ॥১৫৬॥

তেওঁ ভায়েকক এইদৰে আদেশ দিলে—"তুমি গৈ লৱণ ৰাক্ষসক বধ কৰি সেই ঠাইত এখন নগৰ পাতিবা আৰু তাত ৰাজত্ব কৰিবা।" নিজৰ আটাইতকৈ শক্তিশালী কাঁড়পাট উলিয়াই দি আকৌ ক'লে— ॥১৫৭॥



"তাৰ ঘৰত শিৱপ্ৰদত্ত ত্ৰিশূল আছে। প্ৰতি দিনে পুৱা সি (লৱণ ৰাক্ষসে) ত্ৰিশূল পূজা কৰে আৰু (তাৰ পাছত) দিনৰ আহাৰ বিচাৰি হাবিলৈ যায়। শিৱৰ ত্ৰিশূল আনিবৰ কাৰণে সি ঘৰলৈ উভতি যোৱাৰ আগতেই তুমি এই পাট কাঁড় তাৰলৈ মাৰিবা। তেতিয়াহে সি মৰিব ॥১৫৮॥

"যদি সি ত্ৰিশূল হাতত লব পাৰে, তেতিয়া সকলোৱে ক্ষতি কৰিব পাৰিব। এই কথা মনত ৰাখিবা। তাক মাৰি তুমি তাত এনে এখন ধুনীয়া নগৰ সাজিবা, য'ত সকলো মানুহে থাকিবলৈ মন মেলিব ॥১৫৯॥

"সেই নগৰৰ নাম হব মথুৰা। তাত তুমি ৰাজত্ব কৰিবা। কিন্তু প্ৰথমে ৰাক্ষস বধ কৰি লোৱাঁ। সৈন্য-সামন্ত আদি সকলোবোৰ তুমি তাত পাবা। মানুহৰ মনত সন্তোষ দি তুমি ৰামচন্দ্ৰই প্ৰদান কৰা ৰাজত্ব কৰাঁগৈ, যোৱাঁ। ॥১৬০॥

(ৰামচন্দ্ৰই) এইদৰে আশীৰ্বাদ দি (শত্ৰুঘ্নক) ঋষিসকলৰ লগত যাবলৈ আদেশ দিলে। আদেশ অনুসৰি তেওঁ কাৰ্য সম্পাদন কৰিলে। ৰাক্ষসক বধ কৰি মথুৰাপুৰী প্ৰতিষ্ঠা কৰি শত্ৰুঘ্নই তাত ৰাজত্ব কৰিবলৈ ধৰিলে ॥১৬১॥

ইফালে সীতাৰ যঁজা লৰা এহাল জন্ম হ'ল। বাল্মীকি ঋষিয়ে লৰাৰ জাতকৰ্ম কৰি ডাঙৰজনৰ নাম ৰাখিলে লৱ আৰু সৰুজনৰ নাম ৰাখিলে কুশ। লৰা দুটিক বহুত শাস্ত্ৰ অধ্যয়ন কৰোৱা হ'ল ॥১৬২॥

সোনকালে উপনয়ন কাৰ্য্য সম্পন্ন কৰাই তেওঁলোকক বেদ অধ্যয়ন কৰিবলৈ দিয়া হ'ল। শীঘ্ৰে লৱ-কুশ শাস্ত্ৰৰ

তাৎপৰ্য বুজিব পৰা হ'ল। যিদৰে তেওঁলোকৰ জন্ম হৈছিল পবিত্ৰ শ্ৰেষ্ঠ সূৰ্যবংশত, গুৰুৱে সেইদৰে শাস্ত্ৰ, অস্ত্ৰবিদ্যা আদি সকলো বিষয়ত তেওঁলোকক শিক্ষা দিলে ॥১৬৩॥

বাল্মীকিয়ে সমগ্ৰ ৰামচৰিত্ৰ কাব্যৰ ৰূপত ৰচনা কৰি গীত ৰূপে গাইছিল। সেই গীত তেওঁলোককো (লৱ-কুশক) শিকাই দিলে। গীত শুনি সমগ্ৰ ত্ৰিভুবন মোহিত হ'ল ॥১৬৪॥

ধুনীয়া যঁজা লৰা দুজনে হাতত বাদ্যযন্ত্ৰ লৈ তাল, লয়, সুৰ মিলাই এই (ৰামায়ণ) গীত গাই ফুৰিছিল। বনত থকা ঋষিসকলে এই গীত শুনি আনন্দ পাইছিল আৰু লৰা দুটিক বৰ মৰম কৰিছিল ॥১৬৫॥

এইদৰে ৰামচৰিত্ৰ গাই সকলোৰে মন হৰবিত কৰি বাল্মীকিৰ আজ্ঞা মতে কাম কৰি তেওঁলোক ( লৱ-কুশ ) থাকিবলৈ ধৰিলে ॥১৬৬॥

এই সময়ত ৰামচন্দ্ৰই বহুত দানদক্ষিণা কৰি অশ্বমেধ যজ্ঞৰ আয়োজন কৰিলে। সীতাদেৱী বনত থকাৰ হেতুকে সোণৰ সীতা গঢ়ি লোৱা হ'ল। পৃথিৱীৰ ডাঙৰ ডাঙৰ ৰজাসকল, ঋষি, ব্ৰহ্মৰ্ষি, ক্ষত্ৰিয়, বৈশ্য আদি বহুত লোক এই যজ্ঞ চাবলৈ আহিল ॥১৬৭॥

লৱ-কুশ সদায় বাল্মীকিৰ লগত আছিল। এদিন সুবিধা পাই কুশই সুধিলে—"হে সৰ্বজ্ঞ গুৰু, কি দৰে মানুহ বন্ধনত সোমায় আৰু কি উপায়েৰে এই মায়া-বন্ধন ছিঙি মুক্তি লাভ কৰিব পাৰে মোক জানিবলৈ দিয়ক। ॥ ১৬৮ ॥



"বন্ধনৰ কাৰণ আৰু মুক্তিৰ উপায় সম্পৰ্কে মোৰ দৰে মূঢ়বো জনাৰ আগ্ৰহ হৈছে।" কুশৰ এনে প্ৰশ্ন শুনি ঋষিয়ে সংসাৰ-বন্ধনৰ কাৰণসমূহ ব্যাখ্যা কৰি কবলৈ ধৰিলে— ॥ ১৬৯ ॥

"জীৱই যেতিয়া অহঙ্কাৰক মন্ত্ৰী ৰূপে গ্ৰহণ কৰে আৰু অহঙ্কাৰৰ গুণসমূহক নিজৰ বুলি কল্পনা কৰিবলৈ ধৰে, যেতিয়া জীৱই অহঙ্কাৰকেই 'মই' বুলি ভাবিবলৈ ধৰে, তেতিয়াই জীৱ বন্ধনত সোমাই পৰে। ॥ ১৭০ ॥

সত্ব, ৰজঃ আৰু তম, এই ত্ৰিগুণ অহঙ্কাৰৰ ৰূপ বিশেষ। গভীৰ ভাৱে চিন্তা কৰিলেই জানিব পাৰিবা যে ত্ৰিগুণৰ নিজৰ ৰূপ নাই। সত্ব গুণৰ অধিকাৰী ঐশ্বৰ্য্যশালী হয়; ৰজঃ গুণে স্ত্ৰী-পুত্ৰৰ প্ৰতি আসক্তি বঢ়াই সাংসাৰিক ব্যৱহাৰত সবল কৰে। ॥ ১৭১ ॥

তমোগুণত আসক্তসকল কীট-পতঙ্গ ৰূপে জন্ম লৈ সংসাৰৰ পাকচক্ৰত ঘূৰি থাকে। সেইবোৰে সুখ-আনন্দ কোনো দিন ভোগ কৰিব নোৱাৰে। যিজনে এই ত্ৰিগুণক তুচ্ছ জ্ঞান কৰি আত্মজ্ঞানত নিমগ্ন হয়, সেইজন সোনকালে সংসাৰ-বন্ধন ছিন্ন কৰি মুক্ত হব পাৰে। ॥ ১৭২ ॥

"গতিকে অহঙ্কাৰক তুচ্ছ জ্ঞান কৰি নিজকে পূৰ্ণ আত্মা বুলি জানিবলৈ আত্মাচিন্তাত মন দিয়াঁ। মই কোৱা কথাবোৰ সঁচা বুলি জানিবা ॥১৭৩॥

বাল্মীকিৰপৰা এইদৰে তত্বজ্ঞানৰ কথা শুনি বীৰ কুশৰ

মনত জ্ঞানৰ উদয় হ'ল। তেওঁ নিত্য মুক্ত হৈ সংসাৰৰ কাম কৰি যাবলৈ ধৰিলে ॥১৭৪॥

এদিন বাল্মীকিয়ে লৱ-কুশক ক'লে—"পুত্ৰসকল, তোমালোকৰ মুখত গীত শুনি সকলোৱে আনন্দ লাভ কৰে; গতিকে যোৱাঁ, শ্ৰীৰামচন্দ্ৰকো গীত গাই শুনাই আহাঁ ॥১৭৫॥

"তেওঁ গীত শুনি সন্তুষ্ট হৈ যদি কিবা পুৰস্কাৰ দিব খোজে তৃণ সম ভাবি সেই পুৰস্কাৰ গ্ৰহণ নকৰিবা।" বাল্মীকিৰ উপদেশ মতে দুয়ো ভাই ৰামৰ সমুখলৈ গ'ল আৰু গীত গাবলৈ ধৰিলে। ॥১৭৬॥

এই অপূৰ্ব গীত শুনি ৰঘুনাথ মোহিত হ'ল। তেওঁ ভাবিবলৈ ধৰিলে—"মোৰ মন হৰণ কৰি যোৱাকৈ গীত গোৱা এই কুমাৰ দুজন কোন? ৰাজসভা আহ্বান কৰি পণ্ডিত-সজ্জনসকলৰ আগত পুনৰ মই এওঁলোকৰ গীত শুনিম।" ॥১৭৭॥

এইদৰে ভাবি তেওঁ কুমাৰসকলক ৰাজসভালৈ আহি গীত গাবলৈ নিমন্ত্ৰণ কৰিলে। কুমাৰ দুজন ৰাজসভালৈ গ'ল। তেওঁলোকক দেখি সকলো মানুহে আচৰিত হৈ ভাবিবলৈ ধৰিলে—দেখিবলৈ সাইলাখ ৰামচন্দ্ৰৰ দৰে এওঁলোক কাৰ কুমাৰ? ॥১৭৮॥

"ৰামচন্দ্ৰৰ দৰে একে বস্ত্ৰ-অলঙ্কাৰ (কুমাৰ দুজনক) পিন্ধালে কোন জন ৰামচন্দ্ৰ চিনিবলৈকে টান হব।" এইদৰে মানুহবোৰে কোৱা-কুই কৰিলে। কুমাৰ দুজনে অতি মধুৰ



সুৰেৰে গীত গাবলৈ ধৰিলে। গীত শুনি ত্ৰৈলোক্য নাথ অতিশয় পুলকিত হ'ল ॥১৭৯॥

তেওঁলোকক দহহেজাৰ টকাৰ পুৰস্কাৰ দিবলৈ ৰামচন্দ্ৰই ভৰতক আদেশ দিলে। আদেশ অনুসৰি ভৰতে ধন আনি দিলেহি, কিন্তু তৃণবৎ জ্ঞান কৰি য'ৰ টকা তাতে এৰি কুমাৰ দুজন আশ্ৰমলৈ গুচি গ'ল ॥১৮০॥

তেতিয়া ৰামচন্দ্ৰই এই কুমাৰ দুজন সীতাৰ পুত্ৰ বুলি জানিব পাৰিলে আৰু ততালিকে বাল্মীকিৰ আশ্ৰমলৈ গৈ সীতা আৰু বাল্মীকিক লৈ আহিবলৈ শত্ৰুঘ্নক আদেশ দি ক'লে—॥১৮১॥

"এতিয়া মই সীতাৰ সতীত্বৰ পৰীক্ষা কৰিম। বিচাৰত নিজকে নিৰ্দোষ প্ৰমাণিত কৰি তেওঁ সুখেৰে বাস কৰক।" ৰামৰ আদেশ পাই শত্ৰুঘ্ন বাল্মীকিৰ ওচৰলৈ গ'ল আৰু সকলো কথা বিৱৰি ক'লেগৈ ॥১৮২॥

শত্ৰুঘ্নৰ কথা শুনি আৰু শ্ৰীৰামৰ উদ্দেশ্য বুজিব পাৰি ঋষিয়ে উত্তৰ দিলে—"সীতা কালিলৈ পৰীক্ষাৰ কাৰণে (ৰাজসভালৈ) যাব।" ঋষিৰ উত্তৰ শত্ৰুঘ্নই ৰামক নিবেদন কৰিলেগৈ ॥১৮৩॥

ঋষিৰ উত্তৰ পাই ৰামচন্দ্ৰই প্ৰজাক ঘোষণা কৰি জনাই দিলে যে সীতাৰ পুনৰ সতীত্ব পৰীক্ষা কৰা হ'ব। ঘোষণা শুনি ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ আদি সকলো জাতিৰ লোক 'কি হয়' বুলি ৰং চাবলৈকে গোট খালে ॥১৮৪॥

বাল্মীকি যথা সময়ত সীতাক লৈ উপস্থিত হল। ৰামৰ চৰণত মন অৰ্পণ কৰি সীতা ওচৰতে থিয় হৈ ৰ'ল। সীতাক দেখা পাই সকলোৱে আনন্দ প্ৰকাশ কৰিবলৈ ধৰিলে। তেতিয়া বাল্মীকি আগবাঢ়ি গ'ল ॥১৮৫॥

ৰামক কিছু কথা নিৱেদন কৰাৰ উদ্দেশ্যেৰে তেওঁ কবলৈ ধৰিলে—"সীতা অতি নিষ্কলঙ্কা। লৱ-কুশ এই কুমাৰ দুজন আপোনাৰ পুত্ৰ। এই সম্পৰ্কে আপোনাৰ মনত যদি শংকা তেন্তে মই শপত খাই কওঁ আছে ॥১৮৬॥

"যদি মই কোৱা কথা মিছা হয় তেন্তে মোৰ সকলো তপস্যা যেন নিষ্ফল হওক।" বাল্মীকিৰ শপত শুনি ৰামচন্দ্ৰই ক'লে—"আপোনাৰ কথাত মোৰ অলপো সংশয় নাই ॥১৮৭॥

"লঙ্কাতো মই এবাৰ সীতাৰ পৰীক্ষা লৈছিলোঁ। জনতাই অপবাদ দিয়াতহে পুনৰ তেওঁক ত্যাগ কৰিলোঁ। জন অপবাদত মই সীতাক ত্যাগ কৰিবলগীয়া হ'ল। সেই কাৰণে যেন বেয়া নাপায় ॥১৮৮॥

"লৱ-কুশ, এই যঁজা পুত্ৰ দুজনো মোৰে সন্তান আৰু সীতা অতি পৱিত্ৰ আৰু শুদ্ধ; এই কথাত মোৰ অলপো সন্দেহ নাই।" ৰঘুনাথে এইদৰে ক'লে। সীতা পুনৰ সতীত্ব পৰীক্ষাৰ কাৰণে সাজু হ'ল ॥১৮৯॥

ব্ৰহ্মা আদি লোকপালসকল সীতাৰ ওচৰলৈ আহিল। তেওঁলোকক উদ্দেশ্যে কৰি সীতাই ক'বলৈ ধৰিলে—ৰামৰ চৰণত যদি মোৰ অচলা ভক্তি আছে, তেন্তে পৃথিৱীয়ে ফাট মেলি মোলৈ বাট উলিয়াই দিয়ে যেন ॥১৯০॥



সীতাৰ বাক্য শুনি পৃথিৱীয়ে তেওঁলৈ সুন্দৰ সিংহাসন এখন আগবঢ়াই সীতাক তাত বহুৱালে। সিংহাসনত বহি জননী সীতাই বৈৰাগ্য ভাৱ মনলৈ আনিলে। তাৰ পাছত পৃথিৱীৰ গৰ্ভপথেদি গুচি গ'ল ॥১৯১॥

সীতা পৃথিৱীৰ বুকুলৈ এইদৰে সোমাই যোৱা দেখি সকলো মানুহ হতবুদ্ধি হ'ল। ইন্দ্ৰাদি দেৱতাসকলে হৰ্ষত পুষ্পবৃষ্টি কৰিলে। প্ৰভু ৰামচন্দ্ৰই সাধাৰণ সংসাৰী মানুহৰ দৰে সীতাৰ কাৰণে শোক কৰিলে। ব্ৰহ্মা আদি দেৱতাসকলে তেওঁক সান্ত্বনা দিলে। ॥১৯২॥

তাৰ পাছত যজ্ঞস্থান এৰি পুত্ৰ দুজনক লৈ তেওঁ অযোধ্যালৈ ঘূৰি আহিল। জননী কৌশল্যাই ৰাম অযোধ্যালৈ অহা বাতৰি পাই আনন্দ পালে আৰু জ্ঞান সম্বন্ধে আলোচনা কৰিবলৈ মন মেলিলে ॥১৯৩॥

কৌশল্যাই ৰামচন্দ্ৰক ত্ৰিভুৱনপতি বুলি চিনিব পাৰি চৰণত পৰিল আৰু সংসাৰ বন্ধন ছিন্ন কৰাৰ উপায়সমূহ ক'বলৈ ৰামক বিনীতভাৱে অনুৰোধ কৰিলে ॥১৯৪॥

মাকৰ এনে অনুৰোধ শুনি ৰাম আনন্দিত হ'ল আৰু তেওঁ ভক্তিযোগৰ ব্যাখ্যা কৰি ক'লে—"ভক্তিযোগৰ ত্ৰিগুণ-ৰহিত সাধনা কৰিবা। মনক গঙ্গাপ্ৰৱাহৰ দৰে পৱিত্ৰ ৰাখি একমাত্ৰ মোৰ কথা চিন্তা কৰিবা ॥১৯৫॥

"মোৰ প্ৰতি আসক্তি থকাজন অতি সহজে ভক্তিমান হয়। মুক্তি চাৰি বিধৰ আছে; কিন্তু ভক্তিৰ ওচৰত সকলোকে তৃণবৎ বুলি কব পাৰি। মোৰ প্ৰতি তন, মন অৰ্পণ কৰি ভক্তি সাধনা কৰাৰ উপায় তোমাক কওঁ শুনা ॥১৯৬॥

"কোনো বিষয়তে আকাঙ্ক্ষা নাৰাখিবা। সংচিন্তা অ'ক সৎকৰ্মত লিপ্ত থাকিবা। হিংসা বৰ্জন কৰি সদায় মোৰ দৰ্শন, স্মৰণ, প্ৰণাম, স্তুতিপাঠ আদি কৰিবা ॥১৯৭॥

"সকলো প্ৰাণীতে মই আছোঁ বুলি জ্ঞান কৰিবা। কুসঙ্গ পৰিত্যাগ কৰি সত্য কথা কবা। ডাঙৰক শ্ৰদ্ধা কৰিবা। দুখীয়া-দৰিদ্ৰক দয়া কৰিবা। সমজনৰ লগত মিত্ৰতা কৰিবা, যম, নিয়ম, আদিৰ অভ্যাস কৰিবা। এইবোৰেই হল মুক্তিৰ পথ ॥১৯৮॥

"বেদান্ত শ্ৰৱণ কৰিবা। মোৰ নাম কীৰ্ত্তন কৰিবা। সবল ভাৱে সৎসঙ্গত থাকিবা। "এইটো মোৰ শৰীৰ' বুলি শৰীৰক লৈ অহঙ্কাৰ নকৰিবা। মন শুদ্ধ ৰাখিবা ॥১৯৯॥

যি দৰে ফুল আৰু ফলত থকা গোন্ধ বায়ুৰ আশ্ৰয়ত উৰি আহি নাকত লাগেহি, ঠিক সেইদৰে যোগ সাধনাৰত ভক্তৰ মন বায়ুৰ লগত উৰি অহা গোন্ধৰ দৰে যোগৰ আশ্ৰয়ত উৰি আহি মোৰ ওচৰ পায়হি ॥২০০॥

"মইযে সৰ্বাত্মা এই কথা বুজিব নোৱৰাকৈ কৰা পূজাত মই সন্তুষ্ট নহওঁ। এইদৰে পূজা কৰা লোকসকলৰ মৃত্যু-ভয়ো দূৰ নহয়। তেওঁলোক সংসাৰ-সাগৰত নিমজ্জিত হৈ থাকে ॥২০১॥

"মই সৰ্বাত্মা বুলি জানি, জীৱাত্মা আৰু পৰাত্মা, দুয়োকে একে জ্ঞান কৰি যিজনে সৰ্বজীৱক নমস্কাৰ কৰে, হে মাতৃ, তেনে লোকসকল অতি সহজে সংসাৰ সাগৰ পাৰ পাৰ হৈ যাব পাৰে ॥২০২॥



আপোনাৰ কাৰণে (মুক্তি) আৰু সহজ হব; কাৰণ, মই আপোনাৰ পুত্ৰ। পুত্ৰ বুলিয়েই মোক স্মৰণ কৰক। তেতিয়া সংসাৰৰ সকলো বন্ধন ছিগি যাব।" কৌশল্যাই ৰঘুনাথৰ এনে বচন শুনি মুক্ত হল। ॥২০৩॥

সেইদৰে সুমিত্ৰাই সংসাৰৰ সকলো সুখ তুচ্ছ জ্ঞান কৰি প্ৰাৰব্ধৰ বন্ধন ছিন্ন কৰিলে আৰু দেহ ত্যাগ কৰি স্বামীৰ ওচৰলৈ গুচি গল ॥২০৪॥

এদিন যুধাজিত ৰঘুনাথৰ ওচৰলৈ আহিল আৰু সৰ্ব জীৱৰ শত্ৰু অতি দুষ্ট তিনিকোটি গন্ধৰ্বক বধ কৰিব লাগে বুলি কলে। ৰঘুনাথৰ আদেশক্ৰমে ভৰতে গৈ তেওঁলোকক বধ কৰিলে ॥২০৫॥

তাত (গন্ধৰ্ব বধ কৰা ঠাইত) পুষ্পাৱতী নামৰ নগৰ এখন হল আৰু তাত পুত্ৰ পুস্কলে ৰাজত্ব কৰিবলৈ ধৰিলে। তক্ষশীলা নামৰ নগৰ এখনত তক্ষই ৰাজত্ব কৰিবলৈ ধৰিলে। পুস্কল আৰু তক্ষ এই দুজন পুত্ৰক এইদৰে ৰজা পাতি ভৰত পুনৰ ৰঘুনাথৰ ওচৰলৈ ঘূৰি আহিল ॥২০৬॥

লক্ষ্মণকো তেতিয়া ৰামে আদেশ দিলে "ভাই, তুমিও পুত্ৰক পশ্চিম ক্ষেত্ৰত ৰাজত্ব কৰিবলৈ দিবা। পশ্চিমত অতি দুষ্ট ভীল্লসকলে বাস কৰে। তেওঁলোকক সংহাৰ কৰি তাত দুখন নগৰ পাতি ধন, ৰত্ন আদিৰে পৰিপূৰ্ণ কৰাঁ ॥২০৭॥

অঙ্গদ আৰু চিত্ৰকেতু, এই দুজন পুত্ৰক নগৰ দুখন শাসন কৰাৰ ভাৰ দি তুমি গুচি আহিবা।" ৰঘুনাথৰ আদেশ-ক্ৰমে লক্ষ্মণো গল আৰু ভীল্লসকলক বধ কৰিলে ॥২০৮॥

সেই ঠাইত ছুখন নগৰ পাতি পুত্ৰ ছুজনক ৰজা পাতি দিলে আৰু নিজে ৰঘুনাথৰ ওচৰলৈ ঘূৰি আহিল। এদিন স্বয়ং কাল ঋষিৰ ৰূপ ধৰি ৰঘুনাথক লগ পাবলৈ আহিল। তেওঁক কোনেও চিনিব নোৱাৰিলে ॥২০৯॥

ছুৱাৰত লক্ষ্মণ আছিল। ঋষি এজনে লগ পাবলৈ আহিছে বুলি তেওঁ ৰামচন্দ্ৰক বাতৰি দিলে। ৰামে তৎক্ষণাত মাতি পঠালত লক্ষ্মণে (কালক) ৰামৰ ওচৰলৈ গল ॥২১০॥

ৰঘুনাথৰ ওচৰ পাই ব্ৰাহ্মণৰূপী কালে তোমাৰ শ্ৰীবৃদ্ধি হওক বুলি আৰ্শীবাদ দিলে। ৰঘুনাথেও তেওঁৰ কুশল বাতৰি লৈ কি কাৰণত আহিছে সুধিলে ॥২১১॥

"কি সকামতনো আজি মোৰ ওচৰলৈ আহিছে কওক।" ৰামৰ এনে বচন শুনি কালে কবলৈ ধৰিলে ॥২১২॥

"হে প্ৰভু, অকলশৰে, কোনেও নুশুনাকৈ মই আপোনাক মোৰ কথা নিৱেদন কৰিম।' যদি মই কথা কৈ থাকোঁতে কোনোবা আপোনাৰ ওচৰলৈ আহে, তেন্তে তাক বধ কৰিব লাগিব ॥২১৩॥

কালৰ কথা শুনি ৰামচন্দ্ৰই লক্ষ্মণক আদেশ দি কলে— "ভিতৰলৈ কাকো আহিবলৈ নিদিবা ॥২১৪॥

"এতিয়া যদি কোনোবা ভিতৰলৈ সোমায় তাৰ মৃত্যু হব বুলি ঘোষণা কৰি দিয়ঁা।" ॥২১৫॥



ৰামৰ এনে আদেশ শুনাৰ পিছত কালে ক'বলৈ ধৰিলে "হে নাথ, মই মহাকাল, সকলো প্ৰাণীৰ সংহাৰকাৰী। আপোনাৰ জানিবলৈ একো বাকী নাই। তথাপি কওঁ শুনক—॥২১৬॥

"ব্ৰহ্মাৰ প্ৰাৰ্থনা লৈ মই ইয়ালৈ আহিছোঁ আৰু মোৰ নিজৰ ভাগ্যৰ বলত আপোনাৰ দৰ্শন লাভ কৰিছোঁ। এতিয়া ব্ৰহ্মাই কোৱা কথাবোৰ আপোনাক নিৱেদন কৰিম আৰু যি আদেশ কৰে তাকে শিৰোধাৰ্য্য কৰিম ॥২১৭॥

সৃষ্টিৰ আগতে আপুনি আত্মা স্বৰূপ, পূৰ্ণ ৰূপত আছিল। এই সৃষ্টিৰ কাৰণে জলশায়ী নাৰায়ণৰ ৰূপ ধাৰণ কৰিলে। আপোনাৰ নাভিকমলৰপৰা মোৰ (ব্ৰহ্মাৰ) উৎপত্তি হল। মোক জগত সৃষ্টি কৰিবলৈ আদেশ কৰাত এই জগত সৃষ্টি কৰিলোঁ ॥২১৮॥

"যি জনে অত্যাচাৰী হৈ প্ৰজা সাধাৰণৰ ওপৰত উৎপীড়ন কৰে, তেনে লোকক বধ কৰিবলৈ আপুনি যুগে যুগে অৱতাৰ ধাৰণ কৰি আহিছে। এইবাৰৰ অৱতাৰো ছুষ্টক সংহাৰ কৰি পৃথিৱীৰ তাপ মোচন কৰাৰ উদ্দেশ্যে লৈছিল। এতিয়া সেই কাম সম্পূৰ্ণ হৈছে ॥২১৯॥

"এঘাৰ হেজাৰ বছৰ পৃথিৱীত থাকিব বুলি প্ৰভুৱে কৈ আহিছিল, হিচাবত এতিয়া এঘাৰ হেজাৰ বছৰ সম্পূৰ্ণ হৈছে। যদি আৰু থাকিবৰ ইচ্ছা আছে তেন্তে থাকক, নহলে উভতি আহিবৰ সময় হৈছে" ॥২২০॥

কালৰ মুখত এইদৰে ব্ৰহ্মাই কৰা নিৱেদন শুনি ৰঘুনাথে হাঁহিলে আৰু 'মই সকলো কথা জানো' বুলি কলে। ইফালে কালৰ লগত কথা-বতৰা পাতি থকা সময়ত ৰামক লগ পাবলৈ বুলি দুৰ্বাসা ঋষি আহিল। লক্ষ্মণ দুৱাৰত বৈ আছিল ॥২২১॥

তেওঁক ততালিকে ৰামৰ ওচৰলৈ লৈ যাবলৈ ঋষিয়ে লক্ষ্মণক ক'লে। লক্ষ্মণ বিপাঙত পৰিল তেওঁ ক'লে—"এতিয়া কোনো ভিতৰলৈ যাব নোৱাৰোঁ, আপোনাৰ কি প্ৰয়োজন কওঁক ; মই পূৰ্ণ কৰিম।" ॥২২২॥

লক্ষ্মণে এইদৰে কোৱাত দুৰ্বাসা ঋষিয়ে খঙেৰে কলে—"মোক শীঘ্ৰে ৰামৰ ওচৰলৈ লৈ যোৱাঁ ; নহলে এতিয়াই সকলোকে সবংশে ভস্ম কৰিম" ॥২২৩॥

ঋষিৰ এই বাক্য শুনি লক্ষ্মণে মনতে গুনিলে—'বংশ নাশ হোৱাতকৈ মোৰ এজনৰ মৃত্যু হোৱাই ভাল। গতিকে ভিতৰলৈ যোৱা উচিত হব।" এইদৰে ভাবি তেওঁ ৰামৰ ওচৰলৈ গল ॥২২৪॥

লক্ষ্মণে "দুৱাৰত ঋষি এজন লগ পাবলৈ বৈ আছে" বুলি ৰামচন্দ্ৰক ক'লে। কালক বিদায় দি ৰঘুনাথ বাহিৰলৈ ওলাই আহিল আৰু ঋষিক প্ৰণাম কৰি কি উদ্দেশ্যে আহিছে সুধিলে ॥২২৫॥

ঋষিয়ে ভোজন কৰাৰ ইচ্ছা প্ৰকাশ কৰিলত ৰামে তেওঁক ভোজন কৰালে। তেতিয়া ঋষি আনন্দ মনেৰে গুচি



গ'ল। ঋষি যোৱাৰ পাছত ৰামৰ পূৰ্বৰ প্ৰতিজ্ঞাৰ কথা মনত পৰিল। তেওঁ লক্ষ্মণক কেনেকৈ বধ কৰিব এই কথা ভাবি চিন্তিত হল। ॥২২৬॥

ৰামচন্দ্ৰৰ মনত শোক হোৱা দেখি লক্ষ্মণে তেওঁৰ চৰণত পৰি ক'লে। "আপুনি মোক বধ কৰক প্ৰভু, কাৰণ ধৰ্ম সকলোতকৈ ডাঙৰ।" তেতিয়া এই বিষয়ে নিৰ্ণয় কৰিবলৈ এখন সভাৰ আহ্বান কৰা হ'ল ॥২২৭॥

সভাত সকলোৱে মত প্ৰকাশ কৰি ক'লে—'বধ কৰাৰ প্ৰয়োজন নাই, ত্যাগ কৰিলেই বধ কৰাৰ সমান হয়।' তেতিয়া ৰামে লক্ষ্মণক বিদায় দিলে ॥২২৮॥

লক্ষ্মণে ৰামৰ চৰণত সেৱা কৰি সৰযূ নৈৰ পাৰলৈ গ'ল তাৰু তাত প্ৰাণায়াম কৰি নিজ লোকলৈ গতি কৰিলে। নৰৰূপ ত্যাগ কৰি লক্ষ্মণ যেতিয়া গুচি গল, বিষ্ণুৰ শেষ নাগক লগ পাবলৈ ব্ৰহ্মা আদি সকলো গোট খালে ॥২২৯॥

লক্ষ্মণৰ সংগ হেৰুৱাই শোকাকুল হৈ ৰামে মন্ত্ৰীসকলক ক'লে—"লক্ষ্মণ য'ত আছে ময়ো তালৈকে যাওঁ। ভৰতে ইয়াত ৰাজত্ব কৰি প্ৰজাসকলক পালন কৰক" ॥২৩০॥

ৰামৰ এনে বচন শুনি ভৰত চেতনাহীনৰ দৰে হল আৰু কলে—"তিনিও লোকত শাসন কৰিবলৈ দিলেও মই আপোনাক এৰি নাথাকোঁ। আপোনাৰ পুত্ৰ আছে। তেওঁলোকেই ইয়াত ৰাজ্য শাসন কৰিব ॥২৩১॥

ডাঙৰ পুত্ৰ কুশই কোশলত ৰাজত্ব কৰিব, উত্তৰত লৱেই শাসন কৰিব। এওঁলোক দুজন মিলি ভালকৈ ৰাজ্য

শাসন কৰিব পাৰিব। এতিয়া দূত এজন মথুৰালৈ গৈ শত্ৰুঘ্নক মাতৰি দিয়ক ॥২৩২॥

"লক্ষ্মণ পৰম ধামলৈ যোৱা বাতৰি পাই আপোনাৰ লগত যাবলৈ তেওঁ লৰি আহক।" ভৰতৰ কথা শুনি প্ৰজাসকলেও গম পালে যে ৰামে তেওঁলোকক এৰি যাবলৈ সাজু হৈছে। তেতিয়া সকলোৰে মন বিষাদেৰে ভৰি পৰিল ॥২৩৩॥

বশিষ্ঠই সকলোৰে মনৰ কথা প্ৰকাশ কৰি ক'লে— "প্ৰজাসকলে (ৰামে) তেওঁলোকক লগত লৈ যাব নে ইয়াতে এৰি যাব এই কথা চিন্তা কৰি কান্দিবলৈ ধৰিছে। বশিষ্ঠৰ কথা শুনি প্ৰজাসকলৰ প্ৰতি ৰামচন্দ্ৰৰ দয়া উপজিল ॥২৩৪॥

'প্ৰজাই যি ইচ্ছা কৰে তাকে পূৰ্ণ কৰিম' বুলি তেওঁ ক'লে। সকলোৱে প্ৰভুৰ লগত যোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে। প্ৰভুৱেও সকলোৰে ইচ্ছা পূৰণ কৰিব বুলি ক'লে। পুত্ৰ লৱ আৰু কুশ কোশলত ৰাজ্য শাসন কৰিবলৈ গুচি গল ॥২৩৫॥

শত্ৰুঘ্নক বাতৰি দিবলৈ ৰঘুনাথে দূত এজনক মথুৰালৈ পঠালে। দূতৰ মুখত সকলো বৃত্তান্ত শুনি তেওঁ পুতেকৰ হাতত শাসন ভাৰ দিলে আৰু নিজে ৰামৰ ওচৰলৈ যাবলৈ সাজু হ'ল ॥২৩৬॥

ডাঙৰ পুত্ৰ সুবাহুক মথুৰা আৰু সৰু পুত্ৰ যুপক বিদিশা শাসনৰ ভাৰ দি শত্ৰুঘ্ন ৰামৰ ওচৰলৈ আহিল।



আৰু তেওঁৰ চৰণত পৰি ক'লে—"ৰঘুনাথ, ময়ো আপোনাৰ লগত যাবলৈ ওলালোঁ" ॥২৩৭॥

মধ্যাহ্ন সময়ত সাজু হবলৈ ৰঘুনাথে সকলোকে আদেশ দিলে। ইফালে ৰাক্ষস, ঋক্ষ, বানৰ আদি সকলোৱে প্ৰভু গুচি যাব বুলি শুনি লগতে যাবলৈ বুলি আহিল। সুগ্ৰীৱে আগবাঢ়ি আহি ৰামচন্দ্ৰক কলে— ॥২৩৯॥

"অঙ্গদক ৰাজপাট দি আপোনাৰ লগত যাবলৈ সাজু হৈ ময়ো আহিছোঁ প্ৰভু।" সুগ্ৰীৱৰ দৰে অন্যান্য সকলোৱে মিনতি কৰিলে। তেতিয়া ৰাম তেওঁৰ প্ৰিয়ভক্ত বিভীষণ থকা ঠাইলৈ গ'ল আৰু কলে— ॥২৪০॥

"তুমি ইয়াতেই থাকিব লাগিব। প্ৰাৰব্ধ কৰ্ম অতি শক্তিশালী। এই কৰ্ম ভোগ কৰিবই লাগিব। গতিকে এই পৃথিৱী থকালৈকে তুমি ৰাজত্ব কৰিবা। সুশাসন কৰি প্ৰজাক শিক্ষা দিবা। অন্যায়কাৰীসকলক শাস্তি দিবা" ॥২৪১॥

বিভীষণক এই কথা কৈ থাকোঁতে হনুমান হঠাৎ তাতে ওলালহি। তেওঁক চিৰজীৱী হোৱাৰ আশীৰ্ব্বাদ দি ৰামে ক'লে—"যি কোনো সময়তে মোৰ আদেশ পালন কৰিবলৈ সাজু থাকিবা" ॥২৪২॥

জাম্বুৱান ৰামৰ লগত যাবলৈ সাজু হৈ তাত ৰৈ আছিল। তেওঁকো পৃথিৱীত থাকিবলৈ আদেশ দি ক'লে—"দ্বাপৰত তুমি যুঁজ এখন কৰিবলগীয়া আছে। তাৰ পাছতহে স্বৰ্গলৈ যাব পাৰিবা" ॥২৪৩॥

এইদৰে সকলোকে আদেশ, উপদেশ দি শেষ কৰি ৰামচন্দ্ৰই সকলো প্ৰাণীক সাজু হ'বলৈ ক'লে। পুৰোহিত বশিষ্ঠক মাঙ্গলিক কাৰ্য সম্পাদন কৰাৰ আদেশ দি ৰামচন্দ্ৰ স্বৰ্গ লৈ যাবলৈ ওলাল ॥২৪৪॥

সীতাই পূৰ্বৰ ৰূপ সলাই আহিল আৰু লক্ষ্মী ৰূপত তেওঁৰ ( ৰামৰ ) বাওঁফালে বহিল। বসুমতী আহি দক্ষিণ ফালে বহিল। চৌদিশৰপৰা লোকসকল আহি তাত গোট খালেহি ॥২৪৫॥

সমস্ত শাস্ত্ৰ, গায়ত্ৰী, চাৰিবেদ আদি সকলোৱে মূৰ্তিমান ৰূপ ধাৰণ কৰি মঙ্গলবাদ্য বজাই আৰু জয়ধ্বনি কৰি ৰথৰ লগে লগে যাবলৈ ধৰিলে। ॥২৪৬॥

সমগ্ৰ অযোধ্যাবাসী আত্মীয় স্বজন লগত লৈ শ্ৰীৰামৰ লগে লগে গ'ল। ল'ৰা, বুঢ়া কোনোৱেই বাকী নাথাকিল ॥২৪৭॥

সুগ্ৰীৱ আদি মুখ্য বানৰসকলো সংসাৰৰ দুখ-তাপৰ পৰা মুক্তি পাই হৰষিত মনেৰে ৰামৰ লগতে গ'ল। এইদৰে সকলো লোকে ৰামৰ লগত যাত্ৰা কৰাত আনন্দমুখৰ অযোধ্যানগৰী জনশূন্য হ'ল ॥২৪৮॥

নগৰৰপৰা কিছুদূৰ গৈ প্ৰভুৱে সৰযু নদী দেখা পালে। তেওঁ নিজে সকলোৰে গৰাকী যদিও নিজৰ বিৰাট ৰূপ স্মৰণ কৰিলে। ॥২৪৯॥

ব্ৰহ্মা আৰু অন্য দেৱতাসকল, ঋষি, সিদ্ধ আদি আকাশৰ-



পৰা তললৈ নামি আহিল। সকলোৰে দৃষ্টি শ্ৰীৰামৰ ওপৰত নিবদ্ধ আছিল। আকাশৰপৰা পুষ্পবৃষ্টি হ'বলৈ ধৰিলে ॥২৫০॥

প্ৰভুৰ গুণ-কীৰ্তন কৰি কিছুমানে (গীত) গাবলৈ ধৰিলে, কিছুমানে নাচিবলৈ ধৰিলে। তাৰ মাজতে ৰঘুনাথে সৰযু নৈৰ জললৈ নামি গ'ল। তেতিয়া ব্ৰহ্মাই আগবাঢ়ি গৈ হাতযোৰ কৰি ক'লে—"পৃথিৱীত মানুহৰ দুখকষ্ট নাইকিয়া হোৱাত সকলো আনন্দ-সাগৰত নিমগ্ন হৈছে ॥২৫১॥

"প্ৰভুৱে এতিয়া বিষ্ণুৰূপ ধাৰণ কৰাৰ সময় হ'ল। ব্ৰহ্মাই প্ৰাৰ্থনা-স্তুতি কৰাৰ লগে লগে শ্ৰীৰামে চতুৰ্ভুজ বিষ্ণুৰ ৰূপ ল'লে। শত্ৰুঘ্ন আৰু ভৰতে শঙ্খ আৰু চক্ৰৰ ৰূপ লৈ স্বামীৰ বাহুত প্ৰবেশ কৰিলে ॥২৫২॥

বিশ্ব-ব্ৰহ্মাণ্ডৰ সকলো দেৱতা এই ৰূপ দেখি আনন্দিত হ'ল। প্ৰাণীসকলৰ হিতৰ কাৰণে প্ৰভুৱে ব্ৰহ্মাক উদ্দেশ্য কৰি ক'লে—"হে ব্ৰহ্মা, নগৰত থকা সকলো লোক মোৰ পিছে পিছে আহিছে। ॥২৫৩॥

"এওঁলোকক বাস কৰিবৰ কাৰণে সুন্দৰ ঠাই এখন ঠিক কৰি দিয়াঁ। পৰিয়ালবৰ্গৰ সৈতে তাত (তেওঁলোকে) সুখেৰে বাস কৰক।" এনে আদেশ পাই ব্ৰহ্মাই তেওঁলোকৰ কাৰণে সুন্দৰ ঠাই এডোখৰ নিৰ্দিষ্ট কৰি দিলে। ॥২৫৪॥

গোটেইবোৰ মানুহে সৰযু নৈত স্নান কৰি তেওঁলোকৰ কাৰণে নিৰ্দিষ্ট কৰি দিয়া সান্তানক লোকলৈ হৰষিত মনেৰে গুচি গ'ল। সুগ্ৰীৱ সূৰ্যৰ অংশ আছিল কাৰণে

তেওঁ সূৰ্যৰ লগত মিলি গ'ল। এইদৰে পৃথিৱীৰ ভাৰ হৰণ কৰি ৰঘুনাথ বৈকুণ্ঠলৈ গ'ল। ॥২৫৫॥

সদাশিৱই হে এই ( ৰামচৰিতৰ ) কথাখিনি পাৰ্বতীৰ আগত বৰ্ণনা কৰিছিল। যিজনে ভক্তিপূৰ্বক এই কথা পাঠ কৰে, তেওঁৰ সকলো জন্মৰ পাপ পুৰি ছাই হৈ যাব। ষড়শাস্ত্ৰ অধ্যয়নৰ ফল লাভ কৰি সেইজন সহজে মুক্ত হব ॥২৫৬॥

শম্ভুয়ে পাৰ্বতীৰ প্ৰতি প্ৰসন্ন হৈ প্ৰেমপূৰ্বক কোৱা, সংসাৰ-সাগৰ পাৰ হবৰ কাৰণে সেতু স্বৰূপ, এই ৰামৰ কথা যিজনে ভক্তিৰে পাঠ কৰে সেইজন সহজে সংসাৰ-সাগৰ পাৰ হৈ যাব পাৰিব। ॥২৫৭॥

ইতি শ্ৰী উত্তৰ কাণ্ড সমাপ্ত

